# বিজ্ঞান সাহিত্য

অসমীয়া বিজ্ঞান-সাহিত্যৰ বিভিন্ন ধাৰা




অসম সাহিত্য সভা

১৯৯৮

# বিজ্ঞান-সাহিত্য

## অসমীয়া বিজ্ঞান-সাহিত্যৰ বিভিন্ন ধাৰা

সম্পাদক ঃ ড° প্ৰমোদ চন্দ্ৰ নেওগ

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন ঃ যোৰহাট - ৭৮৫০০১

১৯৯৮

*BIJNAN SAHITYA : ASOMIYA BIJNAN SAHITYOR BIBHINNA DHARA : A collection of articles on various aspects of science literature in Assamese. Published on the occasion of First State Level Workshop for Science Writers organised by Jorhat Sahitya Sabha, Jorhat, on behalf of Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat 785 001, Assam, during 30 April - 2 May 1998. Published by Inamul Ikram, Secretary, Jorhat Sahitya Sabha, Jorhat, and edited by Dr Promod Chandra Neog. Rs. 65.00*

First edition : 30 April 1998

**প্ৰথম প্ৰকাশ** ঃ ৩০ এপ্ৰিল ১৯৯৮

সম্পাদনা সমিতি

মুখ্য উপদেষ্টা ঃ ড° নগেন শইকীয়া

উপদেষ্টা ঃ অৰলা গোহাঁই
মহেশ চন্দ্ৰ ভট্টাচাৰ্য্য
ড° দীনেশ চন্দ্ৰ গোস্বামী
শান্তনু তামূলী

সদস্য ঃ ড° প্ৰকাশ গোস্বামী
ড° কুতুবুদ্দিন আহমেদ

সম্পাদক ঃ ড° প্ৰমোদ চন্দ্ৰ নেওগ

প্ৰকাশক ঃ ইনামূল ইক্ৰাম
সম্পাদক
যোৰহাট সাহিত্য সভা, যোৰহাট

ডি টি পি ঃ মৌচাক প্ৰকাশন
চোলাধৰা তিনিআলি
এ. টি. ৰোড, যোৰহাট - ৭৮৫০০১

মুদ্ৰক ঃ বৰকটকী এণ্ড কোম্পানী (প্ৰাঃ) লিমিটেড
(অফচেট ডিভিজন) মালৌ আলি, যোৰহাট ।

মূল্য ঃ ৬৫ টকা মাত্ৰ

# আগকথা

অসমীয়া বিজ্ঞান-সাহিত্যই যোৱা তিনি-চাৰি দশকৰপৰা বিজ্ঞানক জনমুখী আৰু জনপ্ৰিয় কৰাত এক বিশেষ ভূমিকা পালন কৰি আহিছে । বিভিন্ন বাতৰিকাকত, আলোচনী আৰু ইলেকট্ৰনিক মাধ্যমৰ জৰিয়তে প্ৰকাশিত আৰু প্ৰচাৰিত এই বিজ্ঞান লেখনীসমূহ সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ বাবে গ্ৰহণযোগ্য হৈছে । ইতিমধ্যে অসমীয়াত বিজ্ঞানৰ গৱেষণা, পাঠ্যক্ৰম আৰু জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ বহুতো পুথি আৰু সংকলন প্ৰকাশিত হৈছে ।

বিজ্ঞান আৰু প্ৰযুক্তিবিজ্ঞান মানৱ সংস্কৃতিৰ এৰাব নোৱৰা অংগ । আমাৰ সমাজত বিজ্ঞান মানসিকতা সৃষ্টি কৰা আৰু বিজ্ঞান জনপ্ৰিয়কৰণ প্ৰক্ৰমলৈ লক্ষ্য কৰিলে দেখা যায় যে বিজ্ঞানৰ বিভিন্ন বাৰ্তা আৰু উদ্ভাৱনসমূহ সহজবোধ্য কৰি জনসাধাৰণৰ মাজলৈ নিয়াৰ প্ৰচেষ্টা আৰু অধিক প্ৰৱল কৰাৰ অৱকাশ আছে ।

বিজ্ঞান আৰু প্ৰযুক্তিবিজ্ঞানৰ সফল প্ৰয়োগ ঘটাবলৈ হ'লে বিজ্ঞানৰ তত্ত্ব, তথ্য আৰু আৱিষ্কাৰসমূহ সৰ্বসাধাৰণ মানুহে বুজিব পৰা হ'ব লাগিব । শিশুৰপৰা বয়স্কজনৰ বাবে বিজ্ঞান-সাহিত্যক বোধগম্য ৰসাল আৰু জনপ্ৰিয় কৰি তোলাৰ দায়িত্ব বিজ্ঞানী, বিজ্ঞান-সাহিত্যিক আৰু বিজ্ঞান সংবাদসেৱীসকলৰ । আমাৰ সাহিত্যিকসকলৰ লগতো এইসকল লেখকৰ স-সমন্বয় ঘটিলেহে সাহিত্য, বিজ্ঞান-সাহিত্য আৰু সমাজ-সংস্কৃতিৰ বিকাশ সাধন হ'ব ।

অসমত বিজ্ঞান-সাহিত্য চৰ্চা কৰাত ব্ৰতী প্ৰতিষ্ঠিত লেখকৰ সংখ্যা আশাপ্ৰদ নহয় । বিজ্ঞান লেখনীত হাত দিয়াসকলক উৎসাহিত আৰু আকৰ্ষণ কৰি বিজ্ঞান লেখকৰ এক প্ৰশিক্ষিক আৰু দক্ষসমূহ গঢ়ি তোলাৰ মানসেৰে বিজ্ঞান লেখকসকলৰ এখন কৰ্মশালা অনুষ্ঠিত কৰাৰ চিন্তা-চৰ্চা কৰা হৈছিল প্ৰায় এবছৰৰ আগৰেপৰা । এই সন্দৰ্ভত প্ৰতিষ্ঠিত বিজ্ঞান লেখক আৰু বিজ্ঞান-লেখনীৰ বাবে ৰাষ্ট্ৰীয় বঁটা বিজয়ী ড° দীনেশ চন্দ্ৰ গোস্বামীৰ লগত হোৱা আলোচনাই এই কৰ্মশালা আয়োজনৰ কাৰণে আমাক উৎসাহিত কৰিছিল । তেখেতৰ পৰিকল্পনা আৰু পৰামৰ্শমতে ১৯৯৮ চনৰ এপ্ৰিল মাহৰ ৩০ তাৰিখৰপৰা মে' মাহৰ ২ তাৰিখলৈকে তিনিদিনীয়াকৈ অসম সাহিত্য সভাই যোৰহাট সাহিত্য সভাৰ উদ্যোগত বিজ্ঞান-লেখকৰ কৰ্মশালাখনৰ আয়োজন কৰা হৈছে ।

এই কৰ্মশালাৰ লগত সংগতি ৰাখি অসম সাহিত্য সভাই অসমীয়া বিজ্ঞান সাহিত্যৰ ধাৰাৰ বিষয়ে এই সংকলনটি প্ৰকাশৰ ব্যৱস্থা কৰিছে । কৰ্মশালাখনিলৈ ৰাষ্ট্ৰীয় বিজ্ঞান আৰু প্ৰযুক্তি সংস্থাৰ পৰিষদ আৰু অসম বিজ্ঞান, প্ৰযুক্তি বিজ্ঞান আৰু পৰিৱেশ পৰিষদে বিত্তীয় যোগান দি সহযোগিতা আগবঢ়াইছে। সংকলনটিত কেইবাগৰাকী অসমীয়া বিজ্ঞান-সাহিত্যৰ বিভিন্ন বিষয়ত আলোকপাত কৰা মুঠ পোন্ধৰটা প্ৰবন্ধ অন্তৰ্ভুক্ত কৰা হৈছে।

আৰম্ভণিতে বিজ্ঞান-সাহিত্যৰ একনিষ্ঠ সেৱক ড° কুলেন্দু পাঠকে বিজ্ঞান-সাহিত্যই সমাজত কি দৰে প্ৰভাৱ পেলাব পাৰে সেয়া আলোচনা কৰিবলৈ যাওঁতে বিশ্ববিশ্ৰুত কেবাগৰাকী বিজ্ঞানী, দাৰ্শনিক আৰু সমাজ সংস্কাৰকৰ মতবাদ দাঙি ধৰিছে । জনপ্ৰিয় বিজ্ঞানৰ বিশিষ্ট লেখক আৰু শিশু-সাহিত্যিক শান্তনু তামূলীৰ কলমত প্ৰাক্-স্বাধীনতা

যুগৰপৰা অসমীয়া বিজ্ঞান সাহিত্যৰ বিকাশ সম্পৰ্কে গৱেষণালব্ধ পৰ্য্যালোচনা হৈছে। আন এগৰাকী বিজ্ঞানসেৱী কৃতি লেখক ড° সোণেশ্বৰ শৰ্মাই তেখেতৰ গৱেষণাসমৃদ্ধ লেখনীত অসমীয়া বিজ্ঞান-সাহিত্যৰ ভাষা সম্পৰ্কে বিশদভাৱে আলোকপাত কৰিছে। ডাকৰ বচনত থকা কৃষি আৰু চিকিৎসা বিধানৰ বচনৰপৰা আৰম্ভ কৰি সাঁচিপাত আৰু ছপাৰ দিনৰ বিজ্ঞানৰ পুথিলৈ প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্যৰ আলোচনা আগবঢ়াইছে বিশিষ্ট বিজ্ঞান সাহিত্যিক ডিম্বেশ্বৰ চলিহাই । চিন্তাবিদ, গৱেষক আৰু লেখক ড° পৰমানন্দ মহন্তৰ অসমীয়া লোকবোধ্য বিজ্ঞান-সাহিত্যৰ বিষয়ে লেখনীত বৈজ্ঞানিক ৰচনাৰ ক্ষেত্ৰত আধুনিক বিজ্ঞান আৰু ভাষাৰ সম্পৰ্কৰ কথা বিশ্লেষণ কৰা হৈছে । সু-চিকিৎসক, সাহিত্যিক ডা° নগেন দত্তৰ লেখনীত বিজ্ঞান আৰু প্ৰযুক্তিবিজ্ঞানক কেনেকৈ গঞা ৰাইজৰ বাবে গ্ৰহণযোগ্য কৰিব পাৰি তাৰ দিহা দিছে। অচলা গোস্বামীয়ে অসমীয়া বিজ্ঞান-সাহিত্য আলোচনী, বাতৰিকাকত, অনাতাঁৰ মাধ্যমৰ জৰিয়তে কেনেকৈ জনমুখী হৈ পৰিছে তাৰ আলোচনা দাঙি ধৰিছে । ক্ষীৰধৰ বৰুৱাৰ গৱেষণামূলক প্ৰবন্ধটোত ১৯৬১ চনৰপৰা প্ৰকাশ হৈ অহা প্ৰথম বিজ্ঞান আলোচনী 'বিজ্ঞান জেউতি'ত প্ৰথম অৱস্থাৰপৰা বৰ্তমানলৈ প্ৰকাশ পোৱা প্ৰবন্ধ, জীৱনী, কবিতা, বিজ্ঞানভিত্তিক গল্প, নাটক, অনুবাদ-সাহিত্য, ব্যংগ চিত্ৰ আদিৰ আলোচনা দাঙি ধৰা হৈছে । ছাত্ৰ-ছাত্ৰীৰ উপযোগী বিজ্ঞান-সাহিত্য ঊনৈশ শতিকাৰ মাজভাগৰপৰাহে স্কুলীয়া পাঠ্যক্ৰমত বিকল্প বিষয় হিচাপে অন্তৰ্ভুক্ত হয় বুলি অসমীয়া বিজ্ঞান-সাহিত্যৰ লগত ওতঃপ্ৰোতভাৱে জড়িত ড° ৰমেশ চন্দ্ৰ গোস্বামীৰ প্ৰবন্ধত কোৱা হৈছে । বিজ্ঞান লেখক ৰথীন্দ্ৰ নাথ গোস্বামীয়ে 'বিশ্বকোষৰ বিজ্ঞান-সাহিত্য'ত বিশ্বকোষ আৰু তেনে সংকলনবোৰৰ বিজ্ঞান-সাহিত্যৰ বিষয়ে আলোকপাত কৰিছে। 'অসমীয়া কল্পবিজ্ঞান নাটক' শীৰ্ষক লেখনীত যোগেন চেতিয়াই অসমীয়া কল্পবিজ্ঞান, অনাতাঁৰ আৰু মঞ্চ নাটকসমূহৰ এক খতিয়ান দাঙি ধৰিছে । অসমীয়া বিজ্ঞান-সাহিত্যৰ বিশিষ্ট লেখক ড° বিজয়কৃষ্ণ দেৱশৰ্মাই শিশুৰ উপযোগী বিজ্ঞান-সাহিত্যৰ গুণাৱলী, শিশুৰ বোধগম্য হোৱা ভাষা, বিজ্ঞানৰ যথাযথ প্ৰতিস্থাপন তথা লেখকৰ নিৰ্বাচন সম্পৰ্কে বিশদ আলোচনা আগবঢ়াইছে। বিশিষ্টা লেখিকা বন্দিতা ফুকনে শিশুৰ মনোজগতত প্ৰৱেশ কৰি বাস্তৱ ঘটনাসমূহ ৰসালকৈ সৰল ভাষাত চিত্ৰ সহকাৰে উপস্থাপন কৰাৰ ৰীতি-নীতিসমূহ ফঁহিয়াই দেখুওৱাৰ লগতে শিশুৰ চেতনা জাগৃত কৰাৰ উপায়সমূহো বিতংভাৱে আলোচনা কৰিছে ।

ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে তেখেতৰ প্ৰবন্ধত কল্পবিজ্ঞান সাহিত্যৰ ইতিহাস আৰু বিৱৰ্তনৰ উপৰিও ভাৰতীয় ভাষাসমূহত আৰু বিশেষকৈ অসমীয়া ভাষাত কল্পবিজ্ঞান সাহিত্যৰ বৰ্তমান অৱস্থাৰ বিশদ বিৱৰণ দাঙি ধৰিছে । ড° এ. কে. জিয়াউদ্দিন আহমেদে অসমীয়া কল্পবিজ্ঞান সাহিত্যৰ এটা আলোচনা আগবঢ়াইছে।

শেষত সম্পাদনাৰ গুৰুভাৰ আমাৰ ওপৰত দিয়াত অসম-সাহিত্য সভা আৰু যোৰহাট সাহিত্য সভালৈ ধন্যবাদ জনালোঁ ।

যোৰহাট
৩০ এপ্ৰিল ১৯৯৮

ড° প্ৰমোদ চন্দ্ৰ নেওগ
সম্পাদক

# বিষয়-সূচী

# বিজ্ঞান-সাহিত্য আৰু সমাজ

## ড° কুলেন্দু পাঠক

১৯৮০ চনত অসম বিজ্ঞান সমিতিয়ে 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক এখন আলোচনাচক্ৰ অনুষ্ঠিত কৰিছিল । ১৯৮২ চনত উল্লিখিত আলোচনা চক্ৰত আলোচিত বিষয়বোৰ পুথি আকাৰে প্ৰকাশিত হৈছিল । তাৰ পাছতো অসম সাহিত্য সভা আৰু অসম বিজ্ঞান সমিতিৰ শাখাৰ উদ্যোগত এই বিষয়ে আলোচনা কৰি থকা হৈছে যদিও এনে সাহিত্যই সমাজৰ ওপৰত পেলোৱা প্ৰভাৱ জুখিবপৰা অধ্যয়ন হৈছে বুলি আমি গম নাপাওঁ । সত্তৰ দশকৰপৰাই স্কুলত বিজ্ঞান শিক্ষা বাধ্যতামূলক কৰা হ'ল যদিও এই ঘটনাই বিজ্ঞান চৰ্চা, বিজ্ঞানৰ প্ৰয়োগ নাইবা সাধাৰণ বিজ্ঞানসন্মত মানসিকতা গঢ়ি উঠাৰ ক্ষেত্ৰত কিমান প্ৰভাৱ পেলাইছে ? - এই দিশতো বিশদ অধ্যয়ন হোৱা নাই । স্বাধীনতাৰ পৰৱৰ্তী কালত ৰাষ্ট্ৰীয় বিজ্ঞান পলিছিৰ (১৯৫৮) ফলশ্ৰুতি হিচাপে তথা ভাৰতীয় সংবিধানৰ ৪২ তম সংশোধনীৰ ('বিজ্ঞানসন্মত মানসিকতাৰ অধিকাৰী হোৱাটো প্ৰতিজন ভাৰতীয় নাগৰিকৰে বুনিয়াদী কৰ্তব্য'।) প্ৰয়োগৰ ফলত ভাৰতত আনুষ্ঠানিক বিজ্ঞান চৰ্চাৰ আৰু বিজ্ঞানসন্মত মানসিকতা গঢ়ি উঠাৰ ওপৰত গুৰুত্ব দিয়া হৈছিল যদিও দেশবাসীৰ সামূহিক উন্নতিত এনে প্ৰচেষ্টাই কিমান অৰিহণা যোগাইছে ? এনেবোৰ প্ৰশ্নৰ ভিত্তিত যথেষ্ট সমালোচনা, বাদানুবাদ হ'ব লাগিছিল যদিও অসমীয়া ভাষাত এনে প্ৰচেষ্টাৰ পৰিমাণ কম । তুলনামূলকভাৱে মালায়ালম, বাংলা, মাৰাঠী আদি ভাষাবে বিজ্ঞান চৰ্চাৰ পৰিমাণ দ্ৰুতভাৱে বাঢ়িছে । অসমীয়া বিজ্ঞান-সাহিত্য সম্পৰ্কে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ বক্তব্য এই প্ৰবন্ধৰ লগত সন্নিবিষ্ট কৰা হৈছে (পৰিশিষ্ট - ১) । লগতে উল্লিখিত আলোচনাচক্ৰত গঠিত আমাৰ প্ৰবন্ধ এটাৰ কিয়দাংশও প্ৰবন্ধৰ লগতে সন্নিবিষ্ট কৰা হৈছে (পৰিশিষ্ট - ২) ।

"If the labours of men of science should ever create material revolution, ..... in our conditions and in impressions which we habitually receive, the fact will then sleep no more than present ; he will be ready to follow the steps of the men of science ...... will be at his side, carrying sensation into the midsts of the object of science themselves. The remotest discoveries

of the chemist, the botanist or minetralogist will be proper objects of poets art .....................

If the time should ever come when what is now called science, shall be ready to put on, as it were, a form of flesh and blood, the poet will lend his divine spirit to aid the transfiguration and will welcome the being produced, as a clean and genuine inmates of the household of man.

W Wordsworth, Lyrical Ballads, 1800.

বিজ্ঞান-সাহিত্যই সমাজক প্ৰভাৱান্বিত কৰিব পাৰেনে ? বা অসমীয়া বিজ্ঞান সাহিত্যই অসমীয়া সমাজক প্ৰভাৱান্বিত কৰিছেনে ? এনেবোৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ লগতে বিজ্ঞানে সমাজৰ ওপৰত কিমান প্ৰভাৱ বিস্তাৰ কৰে বা কৰা উচিত সেই বিষয়েও আলোচনা হোৱা উচিত ।

আধুনিক বিজ্ঞান চৰ্চা (সপ্তদশ শতিকাৰ পৰৱৰ্তী কালৰ) মুখ্যত পশ্চিম ইউৰোপত বিকশিত হৈছিল । এই বিজ্ঞানৰ চমৎকাৰিত্ব সম্পৰ্কে বাৰ্ট্ৰাণ্ড ৰাছেলে তেওঁৰ History of Western Philosophy গ্ৰন্থত এনেদৰে লিখিছে ঃ

"প্ৰাচীন কাল আৰু আধুনিক যুগৰ পাৰ্থক্যসূচক সকলো কথাৰ মূলতে আছে (আধুনিক) বিজ্ঞান চৰ্চা আৰু বিজ্ঞানৰ চমকপ্ৰদ জয়যাত্ৰা আৰম্ভ হৈছিল সোতৰ শতিকাত ।....... মানসিক তথা বৌদ্ধিক দৃষ্টিকোণৰপৰা বিচাৰ কৰি চালেও আধুনিক কাল সোতৰ শতিকাতে আৰম্ভ হৈছিল । প্লেটো বা এৰিষ্টটলে ইটালী দেশীয় ৰেঁনেছাছৰ সকলো কথাকে বুজি পালেহেঁতেন । (ধৰ্ম সংস্কাৰক) লুথাৰৰ কথাবোৰ পঢ়ি সমাজ একুইনাছ মৰ্মাহত হ'লহেঁতেন কিন্তু সেইবোৰ বুজাত তেওঁ কোনো জটিলতা নাপালেহেঁতেন । (কিন্তু) সোতৰ শতিকাত সকলো সলনি হৈ গ'ল ; প্লেটো আৰু এৰিষ্টটল, একুইনাছ আৰু অ'খাম ... এওঁলোকৰ কোনেও নিউটনৰ বক্তব্যৰ এক বিন্দুও বুজি নাপালেহেঁতেন ।"

ৰাছেলৰ বহুতো ৰচনাত এনে ধৰণৰ গভীৰ, স্বচ্ছ আৰু ইতিহাসভিত্তিক বৰ্ণনা পোৱা যায় আৰু এনে ৰচনাবোৰ শক্তিশালী বিজ্ঞান-সাহিত্যৰ উদাহৰণ হিচাপে উল্লেখ কৰিব পাৰি । তেখেতৰ বিজ্ঞানভিত্তিক কল্পকাহিনী কেইটাতো গভীৰ অধ্যয়ন, অন্তৰ্দৃষ্টি আৰু দ্বন্দ্বৰ চাপ সহজে লক্ষ্য কৰিব পাৰি । এনে ধৰণৰ ৰচনাই সমাজৰ ওপৰতো গভীৰ প্ৰভাৱ বিস্তাৰ কৰে ।

উল্লেখযোগ্য যে সপ্তদশ শতিকাৰ আৰম্ভণি কালতে ইউৰোপীয় বিজ্ঞান সাহিত্যৰ ক্ৰান্তিকাৰী পুথি ৰচিত হৈছিল আৰু অতি বিখ্যাত, জনপ্ৰিয় আৰু প্ৰভাৱ বিস্তাৰকাৰী পুথিখন হ'ল গেলিলিঅ' গেলিলিৰ 'ডায়ালগ' (Dialogue concerning the Two chief world systems - Ptolemaic & Copernican) । ইটালীয় (লেটিনত নহয়) ভাষাত লিখা এই পুথিখন ১৬৩২ চনত প্ৰকাশিত হৈছিল । প্ৰকাশৰ ছমাহ পাছতে এই গ্ৰন্থখন নিষিদ্ধ কৰা হৈছিল যদিও, তেতিয়ালৈ বজাৰত এটা কপিও পাবলৈ নাছিল। পশ্চিমীয়া বৌদ্ধিক জগতত বিজ্ঞানৰ সুলিখিত পুথিৰ জনপ্ৰিয়তাই তেতিয়াই এক উচ্চ পৰ্য্যায় পাইছিল। পৰৱৰ্তী কালত ইউৰোপৰ প্ৰায়বোৰ ভাষাতে ডায়ালগৰ বিভিন্ন অনুবাদ প্ৰকাশিত হয় । এখন আধুনিক ইংৰাজী অনুবাদ গ্ৰন্থৰ পাতনি লিখিছিল স্বয়ং এলবাৰ্ট আইনষ্টাইনে। গেলিলিঅ'ক নিজৰ 'মানস জগতৰ বীৰ' বুলি স্বীকাৰ কৰি আইনষ্টাইনে লিখিছেঃ

"Galeleo's 'Dialogue' is a mine of information for any one interested **in the cultural history of western-world and its influence on economic and political development** ............ To begin with, the Dialogue gives an extremely lively and persuasive exposition of the prevailing views on the structure of the cosmos in large ..........

The leitmotif which I recognize in Galileo's work is the passionate fight against any kind of dogma based on authority. **Only experience and careful reflection are accepted by him as criteria of truth.** Nowadays, it is hard for us to grasp how revolutionary such an attitude appeared in Galileo's time, when merely to doubt the 'truth' of opinions that had no basis bat authority, was considered a capital crime and (Person with such attitude) was punished accordingly. Actually we are not far removed such a situation (even to day) ........ But in theory, at least, the principle of unbiased thought has won out, and most people are willing to pay lip-service to this principle."

গেলিলিঅ' আধুনিক পদাৰ্থবিজ্ঞান আৰু বিজ্ঞান সাধনাৰ এগৰাকী প্ৰতিষ্ঠাতা। বহুতেই হয়তো নাজানে যে বিজ্ঞান তথা বৈজ্ঞানিক চিন্তাধাৰাক জনপ্ৰিয় কৰি মানৱ চিন্তাৰ অন্যতম মুক্তধাৰা হিচাপে প্ৰতিষ্ঠা কৰা কাৰ্য্যতো গেলিলিঅ'ই প্ৰায় অনুৰূপ ভূমিকা গ্ৰহণ কৰিছে ।

গেলিলিঅ', ডাৰউইন, ফাৰাডে, আইনষ্টাইন, জৰ্জ গেমো, ছেগান, হ'কিং, জেগাউড (শেষৰ দুজন জীৱিত) আদি বিখ্যাত বিজ্ঞানীসকলে নিজৰ তথা সমসাময়িক বিজ্ঞান চিন্তাক সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ বাবে বোধগম্য কৰাৰ

প্ৰচেষ্টা চলোৱাৰ নিদৰ্শন ৰাখিছে । কাৰণ বিজ্ঞান আৰু প্ৰযুক্তিক মানৱ সংস্কৃতিৰ এক অংশ হিচাপে তেওঁলোকে গণ্য কৰে । অৱশ্যে বিজ্ঞানৰ আৱিষ্কাৰ আৰু প্ৰযুক্তিৰ প্ৰয়োগ সম্পৰ্কীয় কথাবোৰ জনসাধাৰণৰ মনোগ্ৰাহীকৈ সজাই-পৰাই উলিয়াই দিয়াৰ দায়িত্ব প্ৰধানকৈ লৈছে জুল ভাৰ্ন, ৱেলছ, এছিমভ আদিৰ দৰে প্ৰখ্যাত কল্পকাহিনীৰ ৰচকসকলে ।

পাশ্চাত্যজগতত বিজ্ঞান চৰ্চা, প্ৰযুক্তিৰ প্ৰয়োগ, এইবোৰৰ সমালোচনা আৰু এইবোৰৰ বিষয়কলৈ উচ্চ শ্ৰেণীৰ নাইবা মনোৰম সাহিত্য ৰচনাৰ প্ৰয়াস সোতৰ শতিকাৰপৰাই সমান্তৰালভাৱে চলি আহিছে । একেগৰাকী ব্যক্তি গেলিলিঅ' বল-বিজ্ঞান তথা আধুনিক পদাৰ্থবিজ্ঞানৰ জনক, (অন্যৰ আৱিষ্কাৰ) দূৰবীণৰ নিৰ্মাতা আৰু বিক্ৰেতা, থাৰ্মমিটাৰ আৰু ঘড়ীৰ উদ্ভাৱন সম্পৰ্কীয় গৱেষক আৰু 'ডায়ালগ'ৰ উপৰিও কেইবাখনো অতি জনপ্ৰিয় (সেই সময়ৰ) পুথিৰ ৰচোঁতা । এনে উদাহৰণ ইউৰোপৰ অন্যান্য অঞ্চলৰপৰাও আহৰণ কৰিব পাৰি । ক্ৰমান্বয়ে 'স্পেছিয়েলাইজেছন' বাঢ়ি অহাত এনেলোকৰ সংখ্যা কমি আহিছে যদিও কাৰ্ল ছেগান বা ষ্টিফান হ'কিঙে বিংশ শতিকাৰ দ্বিতীয়াৰ্ধতো পৃথিৱীৰ 'বেষ্ট ছেলাৰ' গ্ৰন্থ (ছেগানৰ Cosmos, হ'কিঙৰ A Brief History of Time) ৰচনা কৰি দেখুৱাইছে । ক'জম'ছ (বা নিয়মানুগ বিশ্ব) গ্ৰন্থৰ বক্তব্য ভিডিঅ' মাধ্যমেৰে প্ৰকাশ কৰাৰ ফলত পৃথিৱীৰ প্ৰায় ২.৫ কোটি মানুহে ছেগানৰ মনোগ্ৰাহী বৰ্ণনা আৰু দৃশ্যশ্ৰাব্য উপস্থাপনাৰ লগত পৰিচিত হয়। তদুপৰি পশ্চিমীয়া সমাজক বিজ্ঞানৰ অগ্ৰগতিয়ে আমাৰ এনে অঞ্চলবোৰতকৈ বেছিকৈ উত্তেজিত আৰু অনুপ্ৰাণিত কৰে । মাধ্যমেও সকলো দিশৰপৰাই বিজ্ঞানৰ অগ্ৰগতিক জন মানসৰ ওচৰত দাঙি ধৰিবলৈ যত্ন কৰে । অলপতে প্ৰথম স্তন্যপায়ী ক্ল'ন ডলিক লৈ পাশ্চাত্যৰ চিন্তা জগতত তোলপাৰ লাগিছিল । আনহে নালাগে নেছাৰ, ছায়েন্স, নিউ ছায়েন্টিষ্ট, (প্ৰতিখনেই বিজ্ঞানৰ সাপ্তাহিক আলোচনী) আৰু টাইম, নিউজউইক আদি পৃথিৱী বিখ্যাত আলোচনীয়ে এই ঘটনাৰ বিষয়ে বিভিন্ন দিশৰপৰা দৃষ্টিপাত কৰিছিল; বিতৰ্কত ভাগ লৈছিল ৰাষ্ট্ৰপতি, ধৰ্মগুৰু, সমাজবিজ্ঞানী, অৰ্থনীতিবিদ আৰু আন বহুতো মানুহে । বিজ্ঞানীৰ কথা নকলোৱেইবা!

সমাজৰ ওপৰত কল্পকাহিনীৰ প্ৰভাৱৰ কথা আমি ইয়াত আলোচনা নকৰোঁ । সোতৰ শতিকাৰ শেষৰ ফালে (১৬৮৭ খ্ৰি°) নিউটনৰ অতি বিখ্যাত গ্ৰন্থ প্ৰিঞ্চিপিয়া প্ৰকাশিত হয়। (সম্পূৰ্ণ নাম- The Mathematical Principles of Natural Philosophy ; মূল গ্ৰন্থত লেটিন ভাষা ব্যৱহাৰ কৰা হৈছিল।) প্ৰিঞ্চিপিয়াক বহুতে বিজ্ঞানৰ মহত্তম গ্ৰন্থ বুলি ক'ব খোজে । এই কথা সঁচা যে আধুনিক বিজ্ঞান চৰ্চা এতিয়াও এই পুথিয়ে নিৰ্দিষ্ট কৰা পথেৰেই চলি আছে । পুথিখনৰ বৌদ্ধিক



মূল্য ইমানেই বেছি যে বিখ্যাত বিজ্ঞানী সুব্ৰামনিয়ম চন্দ্ৰশেখৰে জীৱনৰ শেষ গ্ৰন্থখন লেখিছে প্ৰিঞ্চিপিয়াৰ বিষয়ে । আধুনিক কালৰ বিজ্ঞানৰ ছাত্ৰই প্ৰিঞ্চিপিয়াৰ কথাবোৰ সহজে বুজিব পৰাকৈ তেখেতে লেখা গ্ৰন্থখনো মূল্যৱান আৰু জনপ্ৰিয়। সমাজৰ ওপৰত বিজ্ঞান চৰ্চাই কিদৰে প্ৰভাৱ বিস্তাৰ কৰিছিল তাৰে উদাহৰণ হিচাবে প্ৰিঞ্চিপিয়াৰ (বৃহৎ আৰু দুৰূহ গ্ৰন্থ) জনপ্ৰিয়তালৈ আঙুলিয়াব পাৰি । পুথিখন প্ৰকাশ পোৱাৰ দুই দশকৰ ভিতৰতে ইউৰোপৰ সোতৰটা ভাষালৈ এই গ্ৰন্থ অনূদিত হৈছিল । ফৰাছী দাৰ্শনিক পণ্ডিত ভ'লটিয়েৰে পুথিখনৰ এক জনপ্ৰিয় সংস্কৰণ ৰচনা কৰিছিল । আনকি'Principia for Ladies' বুলিও গ্ৰন্থ প্ৰকাশিত হৈছিল আৰু এই গ্ৰন্থবোৰ সংস্কৰণৰ পাছত সংস্কৰণ বিক্ৰী হৈছিল।

আমি এনেদৰে ভবা অনুচিত যে অকল প্ৰিঞ্চিপিয়াইহে এনে জনপ্ৰিয়তা অৰ্জন কৰিছিল । আধুনিক জীৱ-বিজ্ঞানৰ নগস্যপুৰুষ চাৰ্লচ ডাৰউইনৰ 'অ'ৰিজিন্'ৰ (On the Origin of Species by Natural Selection or the Preservation of FavouredRaces in the Struggle of Life) ক্ষেত্ৰতো একে ধৰণৰ জনপ্ৰিয়তা পৰিলক্ষিত হৈছিল । ১৮৫৯ চনত এই বৃহৎ আৰু মৌলিক গ্ৰন্থখন বজাৰলৈ অহাৰ দিনাই, গ্ৰন্থৰ সকলো কপি শেষ হৈ গৈছিল আৰু পাছত বিভিন্ন ভাষাত সংস্কৰণৰ পাছত সংস্কৰণ বিক্ৰী হৈছিল । এই গ্ৰন্থ প্ৰকাশৰ পাছত উঠা বিতৰ্কৰ ধুমুহাৰ কথা অৱশ্যে পৃথিৱীৰ বিদ্বান সমাজৰ মাজত জনাজাত । অতি কৃতি বিজ্ঞানী আৰু লেখক থমাছ হাক্সলি আছিল ডাৰউইনৰ বক্তব্যৰ উগ্ৰ সমৰ্থক আৰু প্ৰচাৰক আৰু তেওঁ নিজকে ডাৰউইনৰ 'বুলডগ' বুলি কৈ ভাল পাইছিল ।

আশীৰ দশকত প্ৰকাশ পোৱা দুখন কিতাপৰ নাম আমি উদাহৰণ হিচাপে উল্লেখ কৰিব বিচাৰোঁ । কিতাপ দুখন হ'ল ইলিয়া প্ৰিগ'গিনৰ আৰু ইছাবেল ষ্টেনজাৰ্ছৰ 'Order Out of Chaos' আৰু ৰ'জাৰ পেনৰ'জৰ 'The Emperor's New Mind'. প্ৰথম কিতাপখনৰ বিষয়ে বিখ্যাত বিজ্ঞান লেখক কাপ্ৰাই লিখিছে - "A intriguing and inspiring book for everyone interesed in the leading edge of modern science." প্ৰিগ'গিনে ১৯৭৭ চনত ৰসায়নৰ নোবেল বঁটা লাভ কৰিছিল (বিষয় Thermodynamics of non-equillibrium systems) । ফৰাচী ভাষাত এই গ্ৰন্থৰ প্ৰথম ৰূপ (নাম La Nouvelle Alliance) ১৯৭৯ চনত প্ৰকাশিত হয় আৰু লগে লগে ফৰাচী ভাষা-ভাষী বিদ্বানসকলৰ মাজত (পদাৰ্থবিজ্ঞান, ৰসায়ন, সমাজবিজ্ঞান, গৃহ-বিজ্ঞান সাহিত্য সমালোচনা ইত্যাদি বিষয়ৰ) তুমুল বিতৰ্ক আৰু আলোচনাৰ সূত্ৰপাত হয় । পুথিখন ইতিমধ্যে ইউৰোপৰ প্ৰায়বোৰ ভাষালৈ অনূদিত হৈছে । ইংৰাজী 'Order Out of Chaos গ্ৰন্থখন অৱশ্যে পুনৰ্লিখিত হৈছে (১৯৮৪) ।

এই সংস্কৰণৰ পাতনিত এলভিন ট'ফলাৰে লিখিছে ঃ

..... "It (Order out of chaos) is a lever for changing science itself, for compelling us to re-examine its goals, its methods, its epistemology
- its world veiw. Indeed, this book can serve as a symbol of today's historic transformation in science.
- one that no informed person can afford to ignore."

পেনৰ'জৰ 'The Emperor's New Mind' গ্ৰন্থখনো অতি গুৰুত্বপূৰ্ণ সংযোজন। গ্ৰিগ'গিন আৰু পেনৰ'জ আধুনিক কালৰ দুগৰাকী 'পলিমেথ' (Polymath বিভিন্ন বিষয়ত প্ৰতিভাবান ব্যক্তি)। এনে ধৰণৰ অতিশয় প্ৰভাৱশালী গ্ৰন্থ বিজ্ঞানৰ আন আন শাখাতো প্ৰকাশিত হৈ আছে আৰু প্ৰতিভাবান ব্যক্তিসকলে নিজৰ নিজৰ চিন্তা আৰু আৱিষ্কাৰ সুন্দৰকৈ সজাই-পৰাই সাধাৰণ মানুহৰ আগত দাঙি ধৰিছে। ফল স্বৰূপে, বৈজ্ঞানিক অগ্ৰগতি সম্পৰ্কে অন্ততঃ বৌদ্ধিক মহলে জনাৰ সুবিধা পাইছে।

অসমীয়া বিজ্ঞান-সাহিত্য আজি একেবাৰে চালুকীয়া হৈ আছে বুলি ক'ব নোৱাৰি ; অন্ততঃ বয়স বাঢ়িছে, লিখা-মেলাৰ সুবিধা (অৰ্থাৎ বাতৰিকাকত আৰু আলোচনী) বৰ্ণনীয় ভাৱে বাঢ়িছে আৰু তাত আৱিষ্কাৰৰ কথা আৰু বৈজ্ঞানিক ইনফৰ্মেছন কিছু পৰিমাণে হ'লেও প্ৰকাশিত হৈছে। অন্ততঃ কিছু সংখ্যক ভাল কল্প কাহিনীও অসমীয়া ভাষাত ৰচিত হৈছে। তৎসত্ত্বেও কেইটামান প্ৰশ্নৰ উত্তৰ বিচাৰিলে বিজ্ঞান সাহিত্য আৰু সমাজৰ বা বিজ্ঞান তথা সমাজৰ আন্তঃক্ৰিয়া সম্পৰ্কে কিছুমান প্ৰশ্ন উঠে। প্ৰশ্নবোৰ এনেকুৱা ঃ

(১) বিজ্ঞানসম্মত মানসিকতাৰ প্ৰসাৰ বাঢ়িছেনে ? ভাৰতীয় সংবিধান অনুসৰি দেশৰ প্ৰতিগৰাকী নাগৰিক এনে মানসিকতাৰ গৰাকী হোৱাৰ প্ৰয়োজন।

(২) প্ৰথম প্ৰশ্নৰ বিপৰীতে আমি এনে প্ৰশ্নও তুলিব পাৰোঁ যে দেশত বিজ্ঞান-শিক্ষাৰ প্ৰসাৰ বঢ়া সত্ত্বেও অন্ধ-বিশ্বাস, অপ্ৰয়োজনীয় বিশ্বাস আৰু অলৌকিকতাৰ প্ৰতি মানুহৰ (বিশেষকৈ শিক্ষিতৰ) অনুৰাগ দিনক দিনে বাঢ়িছে নেকি ? চাৰিওফালে কাঠফুলাৰ দৰে গজি উঠা শনি, গণেশ ইত্যাদি মন্দিৰৰ বংশবৃদ্ধিয়ে এই দিশৰ প্ৰতি আঙুলিয়ায়। বিজ্ঞান-সাহিত্য তথা বিজ্ঞান শিক্ষাই এনে অপসংস্কৃতি ৰোধ কৰাত কিবা সহায় কৰিব পাৰিছেনে ? বিজ্ঞানৰ উচ্চ ডিগ্ৰিধাৰী আৰু গৱেষকসকলৰ মাজত এনে অপসংস্কৃতিৰ প্ৰাদুৰ্ভাৱ কিমান কম ?

(৩) জটিল সমস্যাৰ সমাধানৰ ক্ষমতা আৰু উদ্ভাৱনা আমাৰ প্ৰজাতিৰ অনন্য গুণ। লগতে মানুহ মগজুৰেই নহয়, দুখন নিপুণ হাতৰো ব্যৱহাৰকাৰী। গতিকে



# তালিকা

বিজ্ঞান-সাহিত্যৰ বিকাশ বিভিন্ন ধৰণে বিজ্ঞানৰ বিষয়বোৰ আৰু প্ৰযুক্তিৰ প্ৰয়োগসমূহ অসমীয়া ভাষাৰে চৰ্চা কৰাৰ ওপৰত নিৰ্ভৰশীল। এই কাৰ্য্যৰ বাবে প্ৰয়োজনীয় সৰলীকৃত কাৰ্য্য ব্যৱস্থাৰ বাহক চিত্ৰ (Flow diagram) তলত দিয়া হ'ল। (অসমীয়া বিজ্ঞান সাহিত্য, ১৯৮২, অসম বিজ্ঞান সমিতি)।

ঃ পৰিভাষা, অভিধান ঃ ৰচনা, পৰিমাৰ্জন আৰু সংশোধন

ঃ পাঠ্যপুথি ঃ অন্যান্য প্ৰসংগ পুথি প্ৰায়োগিক আৰু চিন্তামূলক পুথি

পৰিভাষা ভাষাৰ অংশ হিচাপে পৰিগণিত হৈছেনে ?

No.

Yes

যথেষ্ট নে ? ভাষা সাবলীলনে ? আঞ্চলিক সমস্যা সমাধানৰ যত্ন চলিছেনে ? বিজ্ঞান সংস্কৃতিৰ অংশ বুলি গণ্য হৈছে নে ?

No.

Yes

বিজ্ঞান আৰু সামাজিক পৰিধান

বিজ্ঞান আৰু প্ৰযুক্তিৰ সুসমন্বিত আলোচনা, প্ৰসাৰ, প্ৰয়োগ আৰু জনপ্ৰিয়কৰণৰ প্ৰচেষ্টা

বৈজ্ঞানিক আৰু প্ৰযুক্তিমূলক তথ্য

প্ৰয়োজনীয় প্ৰযুক্তি সম্পৰ্কীয় পুথি

বিজ্ঞানৰ তত্ত্ব বিজ্ঞান আৰু দৰ্শন প্ৰযুক্তি আৰু উন্নয়ন

বিজ্ঞানৰ ইতিহাস প্ৰযুক্তিৰ ক্ৰমবিকাশ

বিজ্ঞান আৰু বিজ্ঞানী

বৌদ্ধিক আৰ্থ-সামাজিক সংস্কৃতিক পৰিবৰ্তন?

No

Yes

গৱেষণামূলক আৰু উচ্চপৰ্য্যায়ৰ ৰচনা

বিজ্ঞান, দৰ্শন, সমাজ সম্পৰ্কীয় গভীৰ আলোচনা

বিজ্ঞানভিত্তিক কল্প কাহিনীৰ ৰচনা আৰু সমাদৰ

মানসিকতাৰ লগতে নিপুণতা অৰ্জনো আমাৰ বাবে প্ৰয়োজনীয় । আমাৰ সমস্যা সমাধানৰ বাবে প্ৰয়োজনীয় নিপুণতা পাশ্চাত্যজগতৰ বাবে প্ৰয়োজনীয় নিপুণতাবোৰ নহ'বও পাৰে । আমাৰ প্ৰয়োজনীয় নিপুণতাৰ ক্ষেত্ৰসমূহ চিনাক্ত কৰাত বিজ্ঞান শিক্ষা আৰু বিজ্ঞান-সাহিত্যই কিমান সহায় কৰিছে ? আমাৰ ইঞ্জিনীয়াৰিং, মেডিকেল, স্নাতকোত্তৰ শিক্ষাই আমাৰ প্ৰকৃত সমস্যাবোৰ সমাধানৰ সামৰ্থ্য বা মনোবৃত্তি ডিগ্ৰিধাৰীসকলক দিব পৰা নাই বুলি প্ৰায়ে কোৱা হয় - এই কথাৰ সত্যাসত্য বিজ্ঞান-সাহিত্য বা ৰচনাত কিমান প্ৰতিফলিত হৈছে ?

(৪) আমাৰ বিজ্ঞান জনপ্ৰিয়কৰণ প্ৰক্ৰিয়াই জনগণৰ সেৱাত বিজ্ঞান নিয়োজিত হোৱাৰ ক্ষেত্ৰত কিমান অৰিহণা যোগাইছে ? নে আমি পাশ্চাত্যৰ বাবে গুৰুত্বপূৰ্ণ বিষয়বোৰক লৈ অনাৱশ্যকভাৱে বেছি হুলস্থূল কৰি আছোঁ ?

এনেবোৰ প্ৰশ্নৰ সদুত্তৰ বিচাৰিলে আৰু দিবলৈ যত্ন কৰিলেহে বিজ্ঞান-সাহিত্য সমাজ আৰু জনগণৰ বেছি ওচৰ চাপিব পাৰিব । ❑



# অসমীয়া বিজ্ঞান-সাহিত্যৰ বিকাশ

**শান্তনু তামুলী**

অসমীয়া ভাষাত বিজ্ঞান-চৰ্চাৰ এক ঐতিহ্যমণ্ডিত ইতিহাস পৰিলক্ষিত হয়। চতুৰ্থ-ষষ্ঠ শতিকাৰ ডাকৰ বচনসমূহত আমাৰ গ্ৰাম্যজীৱনত বিজ্ঞান-চৰ্চাৰ প্ৰসাৰ, আদৰ আৰু প্ৰভাৱ লক্ষ্য কৰা যায় । মুখ বাগৰি অহা বিজ্ঞানধৰ্মী জনশ্ৰুতিসমূহৰ বহুখিনি কালৰ গৰ্ভত হয়তো নোহোৱাও হ'ল । ডাকৰ বচনত পোৱা কৃষি, স্বাস্থ্য, প্ৰসূতি, ৰোগীৰ শুশ্ৰূষা, সন্তান-পালন আৰু পৰিচৰ্য্যা সম্পৰ্কীয় বিজ্ঞানৰ অনেক মূল্যবান কথা লোকসাহিত্যৰূপে পৰিগণিত । জনজীৱনৰ সৈতে জড়িত ব্যৱহাৰিক বিষয়সমূহৰ প্ৰতি আদৰ অতীজৰেপৰা অসমীয়া সমাজত দেখা পোৱা যায় । পঞ্চদশ শতিকাৰপৰা অসমীয়া ভাষাত লিখিত ৰূপত বিজ্ঞান-চৰ্চাৰ আৰম্ভ হয় । নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত বিজ্ঞানক জনসাধাৰণৰ মাজলৈ নিয়াৰ হেতু উত্তৰ বৈষ্ণৱ যুগত ১৪৩৪ খ্ৰীষ্টাব্দত বকুল কায়স্থই গণিতৰ পুথি 'কিতাপত মঞ্জুৰী' ৰচনা কৰিছিল । বকুল কায়স্থ নিঃসন্দেহে প্ৰথম অসমীয়া বিজ্ঞান লেখক আৰু তেওঁৰ পদ্যত ৰচনা কৰা 'কিতাপত মঞ্জুৰী' প্ৰথম অসমীয়া জনপ্ৰিয় বিজ্ঞান-গ্ৰন্থৰূপে চিহ্নিত কৰি পাৰি ।

আনুমানিক ১১৫০ খ্ৰীষ্টাব্দত ভাস্কৰাচাৰ্য্যই সংস্কৃত ভাষাত ৰচনা কৰিছিল 'সিদ্ধান্ত শিৰোমণি' । 'সিদ্ধান্ত শিৰোমণি' চাৰিটা খণ্ডত সম্পূৰ্ণ - লীলাৱতী, বীজগণিত, গণিতাধ্যায় আৰু গোলধ্যায় । লীলাৱতী মূলতঃ বীজগণিত আৰু পৰিমিতিৰ অংক । ইয়াৰ শ্লোকসমূহ এনেদৰে অলংকৰণ ভূষিত যে পঢ়ি গ'লে অংক বুলি ধৰিব নোৱাৰি । ছন্দ আৰু অলংকাৰৰ মাধ্যমেৰে নীৰস গণিত সৰল আৰু সৰস কৰি ৰচনা কৰা 'লীলাৱতী' সংস্কৃত ভাষাত বিজ্ঞান সাহিত্যৰ প্ৰাচীনতম নিদৰ্শন বুলি অভিহিত কৰিব পাৰি । কবিৰত্ন দ্বিজে গদ্যত ভাস্কৰাচাৰ্য্যৰ 'লীলাৱতী কথা', চূড়ামণিৰ 'জ্যোতিষ চূড়ামণি', কামৰূপৰ নিজস্ব জ্যোতিষ গণনাৰ পুথি 'খণ্ডসাধ্য' ৰচনা কৰে । ১৬৯৫ খ্ৰীষ্টাব্দত ৰুদ্ৰসিংহই কবিৰাজ চক্ৰৱৰ্তীৰ হতুৱাই সংস্কৃতৰপৰা অসমীয়ালৈ ৰামনাৰায়ণৰ 'ভাস্বতী শাস্ত্ৰৰ কথা' ভাঙনি কৰোৱায়। শিৱসিংহ আৰু অম্বিকাদেৱীৰ পৃষ্ঠপোষকতাত ১৭৩৪ খ্ৰীষ্টাব্দত সুকুমাৰ বৰকাইথে ৰচনা কৰা আৰু দিলবৰ আৰু দোহায়ে চিত্ৰাংকণ কৰা অসমীয়া বিজ্ঞান-সাহিত্যৰ প্ৰাচীনতম অমূল্য গ্ৰন্থ 'হস্তিবিদ্যাৰ্ণৱ সাৰ সংগ্ৰহ'। পুথিখনৰ আৰম্ভণিতে প্ৰাচীন

কামৰূপৰ এগৰাকী পণ্ডিত শম্ভুনাথে ৰচনা কৰা 'গজেন্দ্ৰ চিন্তামণি' নামৰ এখন হস্তিবিদ্যা বিষয়ক পুথিৰপৰা তথ্যপাতি সংগ্ৰহ কৰাৰ কথাও উল্লেখ কৰিছে। ১৯৭৬ খ্ৰীষ্টাব্দত অসম প্ৰকাশন পৰিষদে 'হস্তিবিদ্যাৰ্ণৱ সাৰ সংগ্ৰহ' ছপা কৰি উলিয়াই অসমীয়া ভাষাৰ বিজ্ঞান চৰ্চাৰ ঐতিহ্য নকৈ প্ৰতিপন্ন কৰে। 'হস্তিবিদ্যাৰ্ণৱ'ত ১০৮ বিধ দঁতাল হাতী আৰু ১৭ বিধ মাখুন্দীৰ শ্ৰেণী বিভাগ কৰি সিহঁতৰ দৈহিক গঠনৰ বৰ্ণনা আছে। ১৯৩ খন সাঁচীপাতৰ (৫৮ × ১৬ চেন্টিমিটাৰ আকাৰৰ) ৰঙীন চিত্ৰেৰে সুশোভিত পুথিখনত ১৬৩ পৃষ্ঠালৈ হাতীৰ দৈহিক বৰ্ণনা, ১৬৪ পৃষ্ঠাৰপৰা ১৯৩ পৃষ্ঠালৈ হাতীৰ বিভিন্ন ৰোগ, ৰোগৰ লক্ষণ, ৰোগৰ চিকিৎসা আৰু প্ৰতিকাৰৰ বিভিন্ন বনৌষধৰ প্ৰস্তুত প্ৰণালী আৰু প্ৰয়োগৰ বিধান দিছে।

ভাৰতৰ অন্যান্য প্ৰান্তীয় ভাষাসমূহত বিজ্ঞান চৰ্চাৰ এনে প্ৰাচীনতম দৃষ্টান্ত বিৰল। আনকি আমাৰ চুবুৰীয়া বাংলা ভাষাতো - "১৮১৫ খ্ৰীষ্টাব্দ পৰ্য্যন্ত বাংলা ভাষাত আয়ুৰ্বেদ আৰু ডাক আৰু খনাৰ বচন বাদ দি বিজ্ঞান সম্বন্ধীয় কোনো আছিল বুলি ক'ব নোৱাৰি। ডাক আৰু খনাৰ বচন তেতিয়াও মুখে মুখেই প্ৰচলিত আছিল।"[১]

## নৱজাগৰণ

ঊনৈশ শতিকাৰ অসমীয়া ভাষাত আধুনিক বিজ্ঞান চৰ্চা মিছনেৰীসকলৰ অৱদান। ভাৰতীয় ভাষালৈ আধুনিক ইউৰোপীয় বিজ্ঞান গ্ৰন্থৰ অনুবাদৰ উদ্দেশ্যে ১৮২৮ চনত শ্ৰীৰামপুৰ মিছনত 'Society for Translating European Science' স্থাপিত হয়। অসমৰ স্কুলত প্ৰৱৰ্তনৰ বাবে ১৮৪৫ খ্ৰীষ্টাব্দত নেথান ব্ৰাউনে বকুল কায়স্থৰ গণিতৰ পুথি 'কিতাপত মঞ্জৰী' দুভাগত ভাগ কৰি 'পদগণিত' আৰু 'লীলাৱতী' ছপাই উলিয়ায়। একে বছৰতে ব্ৰাউনৰ গণনাৰ পুথি 'প্ৰথম গননা' আৰু এলিজা ব্ৰাউন আৰু নেথান ব্ৰাউনৰ গণনাৰ পুথি 'দুতিয় গননা' প্ৰকাশ পায়। ১৮৪৬ খ্ৰীষ্টাব্দত জানুৱাৰী মাহৰপৰা প্ৰকাশ পোৱা প্ৰথম অসমীয়া বাতৰি কাকত 'অৰুনোদই'ৰ পাতত বিজ্ঞানৰ বিভিন্ন বিষয়ৰ লেখনি উলিয়াবলৈ লয়। ছপা আখৰত গণিতৰ পুথিৰে বিজ্ঞান-চৰ্চাৰ সূচনা কৰি ব্ৰাউনে ১৯৪৯ চনত প্ৰথম ভূগোল বিষয়ক পুথি, মুৰেৰ বিশ্বকোষৰ আধাৰত ১১৭ পৃষ্ঠাৰ 'ভূগোল শিক্ষক' প্ৰকাশ কৰে। ১৮৫৫ চনত তেজপুৰৰ নিধিৰাম কেওট ওৰফে নিধি লিবাই ফাৰোৱেলে ই. ডব্লিউ ক্লাৰ্কৰ দ্বাৰা সংশোধিত Natural Science in Familiar Dialogue ৰ আৰ্হিত 'পদাৰ্থ বিদ্যাসাৰ অৰ্থাৎ ঈশ্বৰে স্ৰজা বস্তুৰ কথাত শিক্ষক-ছাত্ৰৰ কথোপকথন' শিৱসাগৰৰপৰা প্ৰকাশ কৰে। কলিকতা স্কুল বুক ছচাইটিৰ সম্পাদক উইলিয়াম ইয়েটছে বাংলাত পোনতে ৰচনা কৰা 'পদাৰ্থ বিদ্যাসাৰ' (১৮২৫) নামৰ গ্ৰন্থখনত ৰৰযুণ, বায়ু, পৃথিৱী, মানুহ, জন্তু, মাছ, কীট-পতংগ ইত্যাদিৰ



বিষয়ে লিখিছিল। অসমীয়া 'পদাৰ্থ বিদ্যাসাৰ'ৰ দ্বিতীয় তাঙৰণ প্ৰকাশ পায় ১৮৭৪ চনত। সেই সময়তে বিজ্ঞানৰ দ্বিতীয়খন কিতাপ আছিল বেপ্টিষ্ট মিছনেৰীসকলে প্ৰকাশ কৰা 'বিজ্ঞানৰ বাৰেমতৰা'। ১৮৭৩ চনৰপৰা অসমৰ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাৰ পুনঃ প্ৰচলন হোৱাৰ বাবে বেপ্টিষ্টসকলে পঢ়াশালীত শিক্ষাদানৰ বাবে ভূগোল, সাধাৰণ বিজ্ঞান, স্বাস্থ্যবিজ্ঞান আদি বিষয়ৰ অনেক পাঠ্যপুথি প্ৰকাশ কৰিছিল। ১৮৮৬ চনত হেমচন্দ্ৰ বৰুৱাই Way to Health ৰ অসমীয়া ভাঙনি 'স্বাস্থ্য ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়' প্ৰকাশ কৰে। ১৮৯৩ চনত প্ৰকাশিত পানীন্দ্ৰ নাথ গগৈৰ 'ল'ৰা শিক্ষা'ৰ শেষচোৱাৰ পাতনিত আছে —

'....... গা ভালে ৰখাৰ নিয়মবিলাক সৰুকালৰপৰা শিকা উচিত, সেইকাৰণে শিয়াল, কুকুৰ, মেকুৰী আদিৰ কথা নিদি গা ভালে ৰাখিবৰ নিয়মবিলাক সহজ কথাৰে লিখা হৈছে।' শেষছোৱা 'ল'ৰা শিক্ষা'ৰ ২৭ পৃষ্ঠাৰপৰা ৪২ পৃষ্ঠালৈ গা ভালে ৰাখিবৰ উপায়ৰ অন্তৰ্গত ভাল ঘৰ, গা আদি পৰিষ্কাৰ ৰখা, আহাৰ, পানী, পিন্ধা কাপোৰ, টোপনি, ব্যায়াম, ৰাগীয়াল বস্তু সম্পৰ্কে লিখিছিল।[২]

এই প্ৰবন্ধত অসমীয়া বিজ্ঞান সাহিত্যলৈ অৰিহনা আগ বঢ়োৱা জনপ্ৰিয় বিজ্ঞান গ্ৰন্থসমূহৰ তথ্য-পাতি, গ্ৰন্থপঞ্জী আৰু ব্যক্তিগত সংগ্ৰহৰ ভিত্তিত আলোচনা কৰা হ'ল। কিছুসংখ্যক গ্ৰন্থ নিশ্চয় এতিয়াও পঞ্জীভুক্ত নোহোৱাকৈ আছে।

## অসমীয়া ভাষাত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান পুথি

- ১৮৮৫ চনত কনকলাল বৰুৱা আৰু ৰমাকান্ত বৰকাকতি সম্পাদিত প্ৰথম অসমীয়া গ্ৰন্থপঞ্জীত (মুঠ পৃষ্ঠা সংখ্যা ৫৬) ৭৩০ খন কিতাপ আৰু হাতেলিখা পুথিৰ উল্লেখ কৰিছিল।
- ১৯১২ চনত হেমচন্দ্ৰ গোস্বামীয়ে সংগ্ৰহ কৰা ৭৭ খন সংস্কৃত, ১৫৬ খন অসমীয়া পুথিৰ ভিতৰত ৪ খন গণিত আৰু ২ খন বনৌষধিৰ পুথিৰ উল্লেখ আছিল।
- ১৯২৭ চনত কোষেশ্বৰ শৰ্মা সম্পাদিত গ্ৰন্থ তালিকাৰ ৫৬৪ খন গ্ৰন্থৰ ভিতৰত স্বাস্থ্য, চিকিৎসা, কৃষি, এড়ি-মুগা পালন আৰু গণিত বিষয়ক ৩৯ খন বিজ্ঞানমূলক গ্ৰন্থৰ উল্লেখ আছিল।
- ভাৰতীয় জাতীয় গ্ৰন্থপঞ্জীত ১৯৫৮-১৯৭০ চনৰ ভিতৰত প্ৰকাশ পোৱা ২২৭০ খন অসমীয়া গ্ৰন্থৰ ভিতৰত ১২৩ খন বিজ্ঞান বিষয়ৰ আছিল ; তাৰে সৰহ সংখ্যক আছিল পাঠ্যপুথি।
- ১৯৬০ চনত অনুষ্ঠিত ভাৰতীয় বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰকাশন প্ৰদৰ্শনীত ভাৰতীয় ভাষাসমূহত প্ৰকাশিত ২৯০৮ খন গ্ৰন্থৰ ভিতৰত অসমীয়া ভাষাৰ ৮৩ খন বিজ্ঞান গ্ৰন্থই স্থান পাইছিল।

■ ১৯৭২ অসম সাহিত্য সভাই প্ৰকাশ কৰা ড° লীলা গগৈ আৰু ড° কেশৱানন্দ দেৱগোস্বামী সম্পাদিত 'অসমীয়া গ্ৰন্থপঞ্জী'ত ১৯৫৬-১৯৭১ চনৰ ভিতৰত প্ৰকাশিত ১৯৬৪ খন গ্ৰন্থৰ ভিতৰত ৪৮ খন বিজ্ঞান গ্ৰন্থৰ উল্লেখ আছে ।

■ ১৯৮০ চনত অসম বিজ্ঞান সমিতিয়ে আয়োজন কৰা 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক আলোচনা চক্ৰত শান্তনু তামুলীয়ে পাঠকৰা 'অসমীয়া বিজ্ঞান গ্ৰন্থ সাহিত্য' নিবন্ধত অসমীয়া ভাষাত আৰম্ভণীৰেপৰা ১৯৮০ চন পৰ্য্যন্ত প্ৰকাশ পোৱা ৩৬৪খন গ্ৰন্থৰ তালিকা সন্নিবিষ্ট কৰিছিল ।

## অসমীয়া বিজ্ঞান-সাহিত্যৰ গ্ৰন্থপঞ্জী

১৯৯০ চনত প্ৰমোদ চন্দ্ৰ তামুলীৰ সম্পাদনাত অসম বিজ্ঞান সমিতিয়ে অসমীয়া বিজ্ঞান গ্ৰন্থৰ এখন পূৰ্ণাংগ গ্ৰন্থপঞ্জী সংকলনৰ আঁচনি গ্ৰহণ কৰে । আঁচনিখন পৰৱৰ্তী পৰ্য্যায়ত ১৯৯৪ চনত ভাৰত চৰকাৰৰ 'বিজ্ঞান আৰু প্ৰযুক্তি বিভাগ'ৰ তদানুৰূপ এক ৰাষ্ট্ৰীয় প্ৰকল্প 'ভাৰতীয় ভাষাৰ বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ জনপ্ৰিয় বিজ্ঞানৰ গ্ৰন্থপঞ্জী সংকলন' আঁচনিৰ অন্তৰ্ভুক্ত কৰা হয় । এই ৰাষ্ট্ৰীয় প্ৰকল্পত প্ৰাদেশিক ভাষাসমূহত ১৮৮১ খ্ৰীষ্টাব্দৰপৰা ১৯৯৫ খ্ৰীষ্টাব্দলৈ প্ৰকাশিত আৰু সিঁচৰতি হৈ থকা জনপ্ৰিয় বিজ্ঞান গ্ৰন্থসমূহৰ বেটুপাত, শিৰোনামা, সূচী, পাতনিৰ পৃষ্ঠাসমূহ ফটোকপি কৰি সংৰক্ষণ কৰা, গ্ৰন্থসমূহ গ্ৰন্থপঞ্জীগত তথ্যসমূহ লিপিবদ্ধ কৰা বিৱৰণীকৰণ আৰু গ্ৰন্থসমূহৰ বিষয়বস্তুৰ সাৰাংশ লিপিবদ্ধ কৰি একোখন গ্ৰন্থপঞ্জী সংকলনৰ আঁচনি লোৱা হয়। ইতিমধ্যে অসমীয়া বিজ্ঞান গ্ৰন্থ-সাহিত্যৰ গ্ৰন্থপঞ্জী সম্পূৰ্ণ হৈছে আৰু কম্পিউটাৰ ডাটাবেছত ৰখা হৈছে ।

অসম বিজ্ঞান সমিতি আৰু ভাৰত চৰকাৰৰ 'বিজ্ঞান আৰু প্ৰযুক্তি বিভাগে লোৱা আঁচনিৰ পূৰ্বৰেপৰা অৰ্থাৎ ১৯৭৫ চনৰপৰা অসমীয়া বিজ্ঞান সাহিত্যৰ গ্ৰন্থীপঞ্জী সংকলনৰ এক ব্যক্তিগত প্ৰচেষ্টা চলাই অহা হৈছিল ; যাৰফলত এনে এক বৃহৎ আঁচনি কমদিনৰ ভিতৰতে সম্পূৰ্ণ কৰাতো সম্ভৱ হয় । এই গ্ৰন্থপঞ্জীত বিজ্ঞানৰ পাঠ্য-পুথি, দ্ৰুত পাঠ্যপুথি প্ৰচাৰ-পুস্তিকা, বিজ্ঞান সন্মিলনৰ প্ৰতিবেদন, পাঠ্যপুথিৰ সহায়িকা, মানচিত্ৰ, নেওতা আৰু বৈজ্ঞানিক পৰিসংখ্যা বা তথ্য, বিজ্ঞান কাহিনী, নাটক বা উপন্যাস অন্তৰ্ভুক্ত কৰা হোৱা নাই । ৰাষ্ট্ৰীয় পৰ্য্যায়ত গ্ৰন্থপঞ্জী প্ৰস্তুতিৰ উদ্দেশ্য হ'ল -

● লেখকসকলক বিজ্ঞানৰ গ্ৰন্থ ৰচনাৰ বাবে বিষয় নিৰ্বাচনৰ ক্ষেত্ৰত পথ-নিৰ্দেশনা দিয়া ।

● বিজ্ঞান লেখকৰ সহায়ৰ বাবে ইতিমধ্যে প্ৰকাশিত গ্ৰন্থসমূহত কোনবোৰ বিষয়ৰ ওপৰত কেনেদৰে আলোকপাত কৰা হৈছে আৰু কোন স্তৰৰ পঢুৱৈৰ বাবে লিখা হৈছিল - ইত্যাদিৰ আভাস দিয়া ।



- বিজ্ঞান সাহিত্যৰ প্ৰকাশকসকলক গ্ৰন্থৰ বিষয় নিৰ্বাচনত অৱগত কৰোৱা ।
- মূল্যবান বিজ্ঞান গ্ৰন্থসমূহৰ পুনৰ্প্ৰকাশ বা প্ৰাদেশিক ভাষালৈ অনুবাদ কৰা ।

তালিকা - ১

অসমীয়া ভাষাত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ গ্ৰন্থ

| | ১৮৮১ খ্ৰীঃৰপৰা ১৯৮০ খ্ৰীঃ লৈ (১০০ বছৰ) | ১৯৮১ খ্ৰীঃপৰা ১৯৯৭ খ্ৰীঃলৈ (১৭ বছৰ) | মুঠ | বৃদ্ধি |
|---|---|---|---|---|
| কৃষি বিজ্ঞান | ৩১ | ৩৫ | ৬৬ | ৪ |
| পশুচিকিৎসা বিজ্ঞান | ২ | ২ | ৪ | - |
| প্ৰত্নতত্ব | ১৮ | ৯ | ২৭ | - |
| জ্যোতির্বিদ্যা | ৮ | ৯ | ১৭ | ১ |
| জীৱনী | ২৫ | ৬৫ | ৯০ | ৪০ |
| উদ্ভিদবিদ্যা | ৪ | ১৬ | ২০ | ১২ |
| ৰসায়ন | ৫ | ৬ | ১১ | ১ |
| ভূতত্ব | ৪ | ৯ | ১৩ | ৫ |
| পৰিবেশ বিজ্ঞান | ১ | ১৪ | ১৫ | ১৩ |
| শক্তি | ০ | ৭ | ৭ | ৭ |
| ইঞ্জিনীয়াৰিং আৰু প্ৰযুক্তি | ২৯ | ২৬ | ৫৫ | - |
| মীন পালন | ২ | ২ | ৪ | - |
| সাধাৰণ বিজ্ঞান | ৪২ | ৭১ | ১১৩ | ২৯ |
| ভূগোল | ৮ | ২ | ১০ | - |
| জৈৱ প্ৰযুক্তি | ০ | ২ | ২ | - |
| বিজ্ঞানৰ ইতিহাস | ২ | ৭ | ৯ | ৫ |
| উদ্যোগ | ১২ | ১১ | ২৩ | - |
| ভূমি সংৰক্ষণ | ১ | ১ | ২ | - |
| গণিত | ১১ | ১৩ | ২৪ | - |
| চিকিৎসা | ১১৭ | ৯০ | ২০৭ | - |
| প্ৰাকৃতিক সম্পদ | ৬ | ৪ | ১০ | - |
| সমুদ্ৰবিজ্ঞান | ৮ | ২ | ১০ | - |
| পদাৰ্থ বিজ্ঞান | ১৭ | ৩২ | ৪৯ | ১৫ |
| বিজ্ঞান সাহিত্য | ০ | ৩ | ৩ | ৩ |
| বিজ্ঞান আৰু সমাজ | ২ | ৮ | ১০ | ৬ |
| মহাকাশ বিজ্ঞান | ১৪ | ৭ | ২১ | - |
| পানী | ১ | ৯ | ১০ | ৮ |
| প্ৰাণী বিজ্ঞান | ১৪ | ৩৮ | ৫২ | - |
| মুঠ | ৩৮৪ খন | ৫০০ খন | ৮৮৪ খন | |




**অসমীয়া ভাষাত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান গ্ৰন্থৰ বিষয়ভিত্তিক পৰিসংখ্যা**

১৮৮১ খ্ৰী ৰপৰা ১৯৯৭ খ্ৰীষ্টাব্দলৈ যোৱা ১১৭ বছৰৰ ভিতৰত অসমীয়া ভাষাত কমেও ৮৮৫ খন জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ প্ৰকাশ পাইছে। সংখ্যাধিক্যৰ দিশৰপৰা বিভিন্ন বিষয়ৰ গ্ৰন্থৰ স্থান হ'ল এনেধৰণৰ - চিকিৎসাবিজ্ঞান (২০৭), সাধাৰণ বিজ্ঞান (১১৩), জীৱনী (৯০), কৃষি (৬৬), ইঞ্জিনীয়াৰিং আৰু প্ৰযুক্তি (৫৫), প্ৰাণীবিজ্ঞান (৫২), পদাৰ্থবিজ্ঞান (৪৯), প্ৰত্নতত্ত্ব (২৭), গণিত (২৪), উদ্যোগ (২৩), মহাকাশ বিজ্ঞান (২১), উদ্ভিদ বিজ্ঞান (২০), জ্যোতিৰ্বিদ্যা (১৭), ভূতত্ত্ব



(১৩), পৰিৱেশ বিজ্ঞান (১৫), ভূগোল বিজ্ঞান (১০), বিজ্ঞানৰ ইতিহাস (৯), সমুদ্ৰবিজ্ঞান (১০), প্ৰাকৃতিক সম্পদ (১০), বিজ্ঞান আৰু সমাজ (১০), পানী (১০), ৰসায়ন (১১), শক্তি (৭), পশুচিকিৎসা বিজ্ঞান (৪), মীন পালন (৪), বিজ্ঞান-সাহিত্য (৩) ভূমি সংৰক্ষণ (২) আৰু জৈৱ প্ৰযুক্তি (২)।

যিবিলাক গ্ৰন্থত বিজ্ঞানৰ বিবিধ বিষয়ৰ আলোচনা কৰা হৈছে আৰু নিৰ্দিষ্ট বিজ্ঞানৰ এটা ধাৰা বা শাখাৰ মাজত সীমাবদ্ধ হৈ থকা নাই, তেনেবোৰ গ্ৰন্থক সাধাৰণ বিজ্ঞানৰ শাখাত ধৰা হৈছে। বিজ্ঞানৰ যিবিলাক ধাৰা বা শাখা বিজ্ঞানৰ বিভিন্ন বিষয় মিলিত হৈ সৃষ্টি হৈছে তেনে বিষয়সমূহক পৃথককৈ দেখুৱা হৈছে। যেনে, জৈৱিক প্ৰযুক্তি, উদ্যোগ, শক্তি, ভূমি সংৰক্ষণ, মহাকাশ বিজ্ঞান, পৰিৱেশ বিজ্ঞান, সমুদ্ৰবিজ্ঞান, প্ৰাকৃতিক সম্পদ, পানী, মীন পালন ইত্যাদি। সংখ্যাত সীমিত হ'লেও, বিজ্ঞানৰ ইতিহাস, বিজ্ঞান-সাহিত্য, বিজ্ঞান আৰু সমাজ বিষয়ৰ আলোচিত গ্ৰন্থসমূহ সুকীয়াকৈ দেখুৱা হৈছে।

## অসমীয়া ভাষাত প্ৰকাশিত বিভিন্ন বিষয়ৰ প্ৰথম জনপ্ৰিয় বিজ্ঞানৰ পুথি

সংগৃহীত আৰু গ্ৰন্থপঞ্জীৰ তথ্যৰ ওপৰত ভিত্তি কৰি অসমীয়া ভাষাত প্ৰকাশিত বিভিন্ন বিষয়ৰ প্ৰথম গ্ৰন্থসমূহৰ পৰিচয় দিয়া হ'ল। লগতে আমাৰ চুবুৰীয়া বাংলা ভাষাত প্ৰকাশিত বিজ্ঞান-সাহিত্যৰ গ্ৰন্থৰো তুলনাত্মক বিশ্লেষণৰ বাবে স্থান বিশেষে উল্লেখ কৰা হ'ল —

**কৃষি ঃ** *কৃষিকৰ্ম,* ১৯৩১। লেখক - মনিৰাম ভূএগ, নাওবৈছা, কল্যাণী, যোৰহাট। প্ৰকাশক - ব্ৰহ্মচাৰ্য্য সেৱা সংঘ, নাওবৈচা, যোৰহাট, ২৭ পৃষ্ঠা, মূল্য ১০ পইচা। - দেশ-বিদেশৰ কৃষি পদ্ধতি, পশুধন আৰু বাগিছাৰ আলোচনা। (বাংলা ভাষাত, ১৮৩১ চনত জন ক্লাৰ্ক মাৰ্ছমেনৰ 'ক্ষেত্ৰ বাগান বিৱৰণ প্ৰকাশিত কৃষি বিজ্ঞানৰ প্ৰথম গ্ৰন্থ)

**গৃহবিজ্ঞান ঃ** *ৰন্ধাবঢ়া,* ১৯১৮। প্ৰজ্ঞাসুন্দৰী দেৱী, সম্বলপুৰ, উৰিষ্যা। প্ৰকাশক - লেখিকা। পৃষ্ঠা ৬, ১০১। মূল্য ১ টকা। - খাদ্য আৰু আহাৰ সম্পৰ্কীয় ৰন্ধন প্ৰকৰণৰ কিতাপ।

**ৰেচম শিল্প ঃ** *পাট-পলু অভিজ্ঞান,* ১৯৪১। লেখক খৰ্গেশ্বৰ বৰা, টিলিকিআম, যোৰহাট। প্ৰকাশক - বৰকটকী এণ্ড কোম্পানী, যোৰহাট। পৃষ্ঠা ১২, ৬৮। মূল্য - ১২ অনা। - পাটপলু, পাটপলুৰ জাত আৰু খাদ্য, ৰোগ, পাটপলু পালন, সূতাকটা, বয়ন আৰু কৃত্ৰিম পাটসূতাৰ বিষয়ে আলোচিত গ্ৰন্থ। (বাংলা ভাষাত ১৮৮৬ চনত ৰমানাথ সেনৰ 'ৰেশম তত্ত্ব' প্ৰকাশ পাইছিল)

**উদ্যানবিদ্যা ঃ** *ফল উৎপাদনকাৰীৰ আদৰ্শ পুথি,* ১৯৩৮ । লেখক-প্ৰকাশক - ভুবনৰাম বৰা, আঠঘৰীয়া, কামৰূপ । পৃষ্ঠা ৭, ৯৫ । মূল্য ৮ অনা । বিভিন্ন ফল উৎপাদনৰ কৃষি পদ্ধতিৰ বিষয়ে লেখা ।

**নৃতত্ত্ব ঃ** *মানৱ বিকাশ,* ১৯৩৮ । লেখক-প্ৰকাশক - উমেশ চন্দ্ৰ পাঠক, গুৱাহাটী। পৃষ্ঠা ৪০ । মূল্য ৫ অনা। - মানুহৰ বিৱৰ্তনৰ বিষয়ে আলোকচিত্ৰ গ্ৰন্থ। (বাংলা, ভাষাত ১৮৭৩ চনত ক্ষীৰোদ চন্দ্ৰ ৰায়চৌধুৰীৰ 'মানৱ প্ৰকৃতি' প্ৰকাশ পাইছিল।)

**জ্যোতিৰ্বিজ্ঞান ঃ** *আকাশ ৰহস্য,* ১৯১৬। লেখক - সত্যনাথ বৰা । প্ৰকাশক - অম্বিকানাথ বৰা আৰু জ্ঞাননাথ বৰা, গুৱাহাটী। পৃষ্ঠা ৬, ১২৯। মূল্য ১২ অনা। - সৌৰজগত, গ্ৰহ-উপগ্ৰহ, চন্দ্ৰ, নক্ষত্ৰ, ধূমকেতু, উল্কা, নীহাৰিকা আদিৰ বিৱৰণ।

**বিজ্ঞানীৰ জীৱনী ঃ** *এলবাৰ্ট আইনষ্টাইন আৰু আপেক্ষিকতাবাদ,* ১৯৫৬। লেখক - মৃগেন্দ্ৰনাৰায়ণ মহন্ত। প্ৰকাশক - লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। পৃষ্ঠা ৬,৪৫ মূল্য ১ টকা।

**উদ্ভিদ বিজ্ঞান ঃ** *উদ্ভিদ বিৱৰণ,* ১৯৪০ । লেখক-প্ৰকাশক ধনীৰাম দত্ত, তেজপুৰ। পৃষ্ঠা ৬, ৬৬ । মূল্য ৮ অনা ।

**ৰসায়ন বিজ্ঞান ঃ** *সৰল ৰসায়ন,* ১৯৩১। লেখক - চিন্তাহৰণ পাটগিৰি । প্ৰকাশক - জয়ন্তি আৰ্ট প্ৰেছ, গুৱাহাটী । পৃষ্ঠা ১০,১৪২ । মূল্য ১.০০ টকা । - ৰসায়ন, পদাৰ্থ, অণু, ৰাসায়নিক সংকেত ইত্যাদি । (বাংলা ভাষাত প্ৰথম ৰসায়নৰ কিতাপ হ'ল - শ্ৰীৰামপুৰ কলেজৰ অধ্যাপক জন মেকৰ 'কিমিয়া বিদ্যাৰ সাৰ', ১৮৩৪)।

**ভূতত্ত্ব ঃ** *পৃথিৱীৰ কথা,* ১৯৫০ । লেখক - বৈকুণ্ঠ বৰবৰা, গোলাঘাট । প্ৰকাশক - অৰিয়েণ্টেল লংমেন লিমিটেড, কলিকতা। পৃষ্ঠা ৬, ৬৫। মূল্য ১৪ অনা । - পৃথিৱীৰ সৃষ্টি, পৃথিৱীত জীৱন, মানৱৰ বিৱৰ্তন সম্পৰ্কে লিখা শিশু উপযোগী গ্ৰন্থ ।

**পৰিৱেশ বিজ্ঞান ঃ** *ধ্বংসমুখী পৃথিৱী,* ১৯৭২। লেখক - অমূল্যকুমাৰ হাজৰিকা, যোৰহাট। প্ৰকাশক - মনোৰমা প্ৰকাশ, যোৰহাট। পৃষ্ঠা ৬, ৪৬। মূল্য ২.৫০ টকা। - পৰিৱেশ, প্ৰদূষণ, গছ-গছনি, দূষিত মাটি-পানী, বায়ু শিল্পোদ্যোগৰ ফলত হোৱা প্ৰদূষণ ইত্যাদি বিষয়ে সকলো স্তৰৰ পঢ়ুৱৈৰ উপযোগীকৈ লিখা গ্ৰন্থ।

**কাৰিকৰী ঃ** *ফটোগ্ৰাফীৰ চমু পৰিচয়,* ১৯৫০। লেখক - ডম্বৰু দাস। প্ৰকাশক - উষা প্ৰকাশ ঘৰ, ৰঙিয়া । পৃষ্ঠা ৬, ২৪ । মূল্য ৮ অনা ।



**বস্ত্ৰ উদ্যোগ ঃ** *সৰল বয়ন শিক্ষা,* ১৯৩০। লেখক-প্ৰকাশক - দ্বিজেন্দ্ৰ নাৰায়ণ মেধি, ছিলেট । পৃষ্ঠা ৬,১৩০। মূল্য ডেৰ টকা।

**মীন পালন ঃ** *অসমত মাছ খেতি,* ১৯৪৯। লেখক-প্ৰকাশক - মানিক চন্দ্ৰ চলিহা, শিৱসাগৰ। ২ য় সংস্কৰণ। পৃষ্ঠা ৬, ১০২। মূল্য ২৫.০০ টকা। (বাংলা ভাষাত ১৮৮৩ চনত ৰাজেন্দ্ৰ কুমাৰ ৰায়চৌধুৰীৰ 'মীনতত্ত্ব' প্ৰকাশ পাইছিল।)

**সাধাৰণ বিজ্ঞান ঃ** *পদাৰ্থ বিদ্যাসাৰ অৰ্থাৎ ঈশ্বৰে স্ৰজা বস্তুৰ কথাত শিক্ষক-ছাত্ৰৰ কথোপকথন,* ১৮৬৫। অনুবাদ - নিধিৰাম কেওট । মূল - ই ডব্লিউ ক্লাৰ্কৰ Natural Science in Familiar Dialogue ।

**বিজ্ঞানৰ ইতিহাস ঃ** *চিকিৎসা বিজ্ঞানৰ ইতিহাস,* ১৯৭১। লেখক - ড° প্ৰতুল গোস্বামী। প্ৰকাশক - লেখক । পৃষ্ঠা ৬, ৪৭ । মূল্য ৪.০০ টকা ।

**গণিত ঃ** *'পদগণিত'* আৰু *'লীলাৱতী'*। লেখক - বকুল কায়স্থ আৰু মুদ্ৰিত তাণ্ডৱণ - নাথান ব্ৰাউন, ১৮৮৫ ।

**চিকিৎসা ঃ** *স্বাস্থ্য ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়,* ১৮৯৭। লেখক - হেমচন্দ্ৰ বৰুৱা । প্ৰসূতি কিম্বা অসমীয়া ধাত্ৰীবিদ্যা, ১৮৯৭ । লেখক - কুশকান্ত বৰকটকী, ডিব্ৰুগড় । প্ৰকাশক - লেখক। পৃষ্ঠা ৮, ২৬। মূল্য ৪ অনা । - গৰ্ভাৱস্থাৰ অসুখ আৰু ল'ৰলগীয়া যত্নৰ উপদেশ। (বাংলা ভাষাত ১৮১৯ চনতপ্ৰকাশিত ৰামকমল সেনৰ 'ঔষধসাৰ সংগ্ৰহ' প্ৰথম চিকিৎসা বিজ্ঞানৰ কিতাপ) ।

**প্ৰাকৃতিক সম্পদ ঃ** *কয়লাৰ কাহিনী,* ১৯৫৯ । লেখক - ফনীন্দ্ৰনাথ কলিতা । প্ৰকাশক - শিক্ষা বিভাগ, অসম। পৃষ্ঠা - ২৬। মূল্য ৪০ পইচা। - অসমৰ কলয়লাৰ উৎপত্তি আৰু অৱস্থিতি আৰু প্ৰয়োগ সম্পৰ্কে লিখা কিতাপ। *পনীয়া সোণৰ দেশ,* ১৯৫৯ । লেখক - মহেন্দ্ৰ বৰঠাকুৰ । শিক্ষা বিভাগ, অসম। পৃষ্ঠা ২৬। মূল্য ৪০ পইচা। - অসমৰ খনিজ তেল আৰু প্ৰাকৃতিক গেছৰ বিষয়ে আলোচিত কিতাপ।

**সমুদ্ৰবিজ্ঞান ঃ** *সাগৰীকা,* ১৯৬৪। লেখক - ক্ষেমেন্দ্ৰ, গুৱাহাটী। প্ৰকাশক - লেখক। পৃষ্ঠা ৪৩ । মূল্য ১.২৫ টকা । - সাগৰৰ বৰ্ণনা, সৃষ্টি আৰু সম্পদৰ বিষয়ে লিখা গ্ৰন্থ ।

**পদাৰ্থ বিজ্ঞান ঃ** *পৰমাণু জগৎ,* ১৯৫৬ । লেখক - যোগেন্দ্ৰনাথ বৰুৱা, আঞ্চলিক গৱেষণাগাৰ, যোৰহাট। প্ৰকাশক - গ্ৰেজুৱেট ষ্টোৰ, যোৰহাট। পৃষ্ঠা ৪,৮৯। মূল্য - এটকা চাৰি অনা।

**বিজ্ঞান আৰু সমাজ ঃ** *বিজ্ঞান আৰু বিশ্বাস,* ১৯৪৫। লেখক - ৰবীন্দ্ৰনাথ বৰুৱা,

শিৱসাগৰ। প্ৰকাশক - লেখক । পৃষ্ঠা ২, ৪০ । মূল্য দহ অনা ।

**ভূগোল ঃ** *ভূগোল শিক্ষক,* ১৮৪৫ । লেখক - নাথান ব্ৰাউন, । পৃষ্ঠা ১১৭ ।

**মহাকাশ বিজ্ঞান ঃ** *জোনবাই দেশলৈ অভিযান,* ১৯৫৯ । লেখক - দ্বীপেন্দ্ৰ শৰ্মা, গুৱাহাটী বিশ্ববিদ্যালয়। পৃষ্ঠা ২৮। মূল্য ৪০ পইচা। -চন্দ্ৰ অভিযানৰ কাহিনী।

**প্ৰাণীবিজ্ঞান ঃ** *পতংগৰ কথা,* ১৯৬০। লেখক - যোগেন্দ্ৰনাথ শইকীয়া। প্ৰকাশক- অসম প্ৰকাশন পৰিষদ, গুৱাহাটী। পৃষ্ঠা ৮, ৫৬। মূল্য ১.০০ টকা। - পখিলা, পৰুৱা, ফৰিং, মৌ, মহ, জীঁয়া, বৰল ইত্যাদিৰ বিষয়ে লিখা শিশুপুথি ।

**শক্তি ঃ** *শক্তি, শক্তি-সংকট* আৰু *সৌৰশক্তি,* ১৯৮৬ । লেখক - ড° যজ্ঞেশ্বৰ হাতীবৰুৱা। অসম বিজ্ঞান সমিতি, গুৱাহাটী। পৃষ্ঠা ২১। মূল্য - ৬.০০ । - শক্তি আৰু শক্তিৰ বিভিন্ন উৎস, শক্তিসংকট, সৌৰশক্তি, আণৱিক শক্তি, ৰাসায়নিক শক্তি ইত্যাদিৰ বিষয়ে আলোচিত গ্ৰন্থ।

*এটম বোমাৰ কাহিনী,* ১৯৮৬ । লেখক - ড° মুকুল কুমাৰ শৰ্মা, ডিব্ৰুগড়। প্ৰকাশক - মিত্ৰ এজেন্সি এণ্ড কোম্পানী, তিনিচুকীয়া । পৃষ্ঠা - ১১৪ । মূল্য - ১০.০০ টকা । - আণৱিক বোমাৰ নিৰ্মাণ, যুদ্ধ আৰু শান্তিৰ বাবে আণৱিক শক্তিৰ ব্যৱহাৰ ।

**উদ্যোগ ঃ** *পুৰণি অসমৰ শিল্প,* ১৯৫৯। লেখক - ভুবন চন্দ্ৰ সন্দিকৈ, জয়সাগৰ । প্ৰকাশক - লেখক । পৃষ্ঠা ১৪, ৭১ । মূল্য এটকা ।

**জৈৱ প্ৰযুক্তি ঃ** *বংশগতি আৰু ইয়াৰ ৰসায়ন,* ১৯৮৫ । লেখক - ড° অৰুণমণি চৌধুৰী। অসম বিজ্ঞান সমিতি, গুৱাহাটী । পৃষ্ঠা ১১২ । মূল্য ২০.০০ ।

**বিজ্ঞান-বিশ্বকোষ ঃ** *প্ৰাথমিক বিজ্ঞান কোষ* (১ম খণ্ড), ১৯৬৯। সম্পাদক - ভুবন মোহন দাস। অসম পাঠ্যপুথি প্ৰকাশন লিমিটেড, গুৱাহাটী। পৃষ্ঠা, ৮, ১৮১। মূল্য - ৪০.০০ ।

## ১৯৯৬ চনত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ

**জীৱনী ঃ** *বিজ্ঞানৰ আৱিষ্কাৰ আৰু বিজ্ঞানী* । লেখক - ড° জ্যোতিধৰ ৰাজখোৱা । প্ৰকাশক - লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। পৃষ্ঠা ১৫, ১০০। - বিজ্ঞানৰ আমোদজনক কাহিনীৰ সৰস বৰ্ণনা ।

বন্দিতা ফুকন অনূদিত আৰু গুৱাহাটীৰ জ্ঞান-বিজ্ঞান প্ৰকাশনে প্ৰকাশ কৰা বিজ্ঞানীৰ কুৰিখন জীৱনী - *আব্দুচ ছালাম, আৰ্কিমিডিচ, আলেকজেণ্ডাৰ গ্ৰাহাম বেল, আলফ্ৰেড বাৰ্ণাৰ্ড নোবেল, এলবাৰ্ট আইনষ্টাইন, চাৰ্লছ ডাৰউইন, টমাছ আলভা এডিছন, আলেকজেণ্ডাৰ ফ্লেমিং, মাডাম কুৰী, ছাৰ আইজাক নিউটন, গেলিলিঅ' গেলিলি, চি. ভি. ৰমণ, লুই পেষ্টুৰ, গুগলিয়েমো মাৰ্কনি, মাইকেল ফেৰাডে, উইলবাৰ আৰু অৰভিল ৰাইট, হোমি ভাবা, বিক্ৰম চাৰাভাই, যোচেফ লিষ্টাৰ, উইলিয়াম হাৰভে* আৰু জ্ঞান-বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা জীৱনী - *হৰিশ চন্দ্ৰ গোস্বামী* ।

**বন্যপ্ৰাণী ঃ** *আমাৰ প্ৰাণী জগতৰ ৰহস্য* । লেখিকা - মামনি গোস্বামী । প্ৰকাশক - বাণী মন্দিৰ, পাণবজাৰ, গুৱাহাটী । পৃষ্ঠা ১০, ৬৯ । - প্ৰাণীৰ পৰিচিতি, প্ৰাণৰ আবিৰ্ভাৱ আৰু জীৱজগত, প্ৰাণীজগতৰ ৰহস্য আৰু বিলুপ্ত জগতৰ বিষয়ে শিশুৰ বাবে লিখা পুথি।

*বিশ্বৰ বন্যপ্ৰাণী* । লেখক - ফটিক চন্দ্ৰ গগৈ । প্ৰকাশক - অসম বিজ্ঞান সমিতি, গুৱাহাটী। পৃষ্ঠা - ৪৮। - স্তন্যপায়ী বন্যপ্ৰাণী কিছুমানৰ পৰিচয়।

*ভাৰতৰ বিপন্ন প্ৰাণী আৰু ইহঁতৰ সংৰক্ষণ* । মূল লেখক - এছ. এম নায়াৰ। অনু ঃ প্ৰমোদ চন্দ্ৰ তামুলী। প্ৰকাশক -নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া। পৃষ্ঠা ৪, ৮৮ । - আমাৰ বন্যপ্ৰাণীৰ ঐতিহ্য, বন্যপ্ৰাণীৰ অৱলুপ্তি, বিৰল, বিপন্ন বন্যপ্ৰাণী আৰু বন্যপ্ৰাণী সংৰক্ষণ প্ৰচেষ্টা ।

*বন-বননিৰ আঁৰে আঁৰে* । লেখক - জীৱন দাস । প্ৰকাশক - কোকিল, দেৰগাঁও। পৃষ্ঠা ৬২। - অসমৰ অৰণ্য আৰু বন্যপ্ৰাণীৰ শিশুপুথি।

*অৰণ্যে-অৰণ্যে*। লেখক - গণেশ দাস। প্ৰকাশক - লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। পৃষ্ঠা ১০৭।

**সাধাৰণ বিজ্ঞান ঃ** *বিজ্ঞানৰ ৰ'দালি* । লেখক - ক্ষীৰধৰ বৰুৱা । প্ৰকাশক - অভিযাত্ৰী প্ৰকাশন, গুৱাহাটী। পৃষ্ঠা ৬, ৪৫ । - শিশুৰ বাবে লিখা বিজ্ঞানৰ বিভিন্ন বিষয়ৰ ব্যাখ্যা ।

*বিজ্ঞানৰ ধেমালী* । লেখক - শৈলেন্দ্ৰ বৰা । প্ৰকাশক - পুথি প্ৰকাশন, গুৱাহাটী। পৃষ্ঠা ৪, ৩২ । - বিজ্ঞানৰ কুৰিটা আমোদজনক পৰীক্ষা ।

**ভূতত্ত্ব ঃ** *ব্ৰহ্মপুত্ৰ* । লেখক - প্ৰদীপ কুমাৰ দাস । প্ৰকাশক - অসম বিজ্ঞান সমিতি, গুৱাহাটী। পৃষ্ঠা ১৩ । - ব্ৰহ্মপুত্ৰৰ নদীৰ জন্ম বৃত্তান্ত, গতিপথ, উপত্যকা, অৱবাহিকা ব্ৰহ্মপুত্ৰৰ নদীৰ জলপ্ৰবাহ আৰু গেদ পৰিবহন, ব্ৰহ্মপুত্ৰ নদী তলৰ পৰিবৰ্তন, বানপানী, গৰাখহনীয়া, বানপানীৰ সমস্যা সমাধান। জলবিদ্যুৎ শক্তি আদিৰ আলোচনা ।

**প্ৰত্নতত্ত্ব ঃ** *মানুহৰ পৰিচয়* । লেখক - ভুবনমোহন দাস । প্ৰকাশক - অসম সাহিত্য সভা । পৃষ্ঠা ৮, ৫৬ । - অকণিহঁতৰ বাবে লেখা - আদিপুৰুষ, মানৱৰ আৱিৰ্ভাৱ, ডাৰউইন তত্ত্ব আৰু মানুহৰ বিৱৰ্তন বিষয়ৰ কিতাপ ।

**পদাৰ্থ বিজ্ঞান ঃ** *প্লাজমা* । লেখিকা - জয়ন্তী চুতীয়া । প্ৰকাশক - ষ্টুডেণ্টচ ষ্ট'ৰচ,

গুৱাহাটী। পৃষ্ঠা - ৫৬ । - পদাৰ্থৰ চতুৰ্থ অৱস্থা প্লাজমাৰ বিষয়ে লিখা একমাত্ৰ জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ ।

*পদাৰ্থ বিজ্ঞানৰ খেলা* । লেখক - ড° গগন বৰুৱা। প্ৰকাশক - লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। পৃষ্ঠা ৬, ১০০ । - পদাৰ্থ বিজ্ঞানৰ এক ডজন আমোদজনক পৰীক্ষা আৰু বিজ্ঞানৰ ব্যাখ্যা ।

*বিজুলী শক্তিৰ কাহিনী* । লেখক - ড° অনিল শইকীয়া । প্ৰকাশক - পুথিঘৰ, গৌৰীসাগৰ । পৃষ্ঠা ৩৯ ।

**গৃহবিজ্ঞান :** *অসমীয়া বিবিধ ব্যঞ্জন* । লেখিকা - অনু বেজবৰুৱা । প্ৰকাশক - পেৰেডাইজ হোটেলছ প্ৰাঃ লিঃ, যোৰহাট । - অসমীয়া আহাৰৰ বিবিধ ব্যঞ্জনৰ এখন উচ্চমানৰ গ্ৰন্থ ।

*অসমীয়া ৰন্ধন প্ৰণালী* । মিতালী সংঘ, গুৱাহাটী ।

*আপোনাৰ খাদ্য আৰু আপুনি* । মূল - কে. টি. আচায়া । অনুঃ কমলা সেনগুপ্তা । প্ৰকাশক - নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া । পৃষ্ঠা ৮, ১০৬ ।

*আচাৰ জাম জেলী চৰবত চাটনি* । লেখিকা - মনোৰমা । প্ৰকাশক - সুন্দৰম প্ৰকাশ, গুৱাহাটী । পৃষ্ঠা ৮০ ।

**উদ্যানবিদ্যা :** *ধুনীয়া ধুনীয়া গছ-লতা আৰু ধুনীয়া ফুল* । লেখক - ফটিক চন্দ্ৰ গগৈ । প্ৰকাশক - প্ৰাকৃতিক সাহিত্য সন্থা । পৃষ্ঠা ৬, ৫০ ।

**চিকিৎসা বিজ্ঞান :** *তমসাচ্ছন্ন পৃথিৱী*। লেখক - জ্যোতি প্ৰসাদ চেতিয়া । প্ৰকাশক - ডিব্ৰুগড় জিলা সাহিত্য সভা। পৃষ্ঠা ১১, ৭৮। - এইডছৰ ইতিহাস, লক্ষণ, ভয়াবহতা আৰু চিকিৎসা আৰু প্ৰতিৰোধ ব্যৱস্থাৰ বিষয়ে আলোচিত গ্ৰন্থ।

*ৰোগ আৰু চিকিৎসা* । লেখক - ড° মিহিৰ কুমাৰ গোস্বামী । প্ৰকাশক - পাহি প্ৰকাশ, গুৱাহাটী । পৃষ্ঠা ১৪৪ ।

*কেতবোৰ অসুখ-বিসুখ* । মূল ঃ অনিল আগৰৱাল । অনুঃ মিহিৰ কুমাৰ গোস্বামী। প্ৰকাশক - নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া। পৃষ্ঠা ১২, ৪৮। -স্বাস্থ্য, বেমাৰ আৰু বেমাৰৰ কাৰণসমূহ মনোৰঞ্জন ভাষাৰে লিখা গ্ৰন্থ ।

**জৈৱ প্ৰযুক্তি :** *জীৱ-সাৰ* । লেখক - ড° মোহন চন্দ্ৰ কলিতা । প্ৰকাশক - অসম বিজ্ঞান সমিতি । পৃষ্ঠা ৪৭ । - উদ্ভিদৰ পৰিপুষ্টি আৰু বিভিন্ন জৈৱিক সাৰ, আধুনিক জীৱ প্ৰযুক্তি বিজ্ঞান আৰু জীৱ-সাৰৰ প্ৰয়োগৰ প্ৰতি সচেতনতা জগাই তোলাৰ বাবে লিখা জৈৱ প্ৰযুক্তি বিষয়ৰ গ্ৰন্থ ।

**প্ৰাণীবিজ্ঞান :** *ভাৰতত সচৰাচৰ দেখা পোৱা সাপ* । মূল - ৰমুলাছ হোৱাইটেকাৰ। অনুবাদ ঃ ৰমা ভাগৱতী । প্ৰকাশক - নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া । পৃষ্ঠা ১২, ১৫৮ । - ভাৰতীয় সাপৰ বিশেষত হোৱাইটেকাৰে ভাৰতত পোৱা ৩০ বিধ সাপ আৰু সাপৰ বিষয়ে জানিবলগীয়া অনেক কৌতূহলোদ্দীপক আৰু তথ্যপূৰ্ণ গ্ৰন্থৰ অনুবাদ।



## ১৯৯৭ চনত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ

**পদাৰ্থ বিজ্ঞান :** *বিদ্যুতৰ বিচিত্ৰ কাহিনী* । লেখক - অভিজিত শৰ্মা বৰুৱা । প্ৰকাশক - অসম সাহিত্য সভা । পৃষ্ঠা ৬৪ । - 'কিতাপ পঢ়োঁ আহক' (৪) গ্ৰন্থমালাৰ অন্তৰ্গত প্ৰকাশিত গ্ৰন্থ।

**উদ্যোগ :** *ডিগবৈ ঃ তেলৰ বৈছে নৈ* । লেখক - জয়কান্ত গন্ধীয়া । প্ৰকাশক - অসম সাহিত্য সভা। পৃষ্ঠা ৫৮ । - ডিগবৈ খনিজ তেলৰ আৱিষ্কাৰ আৰু শোধনাগাৰ গঢ় লৈ উঠাৰ কাহিনী।

**চিকিৎসা বিজ্ঞান :** *প্ৰতিজৈৱিক (এণ্টিবায়'টিক)*। লেখক - ড° মিহিৰ কুমাৰ গোস্বামী। প্ৰকাশক - অসম সাহিত্য সভা । পৃষ্ঠা ৬০ । - 'কিতাপ পঢ়োঁ আহক' তৃতীয় গ্ৰন্থমালাৰ অন্তৰ্গত প্ৰকাশিত । প্ৰতিজৈৱিক (এণ্টিবায়'টিক) ঔষধৰ বিকাশ আৰু বিকাশৰ বিভিন্ন দিশ চিকিৎসাৰ ক্ষেত্ৰত ব্যৱহাৰ আৰু গুৰুত্বৰ বিষয়ে লিখা গ্ৰন্থ ।

**জ্যোতিৰ্বিজ্ঞান :** *অনন্ত কোটি ব্ৰহ্মাণ্ড* । লেখক - ড° পবিত্ৰ বৰগোহাঞি । প্ৰকাশক - ষ্টুডেণ্টচ ষ্ট'ৰচ, গুৱাহাটী। পৃষ্ঠা ১৪৮ । - বিশ্বব্ৰহ্মাণ্ডৰ দিগন্ত, ব্ৰহ্মামুহূৰ্তৰ বিশ্বব্ৰহ্মাণ্ড, অনন্ত কোটি ব্ৰহ্মাণ্ড, বগা বাওনা, হকিঙৰ কৃষ্ণগহ্বৰ তত্ত্ব ইত্যাদি যুগান্তকাৰী তত্ত্ব আৰু তথ্যৰে পঢ়ুৱৈৰ মনত বিমল আনন্দ আৰু অনুভূতিৰ সৃষ্টি কৰাত এখন মূল্যৱান জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ।

*পৃথিৱী আৰু আকাশ* । লেখক - বিজয় কুমাৰ দত্ত । প্ৰকাশক - বুক হাইভ, গুৱাহাটী । পৃষ্ঠা ৩১ ।

**শক্তি :** *বতাহ শক্তি* । মূল ঃ সুনীল বি. আথাৱালে । অনুবাদ - ৰাজেন্দ্ৰ কুমাৰ বৰুৱা । প্ৰকাশক - নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া। পৃষ্ঠা ১১, ৫৭ । - শক্তি উৎপাদনৰ বিকল্প উৎস - বায়ু শক্তিৰ মূল তত্ত্ব । বতাহ শক্তিৰ প্ৰযুক্তি আৰু প্ৰয়োগ, বতাহ সম্পদৰ পৰিমাপণ আৰু ভৱিষ্যতৰ বিকাশ সম্পৰ্কে লিখা গ্ৰন্থ ।

**প্ৰাণী বিজ্ঞান :** *পতংগ শ্ৰেষ্ঠ পিপীলিকা* । লেখক - অমূল্য কুমাৰ হাজৰিকা । প্ৰকাশক - নয়নতৰা প্ৰকাশন, গুৱাহাটী। পৃষ্ঠা ৪, ৪৮ । - পৰুৱাৰ বিভিন্ন জাত আৰু স্বভাৱৰ বিষয়ে শিশুৰ বাবে ৰসালকৈ লিখা জ্ঞানোদ্দীপক কিতাপ ।

**পৰিৱেশ বিজ্ঞান ঃ** *প্ৰদূষণ* । লেখক - তাপস কুমাৰ গোস্বামী । প্ৰকাশক - অসম শৈক্ষিক কেন্দ্ৰ, যোৰহাট। পৃষ্ঠা ৫, ৭৫। - অজৰ্ন বিদ্ধা, পেলনীয়া বস্তুৰ সমস্যা, জৈৱ বিচিত্ৰতা, সেউজগৃহ প্ৰভাৱ, বনাঞ্চল ধ্বংসীকৰণ, জনসংখ্যা বিস্ফোৰণ, বন্যপ্ৰাণীৰ ভৱিষ্যৎ, বায়ু প্ৰদূষণ, ভাৰতত প্ৰদূষণ, ভাৰতত হোৱা জাগৰণ, প্ৰদূষণ নিয়ন্ত্ৰণ আইন, প্ৰদূষণৰপৰা হোৱা বিভীষিকাৰ আলোচিত গ্ৰন্থ।

*প্ৰদূষণ* । লেখক - ড° ৰমেশ চন্দ্ৰ গোস্বামী । প্ৰকাশক - লয়ার্ছ বুক ষ্টল, গুৱাহাটী। পৃষ্ঠা ২, ৭৬। - ছাত্ৰ-ছাত্ৰীৰ বাবে লিখা পৰিৱেশ প্ৰদূষণৰ বিভিন্ন কাৰণসমূহ, প্ৰদূষণৰ প্ৰভাৱ, প্ৰদূষণ নিয়ন্ত্ৰণ আৰু পৰিৱেশৰ বিষয়ে লিখা কিতাপ ।

*আমাৰ পৰিৱেশ দূষিত হৈ আহিছে* । লেখিকা - ড° মালিনী। - নৱ-সাক্ষৰ সকলৰ বাবে সহজ সৰল ভাষাত কিতাপ।

*পৰিৱেশ আৰু আমি* । লেখক - দুলাল বৰদলৈ । প্ৰকাশক - অসম বুক ডিপো, গুৱাহাটী । পৃষ্ঠা ৩২ । - শিশুৰ বাবে লিখা পৰিৱেশ আৰু পৰিৱেশ সংৰক্ষণৰ কিতাপ ।

**পানী ঃ** *পানীয়েই প্ৰাণ* । লেখক - ড° ক্ষীৰধৰ বৰুৱা । প্ৰকাশক - জ্ঞান-বিজ্ঞান সমিতি, অসম । পৃষ্ঠা ১২ । - নৱসাক্ষৰৰ বাবে লেখা ।

**ৰসায়ন বিজ্ঞান ঃ** ৰসায়নৰ ৰসাল কাহিনী । লেখক - ক্ষীৰধৰ বৰুৱা । অসম বিজ্ঞান সমিতি। পৃষ্ঠা ৩৯ । - ছাত্ৰ-ছাত্ৰীৰ বাবে যুগুতোৱা ৩২ টা ৰসায়ন বিজ্ঞানৰ পৰীক্ষা।

*মেজিকৰ ছলেৰে ৰসায়ন শিক্ষা* । লেখক - ড° দীন শইকীয়া। প্ৰকাশক - অসম শৈক্ষিক কেন্দ্ৰ, যোৰহাট। পৃষ্ঠা ৪, ২৮। - ছাত্ৰ-ছাত্ৰীয়ে সহজে হাততে পোৱা সামগ্ৰী আৰু দ্ৰব্যৰে কৰিব পৰা ১১ টা ৰাসায়নিক পৰীক্ষা।

**ভূতত্ব ঃ** *চলমান ভূ-পৃষ্ঠ* । লেখক - ড° যোগেন শৰ্মা । প্ৰকাশক - অসম বিজ্ঞান সমিতি । পৃষ্ঠা ৭, ১০২ । - মহাদেশীয় বিস্থাপন আৰু ফলক বিৱৰ্তনৰ বিষয়ে লেখা গ্ৰন্থ ।

**উদ্যান বিদ্যা ঃ** *বনছাই* । লেখক - নৱকুমাৰ বৰা । - বনছাই পদ্ধতিৰ বিষয়ে লিখা অসমীয়া ভাষাৰ একমাত্ৰ কিতাপ ।

**বিজ্ঞানৰ ইতিহাস ঃ** *বিজ্ঞান আৰু সভ্যতা* । লেখক - ড° কুলেন্দু পাঠক । প্ৰকাশক- অসম বিজ্ঞান সমিতি । পৃষ্ঠা ১৩, ১৪৮ । - পৃথিৱী, জীৱন আৰু মানৱ সভ্যতাৰ বিকাশত বিজ্ঞানৰ ভূমিকা সম্পৰ্কে লিখা মূল্যবান গ্ৰন্থ ।



**বিজ্ঞান আৰু সমাজ ঃ** *বিজ্ঞান, যুক্তিবাদ আৰু সমাজ* । সম্পাদনা - ড° পৰমানন্দ মজুমদাৰ। প্ৰকাশক - ষ্টুডেন্টচ ষ্টৰ্চ । পৃষ্ঠা ১০, ১৩৩ ।

**সাধাৰণ বিজ্ঞান ঃ** *বিজ্ঞান বিচিত্ৰা* । লেখিকা - ইলাদেৱী অধিকাৰী । অসম বিজ্ঞান সমিতি, গুৱাহাটী । পৃষ্ঠা ৬, ৪৬ । - খাদ্য, পেনিচিলিন, ৰেজিন, এইডছ, উদ্ভিদৰ বিষয়ে লিখা কিতাপ ।

*বিজ্ঞানৰ সৰু-বৰ কথা* । লেখক - ক্ষীৰধৰ বৰুৱা । প্ৰকাশক - লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। পৃষ্ঠা ৬, ৩৪ । - ৪১টা পৰিঘটনা আৰু কাৰ্য্য আৰু ঘটনাৰ বৈজ্ঞানিক ব্যাখ্যা ।

*আৱিষ্কাৰৰ কাহিনী* - হঠাৎ এদিন । লেখক - মৃনাল কুমাৰ বৰুৱা । প্ৰকাশক - অসম শৈক্ষিক কেন্দ্ৰ, যোৰহাট । পৃষ্ঠা - ৮, ৭৮ । - হঠাৎ আৱিষ্কাৰ হোৱা ১৮ টা বিখ্যাত বৈজ্ঞানিক আৱিষ্কাৰ আৰু উদ্ভাৱনৰ ৰসাল কাহিনী ।

*আৱস্তুণিৰ ইটো সিটো* । লেখক - আদ্যনাথ । অসম বিজ্ঞান সমিতি, ৰঙিয়া শাখা । পৃষ্ঠা - ৪, ৫৪ ।

**বন্যপ্ৰাণী ঃ** *অকণিৰ ৰবীন খুড়া* । লেখক - জীৱন দাস । প্ৰকাশক - পদ্মশ্ৰী ড° ৰবীন বেনাৰ্জী ট্ৰাষ্ট, গোলাঘাট । - বন্যপ্ৰাণীপ্ৰেমী ড° ৰবীন বেনাৰ্জীৰ প্ৰকৃতি আৰু বিভিন্ন বন্যপ্ৰাণী অধ্যয়ন আৰু সংৰক্ষণৰ বিষয়ে শিশুৰ বাবে লেখা কিতাপ ।

**প্ৰাকৃতিক সম্পদ ঃ** *তেলৰ কাহিনী* । লেখক - ৰথীন্দ্ৰ নাথ গোস্বামী । প্ৰকাশক - জ্ঞান-বিজ্ঞান সমিতি, অসম। পৃষ্ঠা ১২ । - নৱ সাক্ষৰসকলৰ বাবে লিখা খনিজ তেলৰ উৎপত্তি, খনন, শোধন আৰু ব্যৱহাৰ।

**কৃষি বিজ্ঞান ঃ** *মাশ্বৰুম (কাঠফুলা) খেতিৰ কৃষি প্ৰণালী* । লেখক - প্ৰাঞ্জল বৰুৱা। প্ৰকাশক - এগ্ৰো ইণ্ডাষ্ট্ৰীয়েল কনচাৰ্ণ, গুৱাহাটী । পৃষ্ঠা ৫০ । - কাঠফুলা খেতিৰ ওপৰত লেখা দ্বিতীয় কিতাপ ।

১৯৯৬ চনত কমেও ৪১ খন আৰু ১৯৯৭ চনত ২৮ খন জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ প্ৰকাশ পাইছিল । ১৯৮১ চনৰপৰা ১৯৯৭ চনলৈ সৰ্বমুঠ প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ হ'ল প্ৰায় ৫০০ খন । অৰ্থাৎ যোৱা ১৭ বছৰত বাৰ্ষিক প্ৰকাশনৰ হাৰ আছিল প্ৰায় ২৯ খন । উল্লেখযোগ্য যে ১৯৯৬ চনত পশু চিকিৎসা বিজ্ঞান, উদ্ভিদ বিজ্ঞান, গণিত, মহাকাশ বিজ্ঞান আৰু সমুদ্ৰবিজ্ঞান বিষয়ৰ এখনো গ্ৰন্থ প্ৰকাশ হোৱা নাই। সেইদৰে ১৯৯৭ চনত প্ৰত্নতত্ব, সমুদ্ৰবিজ্ঞান, পশুচিকিৎসা বিজ্ঞান, গণিত আৰু মহাকাশ বিজ্ঞানৰ এখনো গ্ৰন্থ প্ৰকাশ পোৱা নাই ।

তালিকা - ২

১৯৯৬ আৰু ১৯৯৭ চনত প্ৰকাশিত অসমীয়া জনপ্ৰিয় বিজ্ঞান গ্ৰন্থ

| বিষয় | ১৯৯৬ | ১৯৯৭ | বৃদ্ধি |
|---|---|---|---|
| জীৱনী | ২২ | ১ | - |
| বন্যপ্ৰাণী | ৫ | ১ | - |
| সাধাৰণ বিজ্ঞান | ২ | ৫ | ৩ |
| ভূতত্ত্ব | ১ | ১ | - |
| প্ৰত্নতত্ত্ব | ১ | ০ | - |
| পদাৰ্থ বিজ্ঞান | ৩ | ১ | - |
| সমুদ্ৰবিজ্ঞান | ৪ | ০ | - |
| পশুচিকিৎসা বিজ্ঞান | ০ | ০ | - |
| চিকিৎসা বিজ্ঞান | ৩ | ১ | - |
| উদ্ভিদ বিজ্ঞান | ০ | ০ | - |
| কৃষি বিজ্ঞান | ১ | ১ | - |
| উদ্যানবিদ্যা (উদ্ভিদ) | ১ | ১ | - |
| প্ৰাণীবিজ্ঞান | ১ | ১ | - |
| উদ্যোগ | ১ | ১ | - |
| জ্যোতির্বিজ্ঞান | ০ | ২ | ২ |
| শক্তি | ০ | ১ | ১ |
| পৰিৱেশ বিজ্ঞান | ০ | ৪ | ৪ |
| গণিত | ০ | ০ | - |
| পানী | ০ | ১ | ১ |
| ইঞ্জিনীয়াৰিং আৰু প্ৰযুক্তি | ০ | ১ | ১ |
| ৰসায়ন বিজ্ঞান | ০ | ২ | - |
| মহাকাশ বিজ্ঞান | ০ | ০ | ১ |
| বিজ্ঞান ইতিহাস | ০ | ১ | ১ |
| বিজ্ঞান আৰু সমাজ | ০ | ১ | ১ |
| প্ৰাকৃতিক সম্পদ | ০ | ১ | ১ |
| মুঠ | ৪১ | ২৮ | |

১৯৯৮ চনত প্ৰকাশিত উল্লেখযোগ্য প্ৰবন্ধ সংকলনখন হ'ল শিৱসাগৰ কলেজৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত *'বিজ্ঞানৰ চিন্তা-তৰংগ'*। সম্পাদনা - ড° এ. কে. জিয়াউদ্দিন আহমেদ, ড° প্ৰকাশ কটকী আৰু হেমন্ত কুমাৰ ফুকন। সংকলিত স্থান পোৱা প্ৰবন্ধকেইটা হ'ল - ড° পৰমানন্দ মহন্তৰ - পদাৰ্থৰ গঠনৰ



ধাৰণাৰ বিকাশ, ড° জয়ন্তী চুতীয়াৰ - প্লাজমা বিজ্ঞানৰ শেহতীয়া ধ্যান-ধাৰণা, ড° নৰেন্দ্ৰ নাথ দাসৰ - পলিমাৰ, ইয়াৰ ইতিহাস, বিকাশ আৰু প্ৰয়োগ, ড° প্ৰদীপ কুমাৰ গগৈৰ - বাক মিনিষ্টাৰ ফুলাৰীন বা আণৱিক ফুটবল, ড° প্ৰদীপ ডেকাৰ - জৈৱপ্ৰযুক্তি বিদ্যা আৰু বিভিন্ন দিশত ইয়াৰ ব্যৱহাৰ, ড° অজিত কুমাৰ ভাগৱতীৰ - ভাৰতবৰ্ষত সুনীল বিপ্লৱৰ অগ্ৰগতি আৰু ড° কুলেন্দু পাঠকৰ - বিজ্ঞান শিক্ষা আৰু পৰিৱৰ্তন। নিঃসন্দেহে *'বিজ্ঞানৰ চিন্তা তৰংগ'* অসমীয়া বিজ্ঞান সাহিত্যৰ এখন উচ্চমানৰ গ্ৰন্থ হিচাপে স্বীকৃত হ'ব।

অসমীয়া ভাষাত এতিয়ালৈকে প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান গ্ৰন্থৰ সংখ্যা কমেও ৮৮৪ খন হ'ব তাৰ ভিতৰত ১৯৮০ চন পৰ্য্যন্ত পূৰ্বৰ এশ বছৰৰ ভিতৰত অসমীয়া ভাষাত প্ৰকাশিত বিজ্ঞান সাহিত্যৰ সংখ্যা কমেও ৩৮৪ খন হ'ব আৰু ১৯৮১ চনৰপৰা ১৯৯৭ চনলৈ যোৱা ১৭ টা বছৰৰ ভিতৰত প্ৰকাশিত বিজ্ঞান সাহিত্যৰ গ্ৰন্থৰ সংখ্যা অন্ততঃ ৫০০ খন হ'ব। তুলনামূলকভাৱে বিজ্ঞানীৰ জীৱনী, উদ্ভিদবিদ্যা, ভূতত্ত্ব, পৰিৱেশ বিজ্ঞান, সাধাৰণ বিজ্ঞান, পদাৰ্থবিজ্ঞান, বিজ্ঞানৰ ইতিহাস, বিজ্ঞান আৰু সমাজ, শক্তি, পানী আৰু প্ৰাণী বিজ্ঞানৰ গ্ৰন্থৰ প্ৰকাশ ১৯৮১-১৯৯৭ কালছোৱাত বৃদ্ধি পাইছে। আনহাতে প্ৰত্নতত্ত্ব, জ্যোতিৰ্বিদ্যা, ইঞ্জিনীয়াৰিং আৰু প্ৰযুক্তি, ভূগোল, উদ্যোগ, চিকিৎসা, সমুদ্ৰবিজ্ঞান আৰু মহাকাশ বিজ্ঞান বিষয়ৰ গ্ৰন্থ হ্ৰাস পাইছে। উল্লেখযোগ্য যে পৰিৱেশ আৰু প্ৰাণী বিজ্ঞান, পানী, শক্তি, জৈৱপ্ৰযুক্তি, বিজ্ঞান সাহিত্য, বিজ্ঞান আৰু সমাজ বিষয়ৰ গ্ৰন্থসমূহে বিজ্ঞান চৰ্চাৰ এক নতুন দিশৰ ইংগীত বহন কৰিছে। এই ইংগীত হ'ল - ক্ৰমে বাঢ়ি অহা প্ৰকৃতি, পৰিৱেশ আৰু সমাজমুখী বিজ্ঞান চৰ্চাৰ প্ৰাধান্য। বৰ্তমান অসমীয়া ভাষাৰ বিজ্ঞান চৰ্চা আন্তৰ্জাতিক বিজ্ঞানৰ চিন্তা-চৰ্চাতকৈ যে সুকীয়া নহয় আৰু অসমীয়া ভাষাৰ বিজ্ঞান লেখকসকল যে সামাজিক দায়বদ্ধতাক প্ৰতিপন্ন কৰিছে।

প্ৰসংগ :

(১) চিত্তৰঞ্জন বন্দ্যোপাধ্যায়, বাংলা ভাষায় বিজ্ঞান চৰ্চা। দেশ সাহিত্য সংখ্যা, ৩১ (২৭), ১৯৬৪, পৃ. ১৩৩।

(২) শান্তনু তামুলী, অসমীয়া বিজ্ঞান গ্ৰন্থ সাহিত্য ; অসমীয়া গ্ৰন্থ সাহিত্য, ১৯৮২। - সম্পাদনা দীনেশ বৈশ্য। অসম বিজ্ঞান সমিতি, গুৱাহাটী।

(৩) বিনয়ভূষণ ৰায়, উনিশ শতকেৰ বাংলায় বিজ্ঞান সাধনা, ১৯৮৭। সুবৰ্ণৰেখা, কলিকতা।

# অসমীয়া বিজ্ঞান-সাহিত্যৰ ভাষা

ড° সোণেশ্বৰ শৰ্মা

'অসমীয়া বিজ্ঞান-সাহিত্যৰ ভাষা' বোলোতে বিজ্ঞানৰ তত্ত্ব আৰু তথ্যসমূহ বুজাবৰ বাবে ব্যৱহাৰ কৰা অসমীয়া ভাষাকে বুজোৱা হৈছে। ইয়াত বিজ্ঞানৰ কল্প কাহিনীৰ কথা সামৰা নাই আৰু পঢ়াশলীয়া পাঠ্যপুথিত ব্যৱহাৰ কৰা পাৰিভাষিক শব্দেৰে ভাৰাক্ৰান্ত ভাষাৰ কথাও ধৰা নাই । গতিকে সৰ্বসাধাৰণ পাঠকৰ জ্ঞান আৰু মনোৰঞ্জনৰ কাৰণে বিজ্ঞানৰ কথাবোৰ লিপিবদ্ধ কৰোঁতে কি ধৰণৰ ভাষা প্ৰয়োগ কৰা উচিত সেই বিষয়েহে এই প্ৰবন্ধত চমুকৈ আলোচনা কৰিম ।

শিশু, কিশোৰ আৰু প্ৰাপ্তবয়স্ক — সকলোৰে বাবে বিজ্ঞান-সাহিত্য ৰচিত হয় । সেয়েহে বিষয়বস্তু বাছনি আৰু ভাষা প্ৰয়োগৰ ক্ষেত্ৰত যথেষ্ট সাৱধান হ'ব লাগে। সকলো পৰ্য্যায়ৰ লেখনিৰ বাবে বিজ্ঞান-সাহিত্যৰ ভাষা একে ধৰণৰ হ'ব নালাগে। শব্দ বাছনি আৰু বাক্যৰ গঠন ৰীতিৰ দ্বাৰা এই প্ৰভেদ আনিব পাৰি । শিশুৰ শব্দৰ ভাণ্ডাৰ সীমিত । গতিকে সেই কথা মনত ৰাখি শব্দ ব্যৱহাৰ কৰিব লাগে । গধুৰ ভাব বা তত্ত্বপ্ৰধান কথা বৰ সহজকৈ লিখিলেও শিশুৱে হৃদয়ংগম কৰিব নোৱাৰে সাধুকথা বা গল্পৰ ছলেৰে ক'লেই যে শিশুৱে ভাল পাব সেইটোও নহয় । বিষয়বস্তুৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখিহে পোনপটীয়াকৈ বা গল্পৰ অৱতাৰণা কৰি বিজ্ঞানৰ তথ্য সম্বন্ধে জ্ঞান দিব লাগে। অকোৱা-পকোৱাকৈ কোৱাতকৈ পোনপটীয়াকৈ কম কথাত কোৱাই বেছি ভাল । পঢ়ুৱৈৰ বয়সৰ লগত সংগতি ৰাখি ক্ৰমান্বয়ে তাৰ ভাব-ভাষা গধুৰ কৰি নিব পাৰি । কিন্তু চাব লাগে যাতে ভাষা পঠন সুখৰ অন্তৰায় নহয়।

## শব্দৰ ব্যৱহাৰ

কোনো এটা শব্দ লিখাৰ আগতে সেই শব্দটোৱে নিৰ্দিষ্ট অৰ্থ প্ৰকাশ কৰিব পাৰিব নে নাই ভাবি চাব লাগে । "ব্যৱহাৰ' শব্দটোৰ ব্যৱহাৰে অনেক সময়ত খেলিমেলি লগায় । এটা উদাহৰণ ঃ "ইয়াক শূলৰোগ, গুল্ম, বাত আৰু পিত্তৰোগত ব্যৱহাৰ কৰিব পাৰি" । ইয়াত কি ধৰণৰ ব্যৱহাৰ সেইটো স্পষ্ট নহয়, অৰ্থাৎ খায়, নে ভৰণ দিয়ে, নে লেপি দিয়ে সেইটো জনা নাযায় ।

একোটা বিশেষ শব্দৰ প্ৰতি লেখকৰ মোহ থকাটো স্বাভাৱিক । তথাপি একেটা শব্দকেই বাৰে বাৰে লিখাৰ ফলত শব্দটোৰ মাধুৰ্য্য হেৰায় আৰু এটা সময়ত ই পঢ়ুৱৈক সামান্য হ'লেও বিৰক্ত কৰে । 'বতৰা' এনে এটা শব্দ । এজন লব্ধপ্ৰতিষ্ঠ



বিজ্ঞান লেখকৰ লেখনিত এই শব্দটো ঘূৰি ঘূৰি আহে । ঠাই বিশেষে তাৰ সলনি নিশ্চয় আন শব্দ লিখিব পাৰি ।

কোনো কোনো লেখকৰ ক্ষেত্ৰত কিছুমান শব্দৰ আগমন কষ্টকল্পিত ; লিখনিৰ বাকী অংশৰ লগত ই মিলি নপৰে । লেখকে এজন ব্যক্তিৰ বিষয়ে লিখিবলৈ গৈ 'ঋত্বিক' শব্দটো ব্যৱহাৰ কৰিছে । বাকী অংশৰ লগত ই খাপ খোৱা নাই । গতিকে ই যে স্বতঃস্ফূৰ্ত নহৈ কষ্টকল্পিত সেই কথা বুজাত অসুবিধা নহয় । কোনো কোনোৱে স্পষ্ট অৰ্থ বুজোৱা শব্দ নিলিখে । সেই অভ্যাস ইংৰাজী ভাষাৰ ব্যৱহাৰৰ পৰা অহা বুলি বুজা যায় । "অধিক চৰ্বীজাতীয় খাদ্য গ্ৰহণে স্তনৰ কৰ্কটৰোগৰ সম্ভাৱনা বৃদ্ধি কৰে ।" ইয়াত 'গ্ৰহণ'ৰ ঠাইত খোৱা বুলি কৈ বাক্যটো এনেদৰে লিখিলে সৰল আৰু পোনপটীয়া অৰ্থ প্ৰকাশ হ'ব ঃ "অধিক চৰ্বীজাতীয় খাদ্য খালে স্তনৰ কৰ্কট ৰোগৰ সম্ভাৱনা বাঢ়ে ।"

বিজ্ঞানৰ লেখনিত সততে পৰিভাষা ব্যৱহাৰ কৰিব লগা হয় । পৰিভাষাৰ শব্দবোৰে আকাংক্ষিত অৰ্থ প্ৰকাশ কৰিব পাৰিব লাগে । যথাৰ্থ নহ'লে পৰিভাষা ব্যৱহাৰ কৰিলেও পাঠকে বুজি নাপাব । যিহেতু বেছিভাগ ধাৰণাই ইংৰাজী ভাষাৰ জৰিয়তে আমাৰ ওচৰ পায় আমি উচিত অৰ্থ প্ৰকাশক পৰিভাষা বিচাৰি ল'বই লাগিব । যদি তেনেকুৱা পৰিভাষা নাপাও তেনেহ'লে ইংৰাজীত ব্যৱহাৰ কৰা মূল শব্দটোকে আমি ৰাখিব পাৰোঁ । যেনে ইক'ল'জি । ইয়াক বাস্তব্যবিদ্যা, বাস্তব্যবিজ্ঞান বোলাটো সমীচিন নহয় ; আনহাতে পৰিৱেশ বিজ্ঞান বুলিলেও ই ইক'ল'জিৰ ধাৰণাতকৈ environmental science ৰ ধাৰণাহে মনলৈ আনিব। গতিকে ইক'ল'জিক আমাৰ শব্দ কৰি ল'লে একো ক্ষতি নাই । সেইদৰে আন নিৰ্দিষ্ট শব্দৰ ক্ষেত্ৰতো প্ৰয়োজন সাপেক্ষে এই একে ব্যৱস্থা গ্ৰহণ কৰিব পাৰি । কোনো কোনো ক্ষেত্ৰত পৰিভাষাতকৈ ব্যাখ্যামূলক অৰ্থৰ দ্বাৰা ক'ব খোজা কথা অনেক সহজে বুজি পোৱাকৈ ক'ব পাৰি । তেনে ক্ষেত্ৰত এটা শব্দত কোৱাতকৈ ব্যাখ্যা কৰি দিয়াই সমীচিন । এটা উদাহৰণ লওঁ ঃ "আমাৰ বিশ্বত দেখ দেখকৈ যিমান পদাৰ্থ আছে, তাতকৈ বহু বেছি পদাৰ্থ থাকিলেহে বিশ্বতত্ত্বৰ ব্যাখ্যা সম্ভৱ।" ইয়াত লেখকে ধৰি লৈছে যে পঢ়ুৱৈয়ে বিশ্বতত্ত্ব মানে কি বুজি পায় । কিন্তু বিশ্বতত্ত্বই আচলতে কি বুজায় সেই কথা কোৱা হ'লে পঢ়ুৱৈয়ে বেছি ভালকৈ তাৰ সাৰমৰ্ম বুজি পালেহেঁতেন । এনেদৰে প্ৰথমতে খোকোজা লগাৰ ফলত কিতাপখন বা প্ৰবন্ধটো পঢ়ি যাবৰ বাবে পঢ়ুৱৈৰ আগ্ৰহ নোহোৱা হয় ।

## বাক্য

একোটা বাক্যই নিৰ্দিষ্ট অৰ্থ প্ৰকাশ কৰিব পাৰিব লাগিব । তাৰ বাবে উপযুক্ত শব্দ উপযুক্ত স্থানত থাকিব লাগিব । অৰ্থাৎ বাক্য সুগঠিত হ'ব লাগিব । তাৰ বাবে দ্ব্যৰ্থক বাক্য বৰ্জনীয় । সেইদৰে নেতিবাচক বাক্যও পৰাপক্ষত বৰ্জন কৰিব লাগে।

ধৰক এটা বাক্য ঃ "এই গছজোপাৰপৰা সুফল পোৱা নাযায় বুলি ক'ব নোৱাৰি।" এই বুলি কোৱাতকৈ "এই গছজোপাৰপৰা সুফল পোৱা যায়" বুলি লিখিলে অৰ্থটো পোনপটীয়াকৈ ওলাই যাব । যদি কম শব্দৰদ্বাৰাই অৰ্থপূৰ্ণ বাক্য লিখিব পাৰি তেনেহ'লে বেছি শব্দেৰে বাক্যটো ভাৰাক্ৰান্ত কৰিব নেলাগে । এই আটাইবোৰ ক্ষেত্ৰতে বাক্যৰ মনোগ্ৰাহিতালৈও লক্ষ্য ৰখা উচিত । ব্যাকৰণৰ নিয়মমতে শুদ্ধ কিন্তু ঠৰঙা বাক্যই লিখনিৰ আকৰ্ষণ কমায় ।

## অনুবাদ-আৱেশ

বিজ্ঞানৰ সৰহভাগ কথালৈ বুজিবলৈ বা জানিবলৈ আমি ইংৰাজী ভাষাৰ ওচৰ চাপিব লাগে ; কাৰণ বিজ্ঞানৰ ইংৰাজী কিতাপ আৰু গৱেষণা আলোচনীসমূহ বিজ্ঞানৰ ন ন কথাৰে সমৃদ্ধ হৈ থাকে । সেইবোৰ কথাকে মাতৃভাষাত প্ৰকাশ কৰিবলৈ যাওঁতে কিছু ভাষা বিভ্ৰাট ঘটে । ঐতিহাসিক পৰিপ্ৰেক্ষিতত কিছুমান কথা বিবেচনা কৰি চোৱা প্ৰয়োজন হৈ পৰে । বিজ্ঞানৰ আবিষ্কাৰৰ ইতিহাসত কোনো এটা ঘটনাৰ স্থান নিৰূপণ কৰিবৰ বাবেও নিৰ্দিষ্ট সময় (যুগ, শতিকা বছৰ) জনাৰ আৱশ্যক হয় । গতিকে ভুল তাৰিখ এটাই ঐতিহাসিক দৃষ্টিকোণক ভুল ৰূপ দিয়ে । অসমীয়া বিজ্ঞান সাহিত্যত 'অনুবাদ আৱেশ' (Translation effect – এই কথা বশিষ্ট দেৱ ফুকনৰ প্ৰবন্ধ এটাৰপৰা ধাৰ কৰিছোঁ) জনিত বিভ্ৰান্তি দেখা যায় (এই বিভ্ৰান্তি বিজ্ঞানতে অনেক অসমীয়া লেখকৰ লিখনিত দেখা যায়।) এটা উদাহৰণ দিওঁ – "১৯৬৫ চনৰ শেষৰ ফালে হকিঙে তেওঁৰ অনুসন্ধান গৱেষণা গ্ৰন্থ লিখি উলিয়ায় । ..... কিন্তু ছয়ৰ দশকৰ শেষৰফালে তেওঁ শৰীৰৰ অৱস্থা বেয়া হ'ল ।...... ১৯৭৪ চনলৈ হকিঙে নিজে খাব পাৰিছিল,বিছনাত উঠা-নমা কৰিব পাৰিছিল, মানুহৰ লগত কথা ক'ব পাৰিছিল। কিন্তু সাত দশকৰ শেষৰ ফালে তেওঁৰ কথা-বতৰা ইমান ........ " ইত্যাদি । উদ্ধৃতিটোৰপৰা এটা কথা ধৰিব পাৰি যে ১৯৬৫ চনৰ পাছত আৰু ১৯৭০ চনৰ ভিতৰত তেওঁৰ স্বাস্থ্য বেয়া হৈছিল । গতিকে 'ছয়ৰ দশকৰ শেষৰ ফালে' মানে আমি কি বুজিম ? In the late sixties ? ঠিক সেইদৰে ১৯৭৪ চনলৈ তেওঁ নিজে খাদ পাৰিছিল , গতিকে 'সাত দশকৰ শেষৰ ফালে' মানে নিশ্চয় ১৯৭৪ চনৰ পাছৰ কথা । Last part of the seventies ? কিন্তু লেখকে লিখা কথাখিনিৰপৰা আমি বুজিম যে ঘটনাবোৰ ক্ৰমে ১৯৬০ চন বা তাৰ পূৰ্বে আৰু ১৯৭০ বা তাৰ পূৰ্বে ঘটিছিল । বহু লেখকে ৭০ ৰ দশকত বুলি কৈ '৭১ ৰ পাছৰ ঘটনা কয় । দুই একে কিন্তু '৬১ ৰপৰা '৭০ ৰ কথা কয় । (এইটো গ্ৰহণযোগ্য হ'ব পাৰে, কাৰণ ১৯৭০ থকা দশক ১৯৬১ ৰ পৰা ১৯৭০)। তথাপি এই বিভ্ৰান্তি অতি সহজে আঁতৰাব পৰা যায় যদিহে ইংৰাজীৰ



প্ৰকাশভংগী আমি মনলৈ নানো। এটা শতিকাক দহ ভাগত ভগাই প্ৰথম দশক, দ্বিতীয় দশম ..... দশম দশক বুলি ক'লে বিভ্ৰান্তিৰ অৱকাশ নাথাকে ।

এই প্ৰসঙ্গতে আৰু এটা কথা উল্লেখ কৰোঁ বিজ্ঞানী অবিজ্ঞানী সকলোৰে বিবেচনাৰ কাৰণে । বিজ্ঞানৰ ইতিহাসৰ প্ৰসঙ্গত আৰু আন বহু প্ৰসঙ্গত আমি খ্ৰীষ্টপূৰ্ব চতুৰ্থ শতিকা, খ্ৰীষ্টীয় প্ৰথম শতিকা, পঞ্চম শতিকা, নৱম শতিকা বুলি কওঁ, কিন্তু বৰ্তমান শতিকাৰ কথা ক'বলৈ গ'লে কওঁ কুৰি শতিকা বুলি ।

## বৰ্ণনাৰ জটিলতা

বিজ্ঞানৰ কিছুমান বিষয় অতি জটিল। গতিকে সেইবোৰৰ প্ৰকৃত ৰহস্য উপলব্ধি কৰা সহজ নহয়। কিছুমান লেখকৰ জটিল বিষয় সহজ কৰাৰ ক্ষমতা থাকে ; কিছুমানৰ নাথাকে। কিছুমানে সহজ কথাকো জটিল ৰূপ দিয়ে ; যাৰ ফলত পাঠকে পঢ়ি ৰস নাপায় বা বুজি নাপায় আৰু সম্পূৰ্ণকৈ নপঢ়াকৈ সামৰি থয় । এটা কথা ঠিক যে বিজ্ঞানৰ সকলো কথাই পূৰ্ণ অৱয়বেৰে বিজ্ঞান সাহিত্যৰূপে সাধাৰণ মানুহৰ ওচৰ চাপিব লাগিব, তেনে কথা নাই । বহু তত্বৰ সাৰাংশ আৰু তাৰ আনুসংগিক বিষয়সমূহৰ সহজ সৰল বৰ্ণনাই সুন্দৰ বিজ্ঞান-সাহিত্যৰ ৰূপ ল'ব পাৰে । আমাৰ লেখকৰ লৰা-ধপৰাৰ কাৰণেই হওক বা পাঠকৰ দৃষ্টিৰে নিজৰ প্ৰবন্ধটো সম্পাদনা নকৰাৰ কাৰণেই হওক বহু সময়তে লিখনি সহজে বুজিব নোৱাৰা ধৰণৰ হয়। এনেকুৱা উদাহৰণ বহু পোৱা যায়। অলপ সাৱধান হ'লেও কিন্তু এই শ্ৰেণীৰ দোষ আঁতৰাব পাৰি । বাতৰি কাকতত প্ৰকাশিত প্ৰবন্ধ এটাৰপৰা উদাহৰণ এটা দিওঁ ঃ ".... এনে কাৰ্বন যৌগিক অনুঘটকৰ কিছুমানে আকৌ সময়ৰ সাপেক্ষে আত্মপ্ৰসাৰণীয় শক্তি লাভ কৰি স্বাভাবিক অৱস্থাত নিজৰ আয়তন বঢ়াবলৈ সক্ষম হয়। এইদৰে পৰিপুষ্টি আৰু বৃদ্ধি হোৱাৰ ক্ষমতা অৰ্জন কৰি স্বাৱলম্বী অনুঘটক (autocatalyst) পদাৰ্থবোৰে জীৱৰ প্ৰধান লক্ষণ "বংশ বৃদ্ধি ক্ষমতাত" অধিষ্ঠিত হৈ গঁড় জগতৰ জীৱৰ নতুন অধ্যায় আৰম্ভ কৰে।" এইখিনি কথা সহজকৈ আৰু আনে বুজি পোৱাকৈ কোৱাৰ উপায় নিশ্চয় আছে। আন এটা উদাহৰণ দিওঁ। সাধাৰণ পাঠকক উদ্দেশ্য কৰি লিখা এখন কিতাপৰ পৰা। ".....ই মধুৰ ৰসবিশিষ্ট, উষ্ণবীৰ্য্য, অগ্নিবৰ্ধক।" বুজিবলৈ নিশ্চয় অসুবিধা হয়।

কোনো কোনো ক্ষেত্ৰত বাক্যত দুই এটা কথা লগ লগাই দিলে বাক্যটোৰ অন্তৰ্নিহিত কথাখিনি বুজিবৰ বাবে কষ্ট কৰিব লগা হয় । এটা উদাহৰণ লওঁ, "খুব সম্ভৱ মায়োচিন সময়তেই মানুহৰ শাখা বেলেগ হৈ আছে । ...... আকৌ কোনো কোনোৰ মতে প্লায়োচিন সময়তহে মানুহৰ শাখা পৃথক হৈ আছে ।" ইয়াত মায়োচিন আৰু প্লায়োচিনক বছৰৰ হিচাপেৰে বুজোৱা হোৱা নাই । লগতে বছৰৰ হিচাপ

এটা থাকিলেহে পঢ়ুৱৈৰ উপলব্ধি শক্তিশালী হয় ।

বিজ্ঞান-সাহিত্য সৰ্বসাধাৰণৰ বাবে বোধগম্য হোৱা উচিত । সৰ্বসাধাৰণ মানে একেবাৰে অশিক্ষিত মানুহৰ কথা কোৱা নাই। কোনো কোনো ৰচনা সাধাৰণ পাঠকৰ বাবে (কেৱল ছাত্ৰৰ বাবে নহয়) বুলি কোৱাৰ পাছতো প্ৰচুৰ গাণিতিক বিশ্লেষণ দেখা যায়। কিন্তু যিজনে সেই গাণিতিক বিশ্লেষণ হৃদয়ংগম কৰিব পাৰে তেওঁ সেইবোৰ কথা নপঢ়ে, কাৰণ তেওঁ ইতিমধ্যে জানে আৰু যিজনে হৃদয়ংগম কৰিব নোৱাৰে তেওঁ টান পাই নপঢ়ে। গতিকে কাৰ কাৰণে লিখা হৈছে সেই কথাৰ প্ৰাসংগিকতা ইয়াত আছে । সৌৰশক্তি সম্পৰ্কে লিখা এখন কিতাপ এনে জটিলতাৰে ভৰি আছে, গতিকে কিতাপখনে বিজ্ঞান-সাহিত্য হিচাপে প্ৰাসংগিকতা হেৰুৱাইছে।

## সৰলীকৰণৰ পৰিসৰ

বহু সময়ত লেখকে তেওঁৰ লিখনি ৰসাল কৰিবৰ কাৰণে জীৱ-জন্তু, গছ-গছনি আদিৰ গাতো মানুহৰ দৰে গুণৰ বা চিন্তাৰ সমাৱেশ ঘটাব খোজে । তেনে কৰি পঢ়ুৱৈক এটা ভুল ধাৰণা দিয়া হয় । মন কৰিব, মতা টোকোৰাই বাহ সাজি মাইকী টোকোৰালৈ অপেক্ষা কৰা সময়ৰ কথা । "মনত এটি ভয়, লাজ আৰু সংকোচৰ ভাব, জানোচা তাৰ বাহটো কোনোবাই পছন্দ নকৰেই ।" চৰাই লাজ, শংকা সংকোচ আছেনে নাই নাজানো, গতিকে পঢ়ুৱৈয়ে ভাল পাওক বুলিয়েই আচৰণ বিজ্ঞানৰ পৰীক্ষালব্ধ তথ্যৰ দৰে উপস্থাপন কৰা উচিত নহয় ।

## ষ্টাইল

প্ৰতিজন লেখকৰে যি কোনো প্ৰসংগ উপস্থাপন কৰাৰ নিজস্ব কৌশল, ৰীতি বা ষ্টাইল থাকে । সাহিত্যৰ অন্য শাখাৰপৰা উদ্ধৃতি, কিংবদন্তীৰ ব্যৱহাৰ আদিৰদ্বাৰা লেখকে নিজৰ বক্তব্য ৰসাল আৰু মনত ৰেখাপাত কৰি যোৱাকৈ উপস্থাপন কৰে। কিন্তু কোনো কোনো ক্ষেত্ৰত দেখা যায় যে সেইবোৰ মূল বক্তব্যৰ অংশস্বৰূপ নহৈ প্ৰক্ষিপ্তহে হয় । তেনে ক্ষেত্ৰত লেখকৰ উদ্দেশ্য পূৰণ নহয় । কোনোৱে আকৌ কিংবদন্তী বা পৌৰাণিক কাহিনী আদিৰ সুন্দৰ প্ৰয়োগ কৰে। এখন পুস্তিকাত গছ কেনেকৈ ফছিল হয় সেই কথা বুজাবলৈ গৈ অহল্যা শিলত পৰিণত হোৱা আৰু মিথৰ প্ৰসংগ টানি আনি বিষয়টোত সোণত সুৱগা চৰাইছে ।

এজন লেখকে এখন কিতাপত কবিতাৰ উদ্ধৃতি ব্যৱহাৰ কৰিছে । য'ত বিষয়ৰ লগত মিলি পৰা উদ্ধৃতি অন্য লব্ধপ্ৰতিষ্ঠিত সাহিত্যিকৰ ৰচনাৰপৰা আনিবপৰা নাই তেনে ক্ষেত্ৰত নিজে পদ্য ৰচনা কৰি দিছে । কিন্তু সেই পদ্য দুৰ্বল হোৱা বাবে বিষয় বস্তুৰ সৌন্দৰ্য্য বৃদ্ধি কৰিব পৰা নাই । উদ্ধৃতিয়ে বিষয়বস্তুৰ পৰিসৰত এটা



নতুন মাত্ৰা প্ৰদান কৰিব লাগে, যিয়ে পঢ়ুৱৈৰ চিন্তা প্ৰক্ৰিয়াক আৰু দূৰলৈ প্ৰসাৰিত কৰিব পাৰে । সেই কাম কৰিব নোৱাৰিলে উদ্ধৃতি দিয়াৰ উদ্দেশ্য অপূৰণ হৈ ৰয়। নিজে পদ্য ৰচনা কৰি একে কথাকে পুনৰ কোৱাৰো একো মূল্য নাথাকে ।

## সামৰণি

এবাৰ কথা ক'ব লাগিব যে অসমীয়া ভাষাত এতিয়াও সম্পাদনাৰ প্ৰসংটোৱে পাব লগা গুৰুত্ব পোৱা নাই । প্ৰতিজন বিজ্ঞান লেখকেই একোজন 'সম্পাদক' হ'ব বুলি ভবা ভুল । গতিকে লিখনিবোৰৰ যথোপযুক্ত সম্পাদনাৰ ব্যৱস্থা কৰাটো বাতৰি কাকত, আলোচনীৰ সম্পাদক আৰু কিতাপ প্ৰকাশৰ এটা কৰ্তব্য । এতিয়ালৈ কোনোৱে সেই দায়িত্ব আশানুৰূপভাৱে পালন কৰিব পৰা নাই । ◻

[এই প্ৰবন্ধটোত কিছুমান কিতাপ আৰু প্ৰবন্ধৰপৰা উদাহৰণ লোৱা হৈছে । উদাহৰণবোৰ লওঁতে তুলনামূলকভাৱে ভাল ৰচনাহে বাছি লোৱা হৈছে । কেনোবা লেখকৰ চকুত পৰিলে তেখেতসকলে যেন তেখেতসকলক হেয় প্ৰতিপন্ন কৰিব খোজা বুলি ভুল নুবুজে । - লেখক]

# প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্য

## ডিম্বেশ্বৰ চলিহা

বৰ্তমান বিজ্ঞান বুলিলে যি এটা ধাৰণা হয়, তেনে ধাৰণা পুষ্ট বিজ্ঞান-সাহিত্য অতীতত অসমীয়া ভাষাত সৃষ্টি হৈছিল নে নাই, সেইকথা সঠিক কোৱা টান । অৱশ্যে ধাৰণা একোটাও সদায় একে ৰূপতে নাথাকে । কেইবছৰমানৰ আগলৈকে অন্ততঃ অসমীয়া ভাষাত যিকোনো বিজ্ঞান লেখকে বিজ্ঞানৰ বিষয় একোটা কেৱল প্ৰবন্ধৰ ৰূপতহে লেখিছিল । অৰ্থাৎ তেনেবোৰ প্ৰবন্ধৰ সমষ্টিকে আমি বিজ্ঞান-সাহিত্য ৰূপে গণ্য কৰিছিলোঁ । কিন্তু আজি তাৰ পৰিৱৰ্তন হৈছে । বৰ্তমান বহুতো বিজ্ঞান লেখকে বিজ্ঞানৰ বিষয় একোটাৰ ওপৰত নাটক, কবিতা, গল্প, উপন্যাস আদি সাহিত্যৰ নানা ধৰণৰ সৃষ্টিধৰ্মী ৰচনাও লেখিবলৈ লৈছে ।

ওপৰত উল্লেখ কৰা একে ধৰণৰ কথাকে প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্যৰ ক্ষেত্ৰতো ক'ব পাৰি। যি সময়ত প্ৰাচীন অসমীয়া ভাষা-সাহিত্য বুলিলে ভট্টদেৱৰপৰা আৰম্ভ কৰি গুৰু দুজনালৈকে বা তেওঁলোকৰ শিষ্য-প্ৰশিষ্যসকলে লেখা গ্ৰন্থৰাজিয়েই একমাত্ৰ সম্বল আছিল, তেনে এক সময়ত অসমীয়া বিজ্ঞান-সাহিত্যৰ নামত কোনোবাই গ্ৰন্থ বা প্ৰবন্ধ-পাতি আদিযে লেখিছিল, সেই কথা বিশ্বাস কৰিবলৈ টান। কিন্তু এটা কথা ঠিক যে সেইকালৰ মৌখিক সাহিত্য এতিয়ালৈকে অনেক গুণে চহকী আছিল আৰু তাৰ মাজতে দুই-চাৰিটা বিজ্ঞানমূলক কথায়ো ঠাই পাইছিল ।

মৌখিক সাহিত্যৰ ভিতৰত ডাকৰ বচনত কৃষি, স্বাস্থ্য আদিৰ ক্ষেত্ৰত কিছুমান প্ৰয়োজনীয় কথাৰ উল্লেখ আছে । উদাহৰণ স্বৰূপে শালি খেতি ভাল হ'বলৈ হ'লে মাটিৰ ডৰাবোৰ সৰু হোৱা উচিত । কাৰণ, তেনেকুৱা হ'লে ওখ মাটিডৰাৰ পানী চাপৰ মাটি ডৰালৈ যাব নোৱাৰে । ঠিক তেনেকৈ মাটিখিনিৰ মাজ অংশটো দ হোৱা বাঞ্চনীয় । মাটিখিনি তেনেকুৱা হ'লে পানী আনৰ পথাৰলৈ ওলাই যাব নোৱাৰে । আকৌ কোৱা হৈছে যে আহিন কাতি মাহত পথাৰত পানী থাকিলেহে অধিক পুলি পোখা মেলি ধান গছবোৰ ডাঙৰ হ'ব পাৰে । ডাকৰ এইখিনি কথাকে পদ্যৰ ৰূপত কোৱা হৈছে এনেদৰে -

"ঘন ঘনকৈ দিবা আলি ।
তেহে চাবা ধানৰ শালি ।।"



"মাটি কিনিবা মাজ খাল"

"আহিন কাতিত ৰাখিবা পানী
যেনেকৈ ৰাখে ৰজাই ৰাণী ।।"

তামোল খেতিৰ ক্ষেত্ৰত ডাকৰ উপদেশ হ'ল -

"পাতে পাতে লাগিলে নালাগে
নালাগিলে লাগে ।"

"সাতত পাতল পাঁচত ঘন ।
ছয়ত তামোল নদন বদন ।"

ওপৰত উল্লেখ কৰা দুয়োটা বচনৰে অৰ্থ হ'ল - তামোল গছ খুব ঘনাই ৰুলেও তামোল কম লাগে আৰু বৰ দূৰে দূৰে ৰুলেও মাটিখিনিৰ সদব্যৱহাৰ নহয় । সেই কাৰণে ছয় হাত আঁতৰে আঁতৰে ৰুবলৈ উপদেশ দিছে । ঘনাই ৰুলে তামোল গছবোৰে সাৰ নাপায় ।

কল খেতি কৰাৰ ক্ষেত্ৰত ডাকৰ বক্তব্য হ'ল - "কল ৰুবা তিনিবাৰ কাটি" অৰ্থাৎ একে ঠাইতে তিনি ঠোকা কল কটাৰ পাছত মাটিখিনিৰ সাৰ নাইকিয়া হয় আৰু সেয়ে নতুন ঠাইত কল ৰুব লাগে । কলগছ ৰুবৰ কাৰণে কিমান দ গাঁত খান্দিব লাগে, তাকো ডাকে কৈ গৈছে -

"এহাত এমুঠন কলৰ পোত ।
তেহে চাবা কলৰ গোট ।"

ওপৰত উল্লেখ কৰা প্ৰতিটো বচনেই আজিও কৃষিবিজ্ঞানীসকলৰ কাৰণে গ্ৰহণযোগ্য । বলধ গৰুৰ ভাল লক্ষণৰ কথা ক'বলৈ গৈ ডাকে কৈছে - "টিক বলধ ওলায় মাটি" অৰ্থাৎ বলধ গৰুৰ টিকটো ওখ হ'লে নাঙল বা গাড়ী টানিবলৈ সুবিধা হয়। সেইদৰে দুৱাৰমুখতে খেতি কৰা মাটিখিনি থাকিলে চোৱা-চিতা কৰিবলৈ সুবিধা হয় ।

স্বাস্থ্য ৰক্ষাৰ ক্ষেত্ৰতো ডাকে নিজৰ বক্তব্য দিছে এইদৰে -

"কাণত কচু নাভিত তেল ।
তাৰ ঘৰত নাই বেজৰ মেল ।।"

"ভাত খাই উঠি তিনি শিলিখা
তাৰ মানত ৰোগ টিলিকা ।"

এনেধৰণৰ ডাকৰ বচন আৰু অনেক আছে য'ৰ স্বাস্থ্যবিজ্ঞানৰ কিছু উপদেশমূলক কথা সন্নিবিষ্ট হৈ থাকে ।

আমাৰ বৈষ্ণৱ সাহিত্যতো অ'ত ত'ত বিচাৰিলে বৈজ্ঞানিক চিন্তা-চৰ্চাৰ কিছু আভাস পোৱা যায় । প্ৰাণী বা প্ৰকৃতি প্ৰেমৰ কথা আমি এতিয়াহে ক'বলৈ লৈছোঁ। কিন্তু বৈষ্ণৱ সাহিত্যত প্ৰাণী পূজাৰ কথা কেতিয়াবাই উল্লেখ কৰি গৈছে । কীৰ্তনৰ 'হৰমোহন' অধ্যায়ত পদ্যৰ ৰূপত নানা ধৰণৰ ফুলৰ এনে সুন্দৰ বৰ্ণনা দিয়া হৈছে যে সি আজিও আমাৰ সাহিত্যৰ এক সুন্দৰ চানেকি হৈ আছে । তাৰ নমুনা হিচাপে দুটা স্তৱক তলত তুলি দিয়া হ'ল -

"শিৰীষ সেউতী তমাল মালতী
লবংগ বাগী গুৱাল ।
কৰবীৰ বক, কাঞ্চন চম্পক
ফুল ভৰে ভাংগে ডাল ।।

শেৱালি নেৱালি পলাস পাৰলি
পাৰিজাত যুতি জাঁই ।
বকুল বহুলি আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই ।।"

গণিত শাস্ত্ৰৰ নীতি-নিয়মসমূহ আগতকৈ সলনি হ'ল । আগৰ যোল অনাই এটকা হোৱাৰ ঠাইত এতিয়া এশ পইচাই এটকা হ'ল । দশমিক পদ্ধতিৰ এই নিয়মবিলাকে অংকবোৰ আগতকৈ সহজ কৰি তুলিলে । কিন্তু আগৰ অংকবোৰো সহজ কৰি তুলিবৰ কাৰণে কিছুমান আৰ্য্যা ৰচিত হৈছিল । আৰ্য্যাবোৰৰ ভাষা আছিল কাব্যিক আৰু আৰ্য্যা মুখস্থ থাকিলে জটিল অংক একোটাৰো উত্তৰ মুখতে উলিয়াব পৰা গৈছিল । কেৱল মৌখিক ৰূপত থকা কাৰণেই সম্ভৱ এই আৰ্য্যাসমূহ বৰ্তমান প্ৰায় লুপ্ত অৱস্থাত । পাঠকে আমোদ পাব বুলি ভাবিয়েই এটা সৰু স্তৱক তুলি দিয়া হ'ল ।

"মোনৰ দামৰ বাঁৱে আলেফ্ দিলে ।
আধা পোৱাৰ দাম ততালিকে মিলে ।।"

অসমীয়া প্ৰাচীন বিজ্ঞান-সাহিত্যৰ সম্ভাৰ যদিও মেটমৰা নাছিল, তথাপি তাৰ মাজতে দুই এখন অতি উচ্চ খাপৰ গ্ৰন্থও প্ৰকাশ পাইছিল । ১৪৩৪ চনতে মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত বকুল কায়স্থ নামৰ এজন লোকে 'কিতাপত মঞ্জৰী' নামৰ এখন গণিতৰ পুথি অসমীয়ালৈ অনুবাদ কৰিছিল । গ্ৰন্থখন পদ্যত লেখা হৈছিল । অৱশ্যে সৰ্বেশ্বৰ কটকীয়ে যুগুত কৰা গ্ৰন্থৰ তালিকা এখনত বকুল কায়স্থৰ



লগতে নাৰায়ণ দাসৰ নামো অনুবাদক হিচাপে উল্লেখ কৰা হৈছে । প্ৰকৃততে কোনটো শুদ্ধ, আমাৰ পক্ষে কোৱা টান । পৰৱৰ্তী কালত কবি ৰত্নদ্বীজে 'লীলাৱতী কথা' নামৰ আন এখন গণিতৰ পুথি আৰু চূড়ামণি নামৰ আন এজন লেখকে জ্যোতিষ চৰ্চাৰ বিষয়ে 'জ্যোতিষ চূড়ামণি' নামৰ গ্ৰন্থ এখন প্ৰণয়ন কৰে । ১৬৯৫ চনত কবিৰাজ চক্ৰৱৰ্তীয়ে 'ভাস্বতী শাস্ত্ৰৰ কথা' নামৰ বিজ্ঞানমূলক গ্ৰন্থ এখন অসমীয়ালৈ অনুবাদ কৰে । কাশীনাথৰ 'অংকৰ আৰ্য্যা' নামৰ গ্ৰন্থখনৰো তেৱেঁই অনুবাদক ।

ৰাজ পৃষ্ঠপোষকতাত লেখা আন এখন মূল্যৱান গ্ৰন্থ হ'ল - 'হস্তিবিদ্যাৰ্ন্নৱ' । গ্ৰন্থখন ১৭৩৪ চনতে ৰচিত হৈছিল । গ্ৰন্থখনৰ লেখক আছিল সুকুমাৰ বৰকাথ আৰু তাৰ চিত্ৰসমূহ আঁকি দিছিল দিলবৰ- দোহায়ে । এই গ্ৰন্থখনত ১০৮ টা দঁতাল হাতী আৰু ১৭ জনী মাখুন্দি হাতীৰ শ্ৰেণী বিভাজন কৰা হৈছে । 'হস্তিবিদ্যাৰ্ন্নৱ'ৰ দৰেই আন এখন উল্লেখযোগ্য পুথি হ'ল 'ঘোঁৰা নিদান' । ইয়াত ঘোঁৰাৰ কথা বৰ্ণোৱা হৈছে ।

এইখিনিতে এযাৰ কথা উল্লেখ কৰা ভাল হ'ব যে ওপৰত উল্লেখ কৰা আটাইবোৰ গ্ৰন্থই আছিল হাতে লিখা । তাৰে কিছুমান সাঁচিপাতত আৰু আন কিছুমান তুলাপাতত । ১৮৩৬ চনতহে নাথান ব্ৰাউনে অলিভাৰ টি কুট্ৰাৰৰ সহযোগত অসমত পোনপ্ৰথম অসমীয়া আখৰৰ ছাঁপাশাল স্থাপন কৰে । অসমীয়া ভাষা-সাহিত্যৰ সোঁত প্ৰকৃততে তেতিয়াৰপৰাহে খৰস্ৰোতা হ'বলৈ লয় । ১৮৪৫ চনত ব্ৰাউনে বকুল কায়স্থৰ গণিতৰ পুথি , শ্ৰীমতী ব্ৰাউনৰ গণনাৰ পুথি 'প্ৰথম গননা' আৰু এলিজা ব্ৰাউন আৰু নাথান ব্ৰাউনৰ গণনাৰ পুথি 'দুতিঅ গননা' সেই ছাপাশালতে ছাপা কৰি প্ৰকাশ কৰে । ১৮৪৯ চনত 'ভূগোল শিক্ষক' আৰু 'সমাচাৰ চন্দ্ৰিকা' নামৰ আন দুখন বিজ্ঞানমূলক গ্ৰন্থ প্ৰকাশ পায় । ১৮৫১ চনত প্ৰকাশ পোৱা বিজ্ঞানৰ গ্ৰন্থখন আছিল এলিজা ব্ৰাউনৰ 'ভূগোল বিৱৰন – প্ৰথম ভাগ' । নিধিৰাম কেওঁট ওৰফে নিধি লিবাই ফাৰোৱালে প্ৰণয়ন কৰা 'পদাৰ্থ বিদ্যা সাৰ' নামৰ গ্ৰন্থখন প্ৰকাশ পাইছিল ১৮৫৫ চনত । তেওঁ গ্ৰন্থখন ডব্লিউ কৰ্কৰ ইংৰাজী গ্ৰন্থ 'Natural Science in Familiar Dialogue' নামৰ আৰ্হিত লেখিছিল ।

বেপ্টিষ্ট মিছনেৰিসকলে অসমীয়া ভাষা-সাহিত্যলৈ আগবঢ়োৱা আন এক উল্লেখযোগ্য অৱদান হ'ল 'অৰুনোদই' নামৰ বাৰ্তালোচনীখন । সেই কাকততে দেশ-বিদেশৰ ভৌগোলিক বিৱৰণ, প্ৰাণীতত্ত্ব, নৃতত্ত্ব, ভূতত্ত্ব, জ্যোতিৰ্বিজ্ঞান, পদাৰ্থবিজ্ঞান, শৰীৰ তত্ত্ব, যন্ত্ৰ, যান-বাহন, বেলুন, আকাশীযান আদি নানান বিষয়ৰ ওপৰত লেখা খা-খবৰ, প্ৰবন্ধ-পাতি আদি প্ৰকাশ পাইছিল । কিন্তু কাকতখন যিহেতু সাধাৰণ পাঠকৰ কাৰণেহে আছিল । গতিকে বিজ্ঞানৰ বেছিভাগ কথা

বাতৰিৰ ৰূপতহে প্ৰকাশ পাইছিল । সাধাৰণ পাঠকক আকৰ্ষণ কৰিবৰ কাৰণেই দুই-চাৰিটা কথা কবিতাৰ ৰূপতো লেখা হৈছিল -

"সকলো জন্তুৰ মাজত তিমি অতি ভয়ংকৰ ।
সাগৰ মধ্যে থাকে সিটো দেখি লাগে ডৰ ।।
তথাপিও তাৰ ওপৰত মানুহৰ অধিকাৰ ।
সেইকাৰণে মাৰি তাৰ লই তেল হাৰ ।।"

(অৰুনোদই, নৱেম্বৰ ১৮৪৬)

অসমীয়া কাকত আলোচনীত বিজ্ঞানৰ কথাৰ অন্তৰ্ভুক্তিৰ ক্ষেত্ৰত অৰুনোদই যদিও বাটকটীয়া আছিল, কিন্তু ঊনৈশ শতিকাৰ শেষ দশকত প্ৰকাশ পোৱা 'জোনাকী', 'বিজুলী' আৰু 'বাঁহী' নামৰ আলোচনীকেইখনতো বিজ্ঞানৰ দুই-চাৰিটা প্ৰবন্ধ প্ৰকাশ পাইছিল ।

অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱায়ো দুই-চাৰিখন বিজ্ঞানৰ পুথি লেখি অসমীয়া বিজ্ঞান-সাহিতলৈ কিছু অৰিহণা যোগাই গৈছে । তেখেতৰ 'বিজ্ঞানৰ বাৰে-মতৰা' নামৰ গ্ৰন্থখন মিছনেৰিসকলে ১৮৫৫ চনত প্ৰকাশ কৰি উলিয়ায় । তেওঁ ভাং আৰু স্বাস্থ্য বিষয়ক এখন সৰু পুথিও লেখিছিল । হেমচন্দ্ৰ বৰুৱাই "Way to Health" নামৰ ইংৰাজী গ্ৰন্থ এখন ভাঙনি কৰি 'স্বাস্থ্য ৰক্ষা বা গা ভালে থাকিবৰ উপায়' নাম দিছিল । গ্ৰন্থখন ১৮৮৬ চনত প্ৰকাশ পাইছিল । বৰুৱাৰ আটাইকেইখন গ্ৰন্থই মূলতে পাঠ্যপুথি আছিল যদিও গ্ৰন্থকেইখনে আন বিজ্ঞানপিপাসু পাঠকৰপৰাও বেছ সমাদৰ লভিছিল । পানীন্দ্ৰনাথ গগৈৰ 'ল'ৰা শিক্ষা' নামৰ পাঠ্যপুথিখনতো ল'ৰা-ছোৱালীৰ উপযোগীকৈ বিজ্ঞানৰ বহুতো কথা সন্নিবিষ্ট কৰা হৈছিল । ১৮৯৩ চনত প্ৰকাশিত 'ল'ৰা শিক্ষা'ৰ শেষছোৱাৰ পাতনিত গগৈয়ে লেখিছে - ".....গা ভালে ৰখাৰ নিয়মবিলাক সৰুৰেপৰা শিকা উচিত । সেই কাৰণে শিয়াল, মেকুৰী, কুকুৰ আদিৰ কথা নিদি গা ভালে ৰাখিবৰ নিয়মবিলাক সহজ কথাৰে লেখা হৈছে ।"

মোৰ ধাৰণাত প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্যৰ দুখন বহল ক্ষেত্ৰ এতিয়াও অনাৱিষ্কৃত অৱস্থাতে আছে । তাৰে এখন ক্ষেত্ৰ হ'ল - স্বৰ্গদেউসকলৰ দিনত বৰ ডাঙৰ পুখুৰীবোৰ খন্দাৰ পদ্ধতি আৰু দ'ল দেৱালয়, ৰংঘৰ, কাৰেংঘৰ আদিৰ নিৰ্মাণ কৌশল । আনকি হিলৈ, বৰটোপ আদিও যিহেতু অসমতে তৈয়াৰ কৰা হৈছিল, গতিকে সেইবোৰৰো নিশ্চয় নিৰ্দিষ্ট নিৰ্মাণ কৌশল আছিল । ইয়াৰে দুই-চাৰিটা কথা অ'ত ত'ত প্ৰবন্ধ আকাৰে প্ৰকাশ পাইছে যদিও এই নিৰ্মাণকাৰ্য্যৰ বেছিভাগ কথাই আমাৰ সাহিত্যত এতিয়াও অন্তৰ্ভুক্ত হোৱা নাই । এনেবোৰ কথাৰ সম্ভেদ আমাক দিব পাৰে কেৱল সাঁচিপতীয়া পুথিসমূহে । কিন্তু পৰিতাপৰ



কথা এয়ে যে সকলো সাঁচিপতীয়া পুথি এতিয়ালৈকে উদ্ধাৰেই হোৱা নাই আৰু যিখিনি হৈছে সেইখিনিৰ ওপৰতো বিস্তৃত অধ্যয়ন হোৱা নাই । পুথিসমূহ ভালদৰে চালি-জাৰি চোৱা হ'লে স্বৰ্গদেউসকলৰ দিনৰ নিৰ্মাণকাৰ্য্য সম্পৰ্কে বহুতো কথা নিশ্চয় পোহৰলৈ আহিলহেঁতেন । কোনো সদাশয় ব্যক্তি বা অনুষ্ঠানে সেই কাম কৰা হ'লে প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্যও বহু পৰিমাণে চহকী হ'লহেঁতেন ।

এনে পুৰণি পুথিৰ আলম লৈয়েই পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে 'অসমীয়া লো' নামেৰে এটি প্ৰবন্ধ লেখি থৈ গৈছে । প্ৰবন্ধটোত পণ্ডিত গোস্বামীয়ে লো প্ৰস্তুত কৰাৰ নীতি-নিয়মসমূহ বিস্তৃতভাৱে বৰ্ণনা কৰি গৈছে ।

প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্যৰ আন এক উৎস হ'ল যুগ যুগ ধৰি বেজ জ্ঞানীসকলে ব্যৱহাৰ কৰি অহা নিদানসমূহ । মন্ত্ৰ পুথিবোৰৰ কথা নকওঁ এই কাৰণেই যে এইবোৰৰ কিবা বৈজ্ঞানিক ভিত্তি আছে বুলি বিশ্বাস নহয় । কিন্তু বিভিন্ন ৰোগৰ ঔষধৰ উল্লেখ থকা নিদানসমূহ অবৈজ্ঞানিক বুলি ক'ব নোৱাৰি । দুখৰ কথা যে সেইবিলাকৰ ওপৰতো আজিকোপতি কোনো ধৰণৰ অধ্যয়ন বা বিশ্লেষণ নহ'ল । আমাৰ ওজা বা বেজসকলে এই নিদানসমূহ গুপুতে ৰাখিবলৈ বিচৰাটোও ইয়াৰ এক প্ৰধান কাৰণ । সি যি হওক, এতিয়াও আমাৰ চিকিৎসাবিজ্ঞানী আৰু ৰসায়নবিজ্ঞানীসকলে লগ লাগি নিদানত থকা ঔষধসমূহৰ বিষয়ে পৰীক্ষা-নিৰীক্ষা চলোৱা হ'লে সেই ঔষধৰ গ্ৰহণযোগ্যতা সম্বন্ধে ইতিবাচক বা নেতিবাচক কোনোবা এটা সিদ্ধান্তত উপনীত হ'ব পৰা গ'লহেঁতেন । দ্বিতীয়তে গ্ৰহণযোগ্য ঔষধৰ তালিকা আৰু ঔষধ প্ৰয়োগৰ পদ্ধতিসমূহেই প্ৰাচীন অসমীয়া বিজ্ঞান-সাহিত্যৰ এক বহুমূলীয়া সম্পদ হ'লহেঁতেন ।

স্বীকাৰ কৰিব লাগিব যে অসমীয়া বিজ্ঞান-সাহিত্যৰ বুৰঞ্জী বৰ প্ৰাচীন নহয় । দ্বিতীয়তে ঊনৈশ শতিকাৰ শেষলৈকে যিখিনি বিজ্ঞানৰ পুথি-পত্ৰ প্ৰকাশ পাইছিল, সেইবিলাকৰ সংখ্যা আছিল তেনেই নগণ্য । তদুপৰি যিবিলাক বিজ্ঞানৰ পুথি প্ৰকাশ পাইছিল, তাৰো সৰহভাগেই আছিল পাঠ্যপুথি জাতীয় । অসমীয়া ভাষাত আন আন ঠাল-ঠেঙুলিবোৰ যিটো সময়ত লহপহকৈ বাঢ়ি আহিছিল, সেইটো সময়ত বিজ্ঞান-সাহিত্যৰ ঠালটো আছিল তেনেই মুজুৰাপৰা । সঁচা কথা ক'বলৈ হ'লে বিজ্ঞানৰ ন ন আৱিষ্কাৰসমূহ ঊনৈশ শতিকাৰ শেষলৈকে অসমীয়া পাঠক বা লেখকৰ মন চুবই পৰা নাছিল । অসমৰ পোনপ্ৰথম মটৰ গাড়ীখন ১৮৮৫ চনতহে চলিছিল । সেই একে বছৰতে ডিব্ৰু-শদিয়া ৰেল লাইন স্থাপন হ'লেও তিনিচুকীয়াৰপৰা গুৱাহাটী হৈ কলিকতালৈ ৰেলপথ স্থাপন কৰিছিল ১৯০১ চনতহে। সেই একে চনতে ডিগবৈৰ শোধনাগাৰ আৰু কটন কলেজ স্থাপন অসমৰ জ্ঞান-বিজ্ঞানৰ বিকাশত আন দুটা মাইলৰ খুঁটি আছিল । দুই-এটা ধান কল আৰু

চাহ বাগিচাৰ কলঘৰবোৰৰ বাহিৰে আন কোনো কল-কাৰখানাই নাছিল । ডিব্ৰুগড়ত বেৰি হোৱাইট মেডিকেল স্কুলখন স্থাপন হৈছিল মাত্ৰ । গতিকে বেছিভাগ লোকে জৰা-ফুকা বা বন দৰবৰ ওপৰতে বিশ্বাস কৰিব লগা হৈছিল । বিদ্যুৎ, পানী-যোগান আদিৰ ব্যৱস্থা অসমৰ বেছিভাগ নগৰতে নাছিল । তেনে এক পৰিস্থিতিত বিজ্ঞান বা বিজ্ঞান-সাহিত্যৰ প্ৰতি অসমীয়া মানুহৰ ধাউতি নথকাটোৱেই স্বাভাৱিক। অৱশ্যে কুৰি শতিকাৰ মাজভাগৰপৰা অসমীয়া বিজ্ঞান-সাহিত্যৰ লেখক আৰু পাঠক দুয়োৰে সংখ্যা ক্ৰমাৎ বৃদ্ধি পাই আহিল ।■



# অসমীয়া লোকবোধ্য বিজ্ঞান-সাহিত্য

ড° পৰমানন্দ মহন্ত

(ইংৰাজীত ব্যৱহাৰ কৰা Popular Science literature ৰ সমাৰ্থক হিচাপে মাজে সময়ে অসমীয়া ভাষাত লোকবোধ্য বিজ্ঞান-সাহিত্য ব্যৱহাৰ কৰা দেখা যায় । 'জনপ্ৰিয়' বোলাতকৈ 'লোকবোধ্য বুলিলেহে অৰ্থৰ বেছি ওচৰ চপা যেন লাগে কাৰণে এইটো শব্দকেই ব্যৱহাৰ কৰা হৈছে )

বিজ্ঞানৰ বিকাশৰ লগত যে ভাষাৰ বিকাশ সাঙোৰ খাই আছে এই কথা ইংৰাজী ভাষাৰ বিকাশে যথাৰ্থভাৱে প্ৰমাণ কৰে - অন্ততঃ ইংৰাজী ভাষাৰ ক্ষেত্ৰত এটাই আনটোৰ বিকাশত অৰিহণা যোগোৱা বুলি ক'ব পাৰি । ১৬-১৭ শতিকাৰ ইংলেণ্ডত, শিল্প বিপ্লৱৰ প্ৰাক্ কালত, পণ্ডিতৰ ভাষা লেটিনৰ সলনি থলুৱা ইংৰাজী ভাষাত গণিত, জ্যামিতি, নৌবিদ্যা আদি বিষয়ৰ পুথি প্ৰকাশ পাইছিল আৰু এইবোৰৰ বহুল প্ৰচাৰ হৈছিল (ৰবাৰ্ট ৰেকৰ্ডৰ গণিত পুথিখন ১৫৪০-১৬৬২ সময়ছোৱাত চাৰিছটাতকৈ অধিক তাঙৰণত প্ৰকাশ পাইছিল ।) বিভিন্ন আৰ্টিজান শ্ৰেণীৰ লোকৰ সহায়ত অহাকৈ লিখা পুথিৰো প্ৰচলন হৈছিল । তদুপৰি ৰয়েল ছ'চাইটি স্থাপন হোৱাৰ পাছত গঢ়ি উঠা বাতাবৰণত বিভিন্ন প্ৰাকৃতিক ঘটনা নিৰীক্ষণ কৰা, দুই-এটা পৰীক্ষা কৰি এইবোৰৰ ফলাফল বৰ্ণনা কৰা প্ৰক্ৰিয়াত প্ৰকাশিত আলোচনীৰ জৰিয়তে বৈজ্ঞানিক সংযোগৰ ব্যৱস্থাও গঢ়ি উঠিছিল ।স্বাভাৱিকতে এই ৰচনাৰাজিৰ ভাষা আছিল পোনপটীয়া, সৰল, দ্ব্যৰ্থহীন - বহু পৰিমাণে সাধাৰণ মানুহৰ দৈনন্দিন জীৱনৰ কথিত ভাষা । এনেবোৰ ৰচনাই ইংৰাজী সাহিত্যৰ ৰচনা শৈলীতো প্ৰভূত সালসলনি ঘটালে । কিন্তু ভাষাৰ ওপৰত বিজ্ঞানৰ যি প্ৰভাৱ ইংলেণ্ডত এই সময়ত পৰিছিল, সেই প্ৰভাৱৰ জন্ম দিছিল ক্ৰমাৎ গঢ় লৈ উঠা আধুনিক বিজ্ঞানে । কাৰণ সেইখন সমাজেই আধুনিক বিজ্ঞানৰো জন্ম দিছিল আৰু আধুনিক বিজ্ঞানে ইয়াৰ প্ৰকাশৰ বাবে এটা নতুন আধুনিক ভাষাৰো সৃষ্টি কৰিছিল ।

অসমীয়া ভাষাত বৈজ্ঞানিক ৰচনাৰ আলোচনাৰ ক্ষেত্ৰত আধুনিক বিজ্ঞান আৰু ভাষাৰ সম্পৰ্কৰ ওপৰৰ কথাখিনি উল্লেখ কৰাৰ কাৰণ নোহোৱা নহয় । ইংৰাজী ভাষাৰ ওপৰত বিজ্ঞানে যি হেঁচা প্ৰয়োগ কৰিব পাৰিলে তেনে হেঁচা অসমীয়াৰ কথাই নকওঁ, অন্য যি কোনো ভাৰতীয় ভাষাৰ ওপৰত প্ৰয়োগ কৰাটো সম্ভৱ নহয় । কাৰণ আধুনিক বিজ্ঞানে ভাৰতীয় মানুহৰ জীৱনক এতিয়াও ভালদৰে

স্পৰ্শই কৰিব পৰা নাই । তেওঁলোকৰ ভাষাৰ ওপৰত প্ৰভাৱ পেলোৱা দূৰৈৰ কথা। বিজ্ঞান-প্ৰযুক্তিৰ যিবোৰ ফল ভাৰতীয় মানুহে ভোগ কৰিবলৈ পাইছে সেইবোৰ অন্য যিকোনো প্ৰাকৃতিক ঘটনাই জন্ম দিয়া ফলৰ দৰেই গ্ৰহণ কৰিছে - বানপানী, খৰং বতৰ, ভূমিকম্প, ঋতু পৰিবৰ্তন আদিয়ে যেনেকৈ এওঁলোকৰ জীৱনৰ ওপৰত ক্ৰিয়া কৰে - যেন এইবোৰ ঘটনা ঘটিবই, অনিবাৰ্য্য, অৱধাৰিত, অপ্ৰতিৰোধ্যভাৱে আৰু সেয়েহে এনে প্ৰাকৃতিক ঘটনাৰ ফল ভোগ কৰে এক প্ৰকাৰৰ নিৰৱ, অসহায় আত্মসমৰ্পণেৰে । তদুপৰি, আধুনিক বিজ্ঞান প্ৰযুক্তিৰ কিয়েইবা ফল অসমীয়া সমাজে প্ৰত্যক্ষ কৰিছে - জুইশলা, ৰেডিঅ', গাড়ী-মটৰ, কেৰাচিনৰ বাহিৰে ? ভাগ্যক ধিয়াই কৰ্মফল ভোগ কৰাৰ নিৰাসক্তিয়ে অসমীয়া মানুহক বহু কাল জুৰি জ্ঞান-বিজ্ঞানৰ চিন্তাৰ আকৰ্ষণৰপৰা আঁতৰাই ৰাখিছে । প্ৰকৃতিৰ তাণ্ডৱত দুৰ্দশাগ্ৰস্ত হ'লেও প্ৰকৃতিৰ বদান্যতাই এওঁলোকক জীয়াই ৰাখিছে। সেই প্ৰকৃতিক বুজাৰ বা ইয়াৰ কুফলসমূহৰ প্ৰতিৰোধ কৰাৰ প্ৰবৃত্তি এওঁলোকৰ মানসিকতাত অনুপস্থিত । এনে আৱহাৱাত বৈজ্ঞানিক চিন্তাৰ জন্মই বা হয় কেনেকৈ, প্ৰতিপালিতেই বা হয় কেনেকৈ ? হ'লেও যুগ পৰিৱৰ্তনৰ ধামখুমীয়াত কুৰি শতিকাৰ আগে আগে যেনেকৈ পাশ্চাত্যৰ ৰীতি-নীতি, ভাষা-সাহিত্যৰ বুজ লোৱা কেইগৰাকীমান ডেকাৰ প্ৰচেষ্টাত অসমীয়া ভাষাত আধুনিকতাৰ বীজ সোমাল আৰু আধুনিক অসমীয়া সাহিত্য গঢ় লৈ উঠিল, ইয়াৰ লগতে বৈজ্ঞানিক চিন্তা-চৰ্চাৰো প্ৰৱেশ ঘটিল, যথেষ্ট পলমকৈ আৰু অত্যন্ত লাহে লাহে (অসম যে লাহে লাহেৰ দেশ !) অনুকৰণৰপৰা ওপজাৰ কাৰণে পূৰ্বতে উল্লেখ কৰা ইংৰাজী ভাষাৰ ওপৰত বিজ্ঞানৰ হেঁচাৰ কৰে হেঁচা অসমীয়া ভাষাৰ ওপৰত নথকাই স্বাভাৱিক ।

স্কুল-কলেজ আৰু আনকি বিশ্ববিদ্যালয়ৰ স্তৰতো বিজ্ঞানৰ যি শিক্ষা দিয়া হয়, সেই শিক্ষণ পদ্ধতি সংস্কৃত, ইতিহাস, ইংৰাজী সাহিত্য আদি যি কোনো বিষয়ৰ শিক্ষণ পদ্ধতিতকৈ গুণগতভাৱে অকণো পৃথক নহয় যেন বিজ্ঞান পৰীক্ষাৰদ্বাৰা প্ৰাপ্ত, বা প্ৰাকৃতিক ঘটনাৰ পৰ্য্যবেক্ষণৰপৰা প্ৰাপ্ত স্তূপীকৃত পুঞ্জীভূত তথ্যৰ সমাহাৰ মাথোন । কিন্তু এই তথ্যসমূহো আনে কৰা পৰীক্ষাৰপৰা, আনে লোৱা পৰ্য্যবেক্ষণৰপৰা পোৱা - সেয়েহে ইয়াৰ শিক্ষাই আমাৰ মানসিক জগতখনত কোনো ধৰণৰ প্ৰভাৱ নেপেলোৱাৰেই কথা । অতীতৰ ঋষি-মুনিয়ে যুগুতোৱা বেদ-বেদান্তৰ শ্লোকসমূহৰ দৰেই এইবোৰো কেৱল বৈজ্ঞানিক সত্য বুলি গ্ৰহণ কৰিবলৈ দিয়া শিক্ষা পদ্ধতিৰেই বৰ্তমানৰ বিজ্ঞানৰ প্ৰসাৰ চলোৱা হৈছে । বৈজ্ঞানিক জিজ্ঞাসা, অনুসন্ধানৰ লগত জড়িত বস্তুনিষ্ঠতা, পৰ্য্যবেক্ষণৰপৰা তথ্য আহৰণ, তথ্যৰ বিশ্লেষণৰ সহায়েৰে প্ৰাকৃতিক নীতি সূত্ৰবদ্ধ কৰা - আদি প্ৰক্ৰিয়াৰ অনুশীলন বৰ্তমানে প্ৰচলিত বিজ্ঞান শিক্ষাৰ ব্যৱস্থাত সমূলি অনুপস্থিত । লেবৰেটৰিত কৰিবলৈ



দিয়া পৰীক্ষাসমূহ বা ক্ষেত্ৰ-অধ্যয়নৰ যোগেদি পৰ্য্যবেক্ষণৰ যি ব্যৱস্থা, সিও কেৱল পুথিগত অনুকৰণৰ ভেকোভাওনাহে । বৈজ্ঞানিক অনুসন্ধানৰ ৰহস্য উদ্ঘাটনৰ ৰোমাঞ্চকৰ অভিজ্ঞতাৰ খুদমান আভাসো এনেবোৰ ক্ৰিয়াকলাপত নাই । বিজ্ঞান শিক্ষাৰ অৱস্থা এই । আওপুৰণি তেল কোম্পানিটোৰ বাহিৰে উদ্যোগৰ নামত শূন্য আৰু যি উদ্যোগ গঢ় লৈছে সিও তেলৰ লগতে জড়িত । এনে অৱস্থাত সমাজৰ বিভিন্ন স্তৰত বিজ্ঞানৰ প্ৰতি ধাউতি ওপজাৰ কোনো বাস্তৱিক পৰিস্থিতিয়েই এই অঞ্চলটোত নাই । ইয়াৰ বিপৰীতে আছে অতীত ভাৰতবৰ্ষৰ বিজ্ঞান-প্ৰযুক্তিৰ ক্ষেত্ৰত কষ্টকল্পিত উৎকৰ্ষৰ সম্পৰ্কে বৰ বৰ কথা । উৰাজাহাজ-হেলিকপ্টাৰ হেনো ৰাৱণ, মেঘনাদইঁতে তেতিয়াই ব্যৱহাৰ কৰিছিল, পৰমাণু বোমা হেনো ব্ৰহ্মাস্ত্ৰহে, আৰু টেলিভিছন - কেলেই গোটেই মহাভাৰতৰ যুদ্ধখন সঞ্জয়ে যে কণা ধৃতৰাষ্ট্ৰৰ আগত বৰ্ণনা কৰিব পাৰিলে কেনেকৈ ? উন্নতমানৰ টেলিভিছন আৰু হাইটেক কম্পিউটাৰৰ সহায় নোলোৱাকৈ এনে কাম জানো সম্ভৱ ? গতিকে কোন-কাহানিবাই ভাৰতবৰ্ষত এইবোৰ বিজ্ঞান-প্ৰযুক্তিৰ ব্যৱহাৰ কৰা হৈ গৈছে ! আধুনিক বিজ্ঞান-প্ৰযুক্তিৰ উপাদানসমূহৰ প্ৰতি এনে অৱজ্ঞাসূচক তৰাং মনোভাৱ এতিয়াও ভাৰতৰ শিক্ষিত সমাজত বিৰাজমান ।

গতিকে সমস্যাটো বিজ্ঞান-প্ৰযুক্তিৰ পৰিৱেশৰ অভাৱেই নহয়, বিজ্ঞান-প্ৰযুক্তি বোলা বিষয় এটা যে আছে আৰু ই যে আমাৰ জীৱনৰ সৰ্বগ্ৰাসী প্ৰভাৱ পেলাব পাৰে এই অনুভৱৰ অনুপস্থিতিহে - আৰু সেয়েহে ই অতি উদ্বেগজনক । প্ৰত্যক্ষ কৰা এটা নিচেই সৰু ঘটনাই এই বিষয়ে মোৰ চকু মোকোলাই দিছিল । কলা বিভাগৰ এজন অধ্যাপকে বিজ্ঞান-প্ৰযুক্তিৰ বিকাশৰ কথা ক'বলৈ গৈ অন্যান্য উদাহৰণৰ লগতে উল্লেখ কৰিছিল যে বিজ্ঞান-প্ৰযুক্তি ইমান আগ বাঢ়িছে যে কোনো বস্তুৰ সামান্য অংশ এটা পুৰিলে ওলোৱা ছাইখিনি পৰীক্ষা কৰি বস্তুটো কিমান পুৰণি কৈ দিব পাৰে (কাৰ্বন-ডেটিং পদ্ধতিৰ এয়া ব্যাখ্যা!) । একেটা কথা বহু প্ৰচলিত এখন দৈনিক কাকতৰ পৃষ্ঠাতো পঢ়িবলৈ পাইছিলোঁ । অৱশ্যে এনে অভিজ্ঞতাৰ বিপৰীতে অভিজ্ঞতাও উপলব্ধ নোহোৱা নহয় - বিশেষকৈ গাঁৱলীয়া সমাজৰ দুই-এক খেতিয়কে ৰাসায়নিক সাৰৰ নাম যিমান অশুদ্ধভাৱেই নকওক কিয়, বা উন্নত জাতৰ বীজৰ কথা ক'ব পৰা হৈছে ।

অসমীয়া সমাজে যেতিয়া বিজ্ঞান-প্ৰযুক্তিৰ অপ্ৰতিৰোধ্য, সৰ্বগ্ৰাসী প্ৰভাৱক সচেতনভাৱে আঁকোৱালি ল'ব, বিজ্ঞান-প্ৰযুক্তিয়ে উৎপাদন কৰা যন্ত্ৰপাতিৰ লগত খাপ খুৱাই জীৱন-যাপন কৰাৰ সলনি নিজৰ জীৱন পদ্ধতিৰ লগত খাপ খোৱা বিজ্ঞান-প্ৰযুক্তিগত কৌশলৰ বাবে দাবী জনোৱাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিবলৈ ল'ব, তেতিয়াহে বৈজ্ঞানিক বিষয়ৰ ৰচনাপাতিৰ প্ৰতি আগ্ৰহ বাঢ়িব । সেয়েহে

বৈজ্ঞানিক বিষয়ৰ লোকবোধ্য ৰচনাৰ প্ৰয়োজনীয়তাও এইখিনিতে আছে - বিজ্ঞান-প্ৰযুক্তিৰ বৈশিষ্ট্য, বিভিন্ন বিষয়ত লাভ কৰা উল্লেখযোগ্য অগ্ৰগতিসমূহ আৰু ইয়াৰ বিকাশৰ সম্ভাব্য দিশৰ প্ৰচাৰৰ ক্ষেত্ৰত । বিজ্ঞান-প্ৰযুক্তিৰ শক্তি আৰু ইয়াৰ প্ৰয়োগৰ পৰিসৰৰ প্ৰতি সজাগতা থাকিলেহে আমাৰ জীৱন নিৰ্বাহৰ প্ৰয়োজনীয়তাখিনি পূৰোৱাৰ বাবে দাবী জনাব পাৰি । এনে আকাংক্ষিত অৱস্থালৈ উত্তৰণৰ তাগিদাতে বিভিন্ন বিষয়ৰ বিজ্ঞান-প্ৰযুক্তি সম্পৰ্কীয় ৰচনা অসমীয়া ভাষাত ৰচিত হ'ব লাগিব। এনেবোৰ ৰচনাৰ পৰিসৰত স্বাস্থ্যৰক্ষাৰ প্ৰাথমিক বিধি বা উন্নত জাতৰ শস্য বা এইড্‌ছৰ কথা যেনেকৈ থাকিব, ভাৰতবৰ্ষৰ মহাকাশ গৱেষণাৰ শেহতীয়া উৎকৰ্ষ PSLV উৎক্ষেপক বা INSAT উপগ্ৰহ আদিৰ বিষয়েও থাকিব ; ব্যাপক হাৰত হোৱা বনানী ধ্বংসৰ কথা যেনেকৈ থাকিব, দূৰসংযোগী উপগ্ৰহবোৰৰ ক্ৰিয়া কলাপ বা আনকি সকলোৰে কৌতূহলৰ বিষয় হৈ পৰা কৃষ্ণ গহ্বৰ (ব্লেক হ'ল) আদিৰ বিষয়েও থাকিব । কৃষ্ণ-গহ্বৰৰ আলোচনাই বিজ্ঞানৰ গৱেষণাৰ ধাৰাবাহিকতাৰ কথা যিদৰে প্ৰতিপন্ন কৰে, INSAT ৰ আলোচনাৰ প্ৰায়োগিক বিজ্ঞানৰ সম্ভাৱনাময় সুফলসমূহেই কেৱল নহয়, ইয়াৰ পশ্চাদপটত থকা গতিবিজ্ঞান বা মহাকৰ্ষণ সম্পৰ্কীয় সমস্ত নিউটনীয় ধ্যানধাৰণাৰ তাত্ত্বিক বিষয়সমূহো আলোচনাৰ বিষয় হ'ব পাৰে । হ'ব পাৰে নহয়, হোৱা উচিতো । কাৰণ প্ৰকৃতি যেনেকৈ মনোৰম দৃশ্যৱলীৰে সমৃদ্ধ বা ভীষণ ক্ৰিয়াকলাপেৰে সন্ত্ৰাসসম্ভৱা তেনেকৈ ই জ্ঞান আৰু ঐশ্চৰ্য্যৰো ভঁৰাল । প্ৰাকৃতিক নিয়মসমূহৰ অনুসন্ধানৰ জৰিয়তেই মানৱসম্পদ জ্ঞান আৰু ঐশ্চৰ্য্যৰে সমৃদ্ধিশালী হৈ উঠিছে ।

কিন্তু পদাৰ্থবিজ্ঞানীসকলে কোৱাৰ দৰে প্ৰকৃতিয়ে নিজক প্ৰকাশ কৰে গণিতৰ ভাষাৰেই আৰু দিনক দিনে গণিতৰ এই ভাষা অধিক গাণিতিক হৈ পৰিছে । সেয়েহে সাধাৰণ লোকৰ পক্ষে বৈজ্ঞানিক আৱিষ্কাৰসমূহ বুজি পোৱা সম্ভৱ হৈ থকা নাই । এইখিনিতে ষ্টিফেন হকিঙে তেওঁৰ কিম্বদন্তী প্ৰায় হৈ পৰা কিতাপখনৰ (A Brief History of Time) পাতনিত কিতাপখন লেখাৰ উদ্দেশ্যৰ বিষয়ে কোৱা এষাৰ কথা প্ৰণিধানযোগ্য । বিশ্বব্ৰহ্মাণ্ডৰ কেতবোৰ গুৰুত্বপূৰ্ণ বিষয়ৰ সম্পৰ্কে লিখা কিতাপখনৰ বিষয়বস্তুৰ সম্পৰ্কে সাধাৰণ-মানুহৰো জনাৰ আগ্ৰহ থাকে । দুৰ্বোধ্য গাণিতিক ভাষাৰে বৰ্ণিত হ'লেও হকিঙৰ মতে "বৈজ্ঞানিক শিক্ষা থকা যিকোনো মানুহে বুজিব পৰাকৈ বিশ্বব্ৰহ্মাণ্ডৰ উৎপত্তি আৰু অন্তিম অৱস্থাৰ সম্পৰ্কে মূল কথাখিনি প্ৰকাশ কৰিব পাৰি ।" লোকবোধ্য বিজ্ঞানৰ ৰচনাৰ প্ৰেৰণা আৰু তাগিদাও ইয়াতেই - প্ৰকৃতিয়ে সযতনে গাণিতিক সঁফুৰাৰ ভিতৰত সুমুৱাই থোৱা অমল তত্ত্বৰ সোৱাদ সাধাৰণ লোকৰ ভাষাৰ সহায়েৰেই প্ৰকাশ কৰি প্ৰকৃতিৰ ৰহস্য ভঙাৰ আনন্দ দিয়া ।



আচৰিত যেন লাগিলেও সঁচা কথা যে অসমীয়া ভাষাত পাশ্চাত্যৰ ধ্যান-ধাৰণাৰ বাৰ্তাবাহক 'অৰুনোদই' কাকতেই প্ৰথম অসমীয়া বিজ্ঞানৰ সাহিত্যৰো জন্ম । 'অৰুনোদই'ৰ প্ৰথম বছৰতে বিজ্ঞান বিষয়ক অনেক ৰচনা প্ৰকাশ পায় । দুই-এখন বৈজ্ঞানিক ৰচনাৰ মনোৰম প্ৰকাশভঙ্গীও মন কৰিবলগীয়া । বিষয় বৈচিত্ৰ্যে ইয়াত প্ৰকাশিত আলোচনাসমূহ সমৃদ্ধ আছিল - ভৌগোলিক, সৌৰজগত সম্পৰ্কীয়, প্ৰাণীবিষয়ক, স্বাস্থ্যবিষয়ক, আধুনিক যন্ত্ৰপাতিবিষয়ক আদি বিভিন্ন বিষয়ৰ প্ৰবন্ধ, বা-বাতৰিৰ উপৰিও অন্ধবিশ্বাস বিৰোধী দুই-এখন ৰচনাও ইয়াত প্ৰকাশ পাইছিল। বিজ্ঞান বিষয়ক ৰচনাসমূহৰ মূল উদ্দেশ্য বাহিৰৰ পৃথিৱীখন আৰু বৈজ্ঞানিক আৱিষ্কাৰসমূহৰ লগত অসমৰ মানুহৰ পৰিচয় কৰাই দিয়া ।

'অৰুনোদই'ৰ পৰৱৰ্তী উনবিংশ শতিকাৰ অসমীয়া কাকত-আলোচনীৰ স্থায়িত্ব অতি কম হোৱা সত্ত্বেও প্ৰায় প্ৰতিখন আলোচনীয়েই বিজ্ঞান সম্পৰ্কীয় ৰচনা প্ৰকাশ কৰিছিল । এই বিষয়ত মুঠেই এবছৰ জুৰি প্ৰকাশ পোৱা 'মৌ' আলোচনীখন বিশেষভাৱে স্মৰণীয় - ইয়াত প্ৰকাশ পোৱা ভৌগোলিক প্ৰবন্ধকেইটাৰ উন্নত ৰচনাৰীতি আৰু উপযুক্ত প্ৰকাশভংগীৰ কাৰণে । কুৰি শতিকাৰ আৰম্ভণিৰেপৰা কালীৰাম মেধিৰ দৰে বিজ্ঞানৰ ছাত্ৰই আধুনিক বিজ্ঞানৰ বিষয়বস্তুৰ ওপৰত লেখা ৰচনা প্ৰকাশ পায় । পৰৱৰ্তী কালছোৱাত এনে প্ৰচেষ্টা দেখা যায় ৰোহিণী কান্ত বৰুৱা আৰু সুশীল বৰুৱাৰ প্ৰবন্ধ কেইটামানত । ত্ৰিছৰ দশকতে বৰুৱাৰ ভূবিজ্ঞান আৰু অসমৰ ভূতত্ত্ব সম্পৰ্কে প্ৰকাশ পোৱা প্ৰবন্ধকেইটাৰ পাছত তেনেকুৱা প্ৰবন্ধ ওলোৱাই নাই বুলি ক'ব পাৰি । প্ৰায় তিনি-চাৰি দশক জুৰি বিভিন্ন আলোচনীত স্বাস্থ্যবিষয়ক নানা প্ৰবন্ধ ৰচনা কৰি স্বাস্থ্য সম্পৰ্কে অসমৰ ৰাইজৰ সজাগতা বঢ়াবলৈ অহোপুৰুষাৰ্থ কৰিছিল ড° মহানন্দ বৰুৱাই । এইছোৱা সময়ত অতি তাকৰিয়াকৈ হ'লেও কেইটামান উৎকৃষ্ট অনুবাদ প্ৰবন্ধও প্ৰকাশ পাইছিল ।

স্বাধীনতা উত্তৰ কালত 'ৰামধেনু', 'নৱযুগ'ৰপৰা আৰম্ভ কৰি 'আমাৰ প্ৰতিনিধি' আৰু 'প্ৰকাশ'লৈকে বিভিন্ন আলোচনীত বৈজ্ঞানিক ৰচনাৰ সম্ভাৰ প্ৰকাশ পাইছিল। অসম বিজ্ঞান সমিতিৰদ্বাৰা প্ৰকাশিত 'বিজ্ঞান জেউতি'ৰ প্ৰকাশৰ পাছৰপৰা অসমীয়া বিজ্ঞান-সাহিত্যত নতুন শক্তি সঞ্চাৰ হোৱা যেন অনুভূত হৈছিল - প্ৰথম কেইটামান সংখ্যাৰ ৰচনাৰ চমৎকাৰিত্ব, বিষয়ৰ বৈচিত্ৰ্য আৰু সম্পাদক-আয়োজকসকলৰ নিষ্ঠা আৰু আন্তৰিকতাই হৃদয় মন পুলকিত কৰি তোলে । নিঃসন্দেহে আলোচনীখনে বিশেষকৈ ছাত্ৰ-ছাত্ৰীৰ মাজত বিজ্ঞানৰ বিভিন্ন বিষয় সম্পৰ্কে সজাগতা বঢ়াইছে আৰু এদল কৃতী, নিষ্ঠাবান বিজ্ঞান লেখক উলিয়াইছে । 'বিজ্ঞান জেউতি'ৰ জনপ্ৰিয়তা ছাত্ৰসমাজত এতিয়াও বিদ্যমান ।

আলোচনীৰ পাততহে অসমীয়া বিজ্ঞান-সাহিত্যৰ জন্ম আৰু লালন-পালন

হোৱা বুলি ক'লেও বঢ়াই কোৱা নহয় । প্ৰাপ্ত তথ্য অনুসৰি ১৮৫৫ চনত পদাৰ্থবিদ্যাসাৰ অৰ্থাৎ ঈশ্বৰে স্ৰজা বস্তুৰ কথাও শিক্ষক ছাত্ৰৰ কথোপকথন, বুলি এখন বিজ্ঞানৰ পুথি অসমীয়া ভাষাত ৰচনা কৰে লেনি লেভি ফাৰবেলে । ফাৰবেল খ্ৰিষ্টান ধৰ্ম গ্ৰহণ কৰোঁতা প্ৰথমজন অসমীয়া আছিল আৰু 'অৰুনোদই' প্ৰকাশ কৰোঁতা খ্ৰিষ্টান মিছনেৰিসকলৰ সহযোগী আছিল । ইয়াৰ পাছত বিজ্ঞানৰ বিভিন্ন বিষয়ৰ কেইবাখনো পাঠ্যপুথি প্ৰকাশ পালেও সাধাৰণলোকৰ বাবে লেখা বিজ্ঞানৰ পুথিখন প্ৰায় তিনিকুৰি বছৰৰ পাছতহে প্ৰকাশ পায় ১৯১৬ চনত । 'আকাশ-ৰহস্য' নামৰ এই পুথিখনৰ ৰচয়িতা সত্যনাথ বৰা - 'বিজ্ঞানৰ গহীন সাজ এৰি দি তাক সাহিত্যৰ সাজ' পিন্ধাই ৰচিত পুথিখন আছিল আধুনিক জ্যোতিৰ্বিজ্ঞানৰ সম্পৰ্কে । পুথিৰ আকাৰত ৰচিত বিজ্ঞানৰ পুথিৰ সংখ্যা অসমীয়া ভাষাত নিচেই কম - মুঠতে পাঁচ শ মানহে হ'বগৈ পাৰে । ইয়াৰো একেটা বিষয়কে বহলাই আলোচনা কৰা পুথিৰ সংখ্যা আৰু কম । বিভিন্ন বিষয়ৰ ওপৰত লিখা প্ৰবন্ধৰ সংকলনৰ সংখ্যাই সৰহ । দুই-এজন বিজ্ঞানীৰ জীৱনীও প্ৰকাশ হৈছে আৰু এই জীৱনীসমূহত বিজ্ঞানীজনৰ লগত সম্পৰ্কিত বৈজ্ঞানিক বিষয়বস্তু আলোচনাও কৰা হৈছে । শিৱনাথ বৰ্মণৰ 'আইনষ্টাইন আৰু পদাৰ্থজগৎ' এনে ধৰণৰ এক উল্লেখযোগ্য জীৱনীপুথি । এইদৰে কিতাপৰ আকাৰত প্ৰকাশ পোৱা বিজ্ঞান-সাহিত্যৰ সিংহভাগ পুথি প্ৰকাশ কৰিছে অসম বিজ্ঞান সমিতিয়ে ।

যোৱা তিনি দশকমানৰপৰা ইংৰাজী ভাষাত ৰচিত আৰু জনপ্ৰিয় হৈ পৰা বিজ্ঞান-সাহিত্যৰ পুথিসমূহ দুটা ভাগত ভগাব পাৰি । ইয়াৰে এবিধ গ্ৰন্থ বিষয়বস্তুৰ চমৎকাৰিত্ব বা প্ৰাসংগিকতাৰ বাবে জনপ্ৰিয় হৈ উঠে । জৰ্জ গেমো, আইজাক এছিমভৰ কিতাপসমূহ বা য়ুগুৰ 'Brighter than thousand Suns. শেহতীয়াকৈ জেমছ গ্লেইকৰ 'Chaos' এনে ধৰণৰ কিতাপৰ শাৰীত পৰে । আনহাতে কোনো বিষয়ৰ লগত জড়িত থকা বিজ্ঞানীজনেই সেই বিষয় সম্পৰ্কে লিখিবলৈ লোৱাও দেখা গৈছে । হকিঙৰ 'A Brief History of Time', ষ্টিভেন ৱাইনবাৰ্গৰ 'The First Three Minutes', 'A Glimpse of a Final Theory', ক্ৰিকৰ 'The Double Helix' ইত্যাদি এই বিধৰ উল্লেখযোগ্য পুথি । নক'লেও হ'ব যে লেখক নিজেই যেতিয়া বিজ্ঞানৰ স্ৰষ্টা হয়, তেনে বিধৰ ৰচনাৰ আবেদন বিশেষ মৰ্য্যাদাসম্পন্ন হৈ পৰে । অসমৰ সাম্প্ৰতিক বিজ্ঞানৰ জগতখনত আমি প্ৰথমবিধৰ বিজ্ঞান-সাহিত্যৰ পুথিকে লৈয়েই সন্তুষ্ট থাকিব লাগিব । দুৰ্ভাগ্যৰ কথা যে এই আশাও ফলৱতী হোৱাগৈ নাই । এতিয়াও অসমীয়া বিজ্ঞান-সাহিত্যাই সাধাৰণ পঢ়ুৱৈৰ মনত একো চাপ পেলাব পৰা নাই ; এই বিধ সাহিত্যৰ প্ৰতি সৰ্বসাধাৰণ পাঠকক আকৰ্ষণ কৰিব পৰা নাই । আন কথাত অসমীয়া পঢ়ুৱৈৰ কাৰণে বিজ্ঞান



এতিয়াও বিজ্ঞানৰ ছাত্ৰৰ বিষয় হৈয়ে আছে ।

অসমীয়া বিজ্ঞান-সাহিত্য চহকী হ'বলৈ এখন জিজ্ঞাসাপ্ৰৱণ পঢ়ুৱৈ সমাজ, এদল নিষ্ঠাবান আৰু পঢ়ুৱৈৰ প্ৰয়োজনৰ প্ৰতি সংবেদী লেখক আৰু এচাম উৎসাহী প্ৰকাশকৰ প্ৰয়োজন । সুবিখ্যাত গ্ৰন্থৰ অনুবাদৰ প্ৰকাশে এই বিষয়ত সহায় কৰিব পাৰে । অসমীয়া ভাষালৈ বিজ্ঞান-সাহিত্যৰ অনুবাদৰ **পৰামৰ্শ** ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই ১৯৮০ চনতে অসম বিজ্ঞান সমিতিয়ে আয়োজন কৰা আলোচনাচক্ৰত আগ বঢ়াইছিল । অসমীয়া বিজ্ঞান-সাহিত্যৰ সন্দৰ্ভত তেখেতৰ আন তিনিটা পৰামৰ্শও প্ৰণিধানযোগ্য । সহজ আৰু পোনপটীয়া ভাষাৰ ব্যৱহাৰ, পৰিভাষা সৃষ্টি কৰোঁতে সাৱধানতা লৈ এই পৰিভাষাক সাৰ্বজনীন ব্যৱহাৰযোগ্য কৰি তোলা। আৰু বিজ্ঞান ৰচনাৰ পঠিতব্যতা বঢ়োৱা । ইতিমধ্যে 'দেশ' পত্ৰিকাত বাংলা ভাষাত প্ৰকাশ পোৱা কেতবোৰ প্ৰবন্ধ এই তিনিওটা গুণেৰে সমৃদ্ধ হৈ উঠা যেন অনুভৱ হয় । এইটোও সঁচা যে পৰিমাণৰ বৃদ্ধিয়ে গুণগত পৰিৱৰ্তন আনে । সেয়েহে ৰচনাৰ উৎকৰ্ষৰ প্ৰতি সচেতন এদল লেখকৰ আবিৰ্ভাৱে অসমীয়া বিজ্ঞান-সাহিত্যৰো গুণগত পৰিৱৰ্তন সাধিব পাৰে । আমি এইখিনিতে কেৰালা শাস্ত্ৰ সাহিত্য পৰিষদৰ কথাও মনত পেলোৱা অপ্ৰাসংগিক নহ'ব । মাথোন বিজ্ঞান-সাহিত্য সৃষ্টিৰ উদ্দেশ্যেই পোনতে সংগঠিত হোৱা এই অনুষ্ঠানে কেৰালা ৰাজ্যত বিজ্ঞানক জনসাধাৰণৰ জীৱন ধাৰণৰ এক অংগ হিচাপে সজাই তুলিবলৈ সমৰ্থ হৈছে । এওঁলোকৰ কৃতিত্বই বয়সত প্ৰবীণ অসম বিজ্ঞান সমিতিকো অনুপ্ৰেৰণা যোগাইছে।

বিজ্ঞান-সাহিত্যৰ বিষয়ে যিমানেই লেখা নহওক কিয়, এটা সমস্যাই আমাক সকলোকে খেদি ফুৰিব। যোৱা এক-ডেৰ দশক ধৰি অসমৰ অসমীয়া ভাষী থলুৱা লোকৰ সংখ্যাত বিভাজন আহিছে - বড়ো, কাৰ্বি, মিচিং আদি ভাষাৰ স্বতন্ত্ৰ পৰিচয় প্ৰতিষ্ঠাৰ বাবে হোৱা আন্দোলনসমূহৰ বাবে অসমীয়া ভাষাৰ শ্ৰীহানি হৈছে । আনহাতে ব্যাপক হাৰত অসমীয়া ভাষী চহৰীয়া মধ্যবিত্ত শ্ৰেণীয়ে নিজৰ সতি-সন্তানক সৰুৰেপৰা ইংৰাজী ভাষাৰ মাধ্যমত শিক্ষা দিয়াবলৈ লোৱাৰপৰা অসমীয়া ভাষা-সাহিত্যৰ লগত পৰিচয় নোহোৱাকৈয়ে একশ্ৰেণী অসমীয়া মানুহৰ আবিৰ্ভাৱ ঘটিবলৈ লৈছে । ইয়াৰ ফলত অসমীয়া ভাষাৰ পঢ়ুৱৈ আৰু লেখকৰ সংখ্যা ক্ৰমাৎ হ্ৰাস পোৱাটো অনিবাৰ্য্য হৈ পৰিছে। এই দুই ৰাজনৈতিক, সামাজিক কাৰণে অসমীয়া বিজ্ঞান-সাহিত্যহে নালাগে অসমীয়া সাহিত্যৰেই অস্তিত্ব বিপন্ন কৰি তুলিছে ।

---

**দ্ৰষ্টব্য ঃ** 'অসমীয়া বিজ্ঞান সাহিত্য'- অসম বিজ্ঞান সমিতি ১৯৮২

'ডেৰশ বছৰীয়া বাতৰি কাকতত অসমীয়া বিজ্ঞান-সাহিত্য শীৰ্ষক প্ৰবন্ধ - প্ৰস্তাৱিত "অসমৰ ডেৰশ বছৰীয়া সাংবাদিকতা" - সম্পাদক ঃ চন্দ্ৰ প্ৰসাদ শইকীয়া

# গঞা ৰাইজৰ বাবে বিজ্ঞান-সাহিত্য

ডা° নগেন দত্ত

সাহিত্যিকে সাহিত্যৰ সৃষ্টি কৰে তেওঁৰ দৈনন্দিন জীৱনৰ বিভিন্ন দিশত দেখি-শুনি পোৱা বিষয়বস্তুৰ ওপৰত জ্ঞান, অনুভূতি আৰু অভিজ্ঞতাৰ আলমত। সেই বিষয়-বস্তুৰপৰা সাহিত্যিকৰ মনত যি ভাৱৰ বুৰবুৰণি উঠে তাকেই নিজৰ ভাষা দি সাহিত্যৰূপে প্ৰকাশ কৰে। সেই বিষয়বস্তু যদি বিজ্ঞানৰ হয় তেন্তে বিজ্ঞান আৰু সাহিত্যৰ ৰসৰ মিলনতে বিজ্ঞান-সাহিত্যৰ সৃষ্টি হয়। কিন্তু তাৰ আগতে বুজিব লাগিব বিজ্ঞাননো কি? বিজ্ঞান বুলিলে সাধাৰণতে ভাবি লোৱা সৰু-ডাঙৰ কিবা এটা পৰীক্ষাগাৰত পৰীক্ষা-নিৰীক্ষা কৰাটোৱেইহে বিজ্ঞান নহয়। বৰঞ্চ মনৰ উৎকৰ্ষ সাধন আৰু প্ৰণালীগতভাৱে জীৱনক পৰিচালিত কৰিব পৰাটোহে বিজ্ঞানৰ আচল লক্ষ্য।

বিজ্ঞানক আজিকালিৰ বস্তু বোলাটো শুদ্ধ নহয় । বিজ্ঞান আদিম যুগতো আছিল মাত্ৰ শিক্ষাৰ অগ্ৰগতি আৰু সময়ৰ সোঁতত বিজ্ঞানে আধুনিক বিজ্ঞানৰ ৰূপ ল'লে। হাজাৰ হাজাৰ বছৰৰ আগতে আদিম মানুহে, সুখ, সুবিধা আৰু শান্তিৰ বাবে, সভ্যতাৰ প্ৰথম পদক্ষেপত আৱিষ্কাৰ কৰে জীৱন ধাৰণৰ বাবে প্ৰয়োজনীয় কৃষি পদ্ধতি আৰু তাৰ বাবে লগা শিল, পাথৰ লোহাৰ হাথিয়াৰ - যাৰ বাবেই মানুহৰ ইতৰ জীৱজন্তুৰ নিচিনা যাযাবৰী জীৱনৰ ওৰ পৰিল । সেয়ে বিজ্ঞানৰ প্ৰথম অংকুৰ । দৈনন্দিন জীৱন ধাৰণৰ বাবে কৃষিৰ পাছতেই প্ৰাথমিক বিজ্ঞানৰ বিকাশ হৈ, কৃষি, বয়নশিল্প, মৃন্ময়শিল্প, হাথিয়াৰ আৰু যন্ত্ৰ নিৰ্মাণ আদিৰ বিকাশ হ'ল । লাহে লাহে, সময়ে সময়ে, যুগে যুগে মানুহৰ জ্ঞান, চিন্তা- চৰ্চাৰ বিকাশত, আধুনিক জীৱন-যাপনৰ পথত প্ৰয়োজনীয় চাহিদা পূৰণ, সা-সুবিধা আৰু বিভিন্ন দিশত শক্তিৰ প্ৰয়োগৰ বাবে নিতৌ ন-ন বৈজ্ঞানিক সামগ্ৰীৰ আৱিষ্কাৰ হ'ল। এই বিজ্ঞানৰ অবিৰাম গতি থাকিবই সৃষ্টি ধ্বংস নোহোৱালৈকে । বিজ্ঞানৰ এই অগ্ৰগতি আৰু ইয়াৰ প্ৰয়োগ জনসাধাৰণৰ ওচৰ চপাই নিবলৈ আমাৰ অতীৱ প্ৰয়োজন বিজ্ঞান-সাহিত্যৰ । এই বিজ্ঞানৰ প্ৰকাশ, বিকাশ, উপলব্ধি আৰু প্ৰয়োগৰ বাবে চিন্তাধাৰাক বিকাশ কৰিবলৈ সেই অনুপাতে শিক্ষাৰ প্ৰয়োজন । তাৰ বাবেই বিজ্ঞানক সাহিত্যৰ মাজেদি প্ৰকাশ কৰি জনতাৰ ওচৰ চপাই নিবলৈ বিচৰা হয় । এয়ে হ'ল বিজ্ঞান-সাহিত্যৰ থূলমূল পৰিচয়।

আনহাতে ভাৰতীয় সাহিত্যত আদিম যুগৰপৰা প্ৰচলিত জনবিশ্বাস ফকৰা,



যোজনা, সাধুকথা, ডাকৰ বচন আদি সাহিত্যবোৰতো বিজ্ঞানৰ চিন্তা নিহিত হৈ আছিল । কিন্তু সময়ৰ সোঁতত সভ্যতাৰ পদক্ষেপত, প্ৰকৃত তথ্য আৰু সত্য উদ্‌ঘাটন নকৰাকৈ তেনেবোৰ কথা বিজ্ঞানসন্মত বুলি মানিবলৈ টান পোৱা হ'ল । পৰীক্ষা-নিৰীক্ষাৰ মাজেদি প্ৰকৃত সত্য বিশ্বাসযোগ্যভাৱে উদ্‌ঘাটন কৰিলেহে সেই পোহৰক বিজ্ঞানসন্মত বুলি মানি ল'ব পাৰি। ভাৰতত অতীতৰ বিজ্ঞান আৰু আধুনিক বিজ্ঞানৰ পাৰ্থক্যৰ ইংগিত পাওঁ - প্ৰথম গৌতম বুদ্ধৰ এক উক্তিহে -

"তোমাক কোৱাবাবেই
বা চিৰচৰিত বা প্ৰচলিত হোৱাবাবেই
বা অনুমান কৰিয়েই যি কোনো কথা
বিশ্বাস নকৰিবা ।
শিক্ষকে কোৱা বুলিয়েই
তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি
সকলো কথা
বিশ্বাস নকৰিবা ।
বৰঞ্চ পৰীক্ষা আৰু বিশ্লেষণৰদ্বাৰা
চালিজাৰি চাই
সমাজৰ আৰু দহৰ মংগলজনক কথাত
বিশ্বাস ৰাখি
তাকে সৰোগত কৰি
মানি চলিবা ।"

সেইখিনিতেই ভাৰতীয় আধ্যাত্মিক আৰু বৈজ্ঞানিক চিন্তাৰ আলি দোমোজাত বিজ্ঞানৰ নৱজাগৰণ । অৱশ্যে জনতাৰ প্ৰয়োজনীয় শিক্ষাৰ মাজেদিহে ইয়াৰ বিৱৰ্তন হ'বলৈ ধৰে আৰু তাৰ ওপৰত ভিত্তি কৰিয়েই বিজ্ঞান-সাহিত্যৰ সৃষ্টি হয় । অসমীয়া সাহিত্যৰ জনক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ পৰৱৰ্তী মহাপুৰুষসকলৰ সাহিত্যত ধৰ্মকথাৰ লগতে বৈজ্ঞানিক চিন্তাৰ কথাও প্ৰকাৰান্তৰে নিহিত আছিল । শংকৰ-মাধৱৰ ধৰ্মৰ শিকনিত শাৰীৰিক-মানসিক পবিত্ৰতাৰ বাবে দেখুৱাই যোৱা আচৰণ প্ৰৱৰ্তনৰ মাজত বিজ্ঞানসন্মত বহুত তথ্য পোৱা যায় । সেইবিলাকৰ ভিতৰত, নিত্য নৈমিত্তিক কৰ্ম, স্নান আদি, ধৌত বস্ত্ৰ পৰিধানৰ পবিত্ৰতা, নামঘৰত ভক্তসৱৰ পালনীয় পবিত্ৰতা, মাহ-প্ৰসাদ আদি স্বাস্থ্যসন্মত আহাৰ গ্ৰহণ, মুখশুদ্ধি আৰু দন্ত পৰিষ্কাৰৰ বাবে খৰিকা ব্যৱহাৰ আদি আচাৰ নীতিসমূহ বিজ্ঞানসন্মত আছিল।

আদিম যুগত গঞা আৰু নগৰীয়া দুটি নাছিলেই । কিন্তু শিক্ষা সভ্যতাই, লগতে আৰ্থিক স্বচ্ছলতাই লাহে লাহে জনতাক নগৰীয়া আৰু গঞা দুটা ভাগত

ভাগ কৰিলে । আধুনিক সভ্যতাৰ পদক্ষেপৰ অগ্ৰগতিত হাবিজংগল ভাঙি নগৰৰ সৃষ্টি কৰা হ'ল, শিক্ষাৰ বিস্তাৰ হ'ল, শিক্ষা-সভ্যতা-সমাজৰ লগতে বিজ্ঞানৰো বিকাশ হ'ল । বিজ্ঞান সম্পৰ্কীয় বহু কথা, শিক্ষাৰ বিকাশৰ বাবে নগৰত জনতাই সহজে বুজিব পৰা হ'ল, বিজ্ঞান-সাহিত্যৰ মাজেদি বহু কথা শিকিলে, বুজিলে আৰু প্ৰয়োগৰ ক্ষেত্ৰতো আগ বাঢ়িল । সেয়েহে বিজ্ঞান-সাহিত্য নগৰৰ শিক্ষিত সমাজত আদৰণীয় হোৱাটো স্বাভাৱিক। বিজ্ঞান-সাহিত্য সেইসকলৰ মাজত জনপ্ৰিয়তা লাভ কৰাই নহয়, ইয়াৰপৰা প্ৰযুক্তিবিদ্যাৰ প্ৰতি আকৰ্ষিত হৈ নানা কলা-কৌশল যন্ত্ৰপাতিৰ আৱিষ্কাৰ হ'ল । কিন্তু গ্ৰাম্যবাসী, বিশেষকৈ অসমৰ, শতকৰা ৬০ জন অল্পশিক্ষিত বা অশিক্ষিত । সেয়েহে বিজ্ঞানৰ জটিল কথাৰ বিজ্ঞান-সাহিত্যৰ সকলোখিনি গঞা ৰাইজৰ বাবে উপযোগী বা গ্ৰহণযোগ্য নহয়, যিহেতু সেইসকলৰ শিক্ষা নিচেই সীমিত । আনহাতে জীৱন-নিৰ্বাহৰ বাবে গ্ৰাম্যবাসীৰ অপৰিহাৰ্য কৃষি, শিল্প, বাণিজ্য আৰু স্বাস্থ্য সম্পৰ্কীয় বিজ্ঞানৰ বতৰা সাহিত্যৰ মাজেদি তেওঁলোক জানিবলৈ ইচ্ছুক নোহোৱাও নহয় । সেয়ে বিজ্ঞান-সাহিত্য হ'ব লাগিব সহজ-সৰল । গঞা ৰাইজৰ মাজৰ অতি কমশিক্ষিতসকলে বিজ্ঞান-সাহিত্যৰ মাজেদি মহাকাশৰ বতৰা নিবিচাৰে । কিন্তু সেই বিজ্ঞান-সাহিত্যৰ যোগেদি তেওঁলোকে কৃষি, শিল্প বাণিজ্য আৰু স্বাস্থ্যৰ দৈনন্দিন জীৱনত প্ৰযোজ্য বিজ্ঞান-সাহিত্য পঢ়িবলৈ বা শুনিবলৈ বিচাৰে । সৰ্বসাধাৰণ গঞা ৰাইজে বিজ্ঞানৰ বিষয় বুলি মহাকাশৰ বতৰা, বা কোন মহিলাই কেনেকৈ মহাকাশলৈ যাত্ৰা কৰিলে সেইবোৰৰ গুৰুত্ব উপলব্ধি কৰিব নোৱাৰে বা নিষ্প্ৰোজন বুলি ভাবে । ঘৰৰ ভিতৰত টি ভিটোত কেনেকৈ ক'বপৰা সেই ছবি আৰু শব্দ আহে । বিজ্ঞানৰ সেই বতৰাক আচৰিত কথা বুলিয়েই সামৰি থয় । কিন্তু কৃষিশিল্পত ট্ৰেক্টৰ, ৰাসায়নিক সাৰ প্ৰয়োগ, কীটনাশক ঔষধৰ বিজ্ঞান সম্পৰ্কে তেওঁলোক জানিবলৈ আগ্ৰহী । দোকানৰ হিচাপত ব্যৱহৃত কেলকুলেটৰটো গঞা ৰাইজেও হাতত তুলি লয় বা ইয়াৰ ব্যৱহাৰ জানিবলৈ ইচ্ছুক । কৃষিৰ বাবে বৈজ্ঞানিক পদ্ধতিৰে আৱিষ্কৃত ন ন ধানৰ শস্যৰ প্ৰতি তেওঁলোক আগ্ৰহী । বৈজ্ঞানিক পদ্ধতিৰে সৃষ্টি কৰা হাইব্ৰিড গুটিৰ কথাৰ প্ৰতি তেওঁলোক কৌতূহলী । বিশেষকৈ স্বাস্থ্যবিজ্ঞানৰ সকলো কথাকে তেওঁলোকে জানিবলৈ বিচাৰে ।

এইখিনিতে, এইটো কথাও মন কৰিব লাগিব যে গঞা ৰাইজ কম শিক্ষিতেই নহয়, তেওঁলোক অন্ধবিশ্বাসী আৰু ধৰ্মভীৰুও। সেয়েহে বিজ্ঞানৰ কথাৰ লগতে তেওঁলোকৰ ধৰ্মীয় মনোভাৱে প্ৰভাৱ পেলায় । উদাহৰণ স্বৰূপে, আমাৰ জীৱনৰ চিৰ ব্যৱহৃত পানীৰ কথাকে কওঁ । পানীৰ বিজ্ঞান সম্পৰ্কীয় সাহিত্যত আমি যদি লিখোঁ – "পানী হ'ল জলৰূপী নাৰায়ণ – পানীতে জীৱন, পানীতে মৰণ" – তাক



পঢ়ি, গঞা ৰাইজে পানী যে জলৰূপী নাৰায়ণ এই কথাষাৰ ধৰ্মবিশ্বাসৰ মাজেদি অতি সহজেই উপলব্ধি কৰিব পাৰে । কিন্তু, পানীতে জীৱন পানীতে মৰণ এই বিজ্ঞানৰ বতৰাৰ কথা বিজ্ঞান-সাহিত্যত বিতংভাৱে সহজ-সৰল ভাষাৰে প্ৰকাশ কৰিব লাগিব । তেতিয়াহে গঞা ৰাইজে বিজ্ঞান-সাহিত্যত বিচাৰি পাব, শৰীৰত জলাভাৱে কি বিপদ আনিব পাৰে, নাইবা এই জলৰ মাজেদি কেনেকৈ শৰীৰৰ সৰ্বনাশ কৰিব পৰা কলেৰা-টাইফয়ড-গ্ৰহণীৰ বীজাণু শৰীৰলৈ নিব পাৰে ।

গঞা ৰাইজৰ উপযোগী বিজ্ঞান-সাহিত্যৰ বিষয়বস্তু প্ৰধানকৈ হ'ল মাটি, পানী, বায়ুৰ বিজ্ঞান আৰু স্বাস্থ্য বিজ্ঞান । কৃষি, গ্ৰাম্য শিল্প আৰু স্বাস্থ্য সম্পৰ্কত পোনপটীয়াভাৱে প্ৰযোজ্য বা জানিবলগীয়া বিজ্ঞান-সাহিত্য গঞা ৰাইজৰ বাবে অতীৱ প্ৰয়োজনীয় । মাটিত খেতিৰ শস্য উৎপাদনত উন্নত ধৰণৰ কৰণীয় কামৰ বাবে তেওঁলোকক বিজ্ঞান লাগে, শিল্পকৰ্মৰ বাবে সাধাৰণ শক্তি আৰু বিদ্যুতৰ জ্ঞানৰ প্ৰয়োজন । ঘৰবাৰী, ঘৰচীয়া জীৱ-জন্তু আৰু পৰিৱেশৰ বিজ্ঞান গঞা ৰাইজে জনা উচিত । স্বাস্থ্য বিষয়ত বিভিন্ন আহাৰৰ বৈজ্ঞানিক দৃষ্টিভংগী বায়ু, পানী আৰু মাটিৰপৰা হ'বপৰা সম্ভাব্য ৰোগব্যাধি আৰু তাৰ প্ৰতিৰোধৰ বাবে স্বাস্থ্যৰ সাধাৰণ বিজ্ঞানৰ কথাবোৰ গঞা ৰাইজৰ বাবে অতি প্ৰয়োজনীয় । গঞা ৰাইজৰ বাবে বিজ্ঞান-সাহিত্য এবিধ বিশেষভাৱে সৃষ্টি বা ৰচনা কৰা সাহিত্য হ'ব লাগিব । এনে বিজ্ঞান-সাহিত্যৰ ভাষা অতি সহজ-সৰল নহ'লে, পাঠকে ইয়াক বুজিব নোৱাৰিলে বা পঢ়িবলৈ হেঁপাহ নকৰে । বিজ্ঞান-সাহিত্যই গঞা ৰাইজৰ গোড়ামি, অন্ধবিশ্বাস আৰু ধৰ্মীয় সংকীৰ্ণতা দূৰ কৰি নতুন জ্ঞানৰ পোহৰ যাচিব পাৰিব লাগিব । বিজ্ঞানৰ ভাষা সদায় জটিল, ঠৰঙা, নিৰস আৰু অতিমাত্ৰা গণিতযুক্ত। তদুপৰি বিজ্ঞানৰ কথা সহজকৈ প্ৰকাশ কৰিবলৈ আমাৰ ভাষাত শব্দৰো কেতিয়াবা নাটনি । এই সকলো দিশলৈ লক্ষ্য ৰাখি অতি সতৰ্কতাৰে গঞা ৰাইজৰ বাবে বিজ্ঞান-সাহিত্য ৰচনা কৰিবলগীয়া হয় । তাকে কৰিব নোৱাৰিলে, উচ্চ পৰ্যায়ৰ কোনো ৰসায়নাগাৰৰ উদ্ভাৱন গঞা ৰাইজৰ মজিয়ালৈ অনাৰ পথ অতি দুৰ্গম । আমাৰ অসমীয়া ভাষাত শিক্ষিত আৰু ছাত্ৰ-ছাত্ৰীয়ে বুজিব পৰা বহুত বিজ্ঞানৰ পুথি প্ৰকাশ পালেও অল্পশিক্ষিত গাঁৱলীয়া ৰাইজে সহজে বুজিব পৰা বিজ্ঞান-সাহিত্য নাই বুলিলেও হয় । সেয়েহে কৃষি বিজ্ঞানী, বতৰ বিজ্ঞানী, শিল্প বিজ্ঞানী আৰু চিকিৎসা বিজ্ঞানীসকলে গাঁওবাসীৰ বাবে বিজ্ঞান-সাহিত্যৰ ৰচনাত মনোনিৱেশ কৰিবৰ হ'ল । সৃষ্টিশীল সাহিত্যিকসকলেও বিজ্ঞানৰ বতৰা গল্প সাহিত্য কবিতাৰ মাজত চেনিৰ লেপন দিয়া ঔষধৰ বৰি ৰোগীক ব্যৱহাৰ কৰিবলৈ দিয়াৰ দৰে একপ্ৰকাৰ আছুতীয়া বিজ্ঞান-সাহিত্য ৰচনা কৰিবৰ সময় হ'ল । ■

# আমাৰ আলোচনী, বাতৰিকাকত, অনাতাঁৰ মাধ্যম আদিৰ বিজ্ঞান-সাহিত্য

অচলা গোস্বামী

দৈনন্দিন জীৱনত বিজ্ঞানৰ অপৰিহাৰ্য্য আৰু ক্ৰমবৰ্ধমান প্ৰভাৱে বিজ্ঞান আৰু সৰ্বসাধাৰণ মানুহৰ মাজৰ দূৰত্ব দিনে দিনে কমাই আনিছে । বিশ্বব্ৰহ্মাণ্ডৰ নতুন নতুন সত্যৰ উদ্‌ঘাটনৰ ক্ষেত্ৰত এই শতিকাৰ মাজভাগৰপৰা বিজ্ঞানৰ বিভিন্ন শাখাৰ অভূতপূৰ্ব অৱদানে সমাজৰ সকলো স্তৰতে বিজ্ঞানৰ চিন্তা-চৰ্চাৰ আৰু বিজ্ঞানক অন্তৰেৰে আঁকোৱালি লোৱাৰ এক পৰিৱেশৰ সৃষ্টি কৰিছে । ১৯৫৭ চনত ৰুছিয়াই যেতিয়া স্পুটনিক - ১ উৰুৱাই মহাকাশ যুগৰ শুভ-সূচনা কৰিলে, সমগ্ৰ বিশ্বই বিস্ময় আৰু আনন্দত অভিভূত হৈ মানুহৰ এই অভাৱনীয় কৃতকাৰ্য্যতাক অভিনন্দন জনালে । আমাৰ গণ-প্ৰচাৰ মাধ্যমসমূহ অৰ্থাৎ বাতৰিকাকত, আলোচনী, অনাতাঁৰ কেন্দ্ৰ আদিয়ে এই সময়ৰপৰাই বিশেষ উল্লেখযোগ্যভাৱে বিজ্ঞানৰ বাতৰি প্ৰকাশ আৰু প্ৰচাৰ কৰাত মনোনিৱেশ কৰিলে ।

সত্তৰৰ দশকৰ আৰম্ভণিতে (১৯৭১ চন) অসম বিজ্ঞান সমিতিয়ে 'বিজ্ঞান জেউতি' নামৰ আলোচনী প্ৰকাশ কৰিলে । প্ৰথম অৱস্থাত তিনিমহীয়াকৈ প্ৰকাশ কৰি অসমীয়া ভাষাৰ সৰ্বপ্ৰথম বিজ্ঞান আলোচনীখনে অসমত বিজ্ঞানৰ চিন্তা-চৰ্চাৰ পৰিৱেশ সৃষ্টি কৰাৰ ক্ষেত্ৰত প্ৰভূত অৱদান আগবঢ়াইছে । প্ৰকৃতাৰ্থত এই আলোচনীখনকে বিজ্ঞান আলোচনীৰ বাটকটীয়া বুলি ক'ব পাৰি । বিজ্ঞানৰ প্ৰতিটো শাখাৰ বিভিন্ন বিষয়বস্তুৰ ওপৰত তথ্যগধুৰ অথচ সৰল ভাষাত লিখা ইয়াৰ প্ৰবন্ধসমূহ পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰি আহিছে । এইখন আলোচনীতে থকা শিশু-বিজ্ঞানীৰ চ'ৰা নামৰ শিশু বিভাগটোৱে শিশুসকলৰ মনত বিজ্ঞানৰ প্ৰতি আকৰ্ষণ বঢ়োৱাত আৰু বিজ্ঞান মানসিকতাৰ সৃষ্টি কৰাত যথেষ্ট অৰিহণা যোগাইছে ।

'বিজ্ঞান'ৰ আলোচনীৰ বিজ্ঞানৰ বাহিৰেও সাধাৰণ পঢ়ুৱৈৰ বাবে প্ৰকাশিত সাপ্তাহিক, পষেকীয়া বা মাহেকীয়া আলোচনীসমূহৰ বিজ্ঞান-প্ৰবন্ধ বা বিজ্ঞানৰ বা-বাতৰিসমূহৰ গুণাগুণো লক্ষ্য কৰিবলগীয়া । আলোচনীবোৰৰ বাহিৰেও দৈনিক, সাপ্তাহিক বাতৰিকাকতসমূহতো বিজ্ঞানৰ নিয়মীয়া শিতান খোলা বাবে বিজ্ঞানৰ



জনপ্ৰিয়তা বাঢ়িছে, বিজ্ঞান আৰু মানুহ একাত্ম হৈ পৰিছে ।

বিজ্ঞানৰ লেখনী বা বাতৰিসমূহ পৰিৱেশন কৰাৰ ধৰণ-কৰণ আলোচনী আৰু বাতৰি কাকতৰ ক্ষেত্ৰত অলপ বেলেগ হোৱা দেখা যায় । কিছুমান বিজ্ঞানৰ বাতৰি সাধাৰণ বাতৰি হিচাপেও গুৰুত্বপূৰ্ণ হোৱা বাবে সেইবোৰ সাধাৰণ খবৰ হিচাপেই প্ৰকাশিত হয়, তেতিয়া তাৰ বৈজ্ঞানিক দিশটোৰ বহুতো খবৰ সাধাৰণ পাঠকৰ বাবে অজানা হৈ ৰয় । উদাহৰণ স্বৰূপে, 'লক্ষীমপুৰত ইলেকট্ৰনিক টেলি একচেঞ্জ' বোলা খবৰটো কেৱল খবৰ হিচাপেও গুৰুত্বপূৰ্ণ । কিন্তু তাৰ বৈজ্ঞানিক দিশ এটাও আছে । এই খবৰটোৰ ওপৰত ভিত্তি কৰি 'ইলেকট্ৰনিক টেলি একচেঞ্জ'ৰ বিষয়ে সাধাৰণলোকৰ বোধগম্য হোৱাকৈ এটি সৰল প্ৰবন্ধও প্ৰকাশ কৰিব পৰা গ'লহেঁতেন । কিন্তু, সাধাৰণতে এনে হোৱা দেখা নাযায় । সমাজক জোকাৰি যাব পৰা ধৰণৰ কোনো বৈজ্ঞানিক আৱিষ্কাৰ বা পৰিঘটনা নহ'লে এনে লেখনী কমেইহে প্ৰকাশ হয় । দৈনিক বা সাপ্তাহিক বাতৰিকাকতৰ ক্ষেত্ৰত এনে হোৱা দেখা যায় ।

দৈনিক বাতৰিকাকতবোৰে তাৎকালিকভাৱে গুৰুত্বপূৰ্ণ বাতৰিক অধিক চাঞ্চল্যকৰ বা চমকপ্ৰদ শিৰোনামা দি প্ৰকাশ কৰাত গুৰুত্ব আৰোপ কৰা দেখা যায় । এনে চাঞ্চল্যকৰ বাতৰিয়ে পাঠকৰ মনোযোগ অতি সহজেই আকৰ্ষণ কৰে। উদাহৰণ স্বৰূপে, 'ৰহস্যময় অগ্নিবল' (দৈ. জনমভূমি '৮৭), 'Five lakh get cancer every year' ইত্যাদি । দৈনিক বাতৰিকাকতবোৰে বিতৰ্কমূলক আৰু তাৎকালিক সমস্যাৰ সম্ভাৱনা থকা বিষয়ৰ ওপৰতো গুৰুত্ব দিয়ে । উদাহৰণ স্বৰূপে এইড্‌ছ ৰোগৰ ভয়াবহতাৰ কথা বৰ্তমান বিশ্বব্যাপি জনাজাত হোৱা বাবে সেই বিষয়ৰ নিত্য-নতুন খবৰ আৰু তথ্যপাতি প্ৰায়বোৰ বাতৰিকাকততে পঢ়িবলৈ পোৱা যায় । একেদৰেই বিৰল সূৰ্য্যগ্ৰহণৰ (২৪ অক্টোবৰ, ১৯৯৫) সময়ত বা 'শ্বুমেকাৰ লেভি' ধূমকেতুৰ আবিৰ্ভাৱৰ সময়তো সেই বিষয়ক বিভিন্ন বাতৰি দৈনিক কাকতসমূহত পঢ়িবলৈ পোৱা গৈছিল । অৱশ্যে এনে ধৰণৰ তাৎকালিক গুৰুত্ব থকা বাতৰি পৰিৱেশন কৰিও কেইবাখনো বাতৰিকাকতে গহীন ধৰণৰ বিজ্ঞানৰ লেখনীও মাজে-সময়ে প্ৰকাশ কৰা দেখা যায় । বৰ্তমান কালৰ বাতৰি কাকতবোৰত সপ্তাহৰ একোটা নিৰ্দিষ্ট দিনত প্ৰকাশ কৰা 'বিজ্ঞান শিতান'ৰ জৰিয়তে বিভিন্ন জনপ্ৰিয় বিজ্ঞানৰ লেখনী প্ৰকাশ হৈছে । এনে শিতানৰ জৰিয়তে বিজ্ঞানভিত্তিক উপন্যাস, কল্পবিজ্ঞান কাহিনী আৰু বিশ্ববিখ্যাত বিজ্ঞানীৰ লেখনীৰ অনুবাদ আদিও প্ৰকাশিত হৈছে । 'আজিৰ অসম', 'আমাৰ অসম' আদিৰ দেওবৰীয়া আলোচনী সংখ্যাত প্ৰকাশিত হৈ অহা বিজ্ঞান যথেষ্ট উচ্চ পৰ্য্যায়ৰ। এইবোৰে অতি জনপ্ৰিয় আৰু উচ্চ প্ৰশংসিত হোৱাৰ গৌৰৱ অৰ্জন কৰিব পাৰিছে । মহিলাসকলৰ প্ৰিয় শিতান 'ৰূপ-চৰ্চা', 'স্বাস্থ্য আৰু শৰীৰ যতন' আৰু 'ৰন্ধা-বঢ়া'

এই আটাইকেইটাৰে বৈজ্ঞানিক ভিত্তিৰ ওপৰত আজিকালিৰ বাতৰিকাকত আৰু আলোচনীসমূহে যথেষ্ট আলোকপাত কৰি গৃহিণীসকলক শুদ্ধ দিশে পৰিচালিত কৰাত সহায় কৰিছে ।

## আলোচনীৰ বিজ্ঞান-সাহিত্য

আলোচনীসমূহৰ ক্ষেত্ৰত দেখা যায় যে একোটা বিষয়ৰ তথ্য সমৃদ্ধ আৰু বিশ্লেষণমূলক লেখনী দীঘলীয়াকৈ প্ৰকাশ কৰাত সম্পাদকসকল আগ্ৰহী । প্ৰবন্ধসমূহৰ শিৰোনামা সাধাৰণতে পোনপটীয়া হয় । চমকপ্ৰদ শিৰোনামাৰ প্ৰবন্ধ আলোচনীৰ ক্ষেত্ৰত এই কথা বেছি সত্য । উদাহৰণ স্বৰূপে 'অসমত তেলৰ কাহিনী' (নীলাচল '৬৬ নাৰায়ণ বৰপূজাৰী), সুদূৰ সংবেদন' (প্ৰান্তিক, আগষ্ট '৮৭), মা, খাদ্য এবং সন্তান' (দেশ, আগষ্ট '৮৭) ।

## বিজ্ঞানে কিমান ঠাই পায় ?

আমাৰ আলোচনী আৰু বাতৰিকাকত সমূহত বিজ্ঞানে কিমান ঠাই অধিকাৰ কৰে আৰু ভাৰতবৰ্ষৰ আন আন উল্লেখযোগ্য আলোচনী বাতৰিকাকতৰ তুলনাত ইয়াৰ মান কেনেকুৱা সেইটো এটা ভাৱিবলগীয়া কথা । ড° দীনেশচন্দ্ৰ গোস্বামী আৰু ড° প্ৰমোদ চন্দ্ৰ নেওগে ১৯৮৮ চনত চলোৱা এটা প্ৰাথমিক পৰ্য্যায়ৰ অধ্যয়নত তলত দিয়া তথ্যখিনি পাইছিল ঃ

| আলোচনী বা কাকতৰ নাম | প্ৰকাশৰ কাল | স্থান | মুঠ পাঠ্যৰ ভিতৰত বিজ্ঞান |
|---|---|---|---|
| ১। প্ৰান্তিক | পষেকীয়া | গুৱাহাটী | ৭.২১% |
| ২। ইণ্ডিয়া টুডে | " | নতুন দিল্লী | ৮.২০% |
| ৩। দেশ | সাপ্তাহিক | কলিকতা | ৭.৭৫% |
| ৪। অসম বাণী | " | গুৱাহাটী | ২.৫৭% |
| ৫। দি টেলিগ্ৰাফ | দৈনিক | কলিকতা | ১.১৯% |
| ৬। দৈনিক জনমভূমি | " | যোৰহাট | ২.৪৯% |

(প্ৰান্তিক, ১ মাৰ্চ ১৯৮৮)

ওপৰৰ অধ্যয়নৰ সময়ত শুদ্ধ বিজ্ঞান আৰু বিজ্ঞানভিত্তিক বাতৰি — দুয়োবিধকে 'বিজ্ঞান' বুলি গ্ৰহণ কৰা হৈছিল । এই অধ্যয়নৰ ফলাফলৰপৰা এই কথা প্ৰতীয়মান হয় যে আমাৰ জনপ্ৰিয় আলোচনী 'প্ৰান্তিকে' ভাৰতবৰ্ষৰ বহুল প্ৰচাৰিত আলোচনী 'ইণ্ডিয়া টুডে'ৰ তুলনাত বেছিকৈহে বিজ্ঞান প্ৰকাশ কৰে । আনহাতে আমাৰ 'প্ৰান্তিক' কলিকতাৰ জনপ্ৰিয় আলোচনী 'দেশ'ৰ তুলনাত এই ক্ষেত্ৰত সমকক্ষ । দৈনিক বাতৰিকাকতৰ ক্ষেত্ৰত আমাৰ 'দৈনিক জনমভূমি'য়ে ভাৰতবৰ্ষৰ এখন আগশাৰীৰ



বাতৰিকাকত 'দি টেলিগ্ৰাফ'ৰ দুগুণতকৈও বেছিকৈ বিজ্ঞানৰ বা-বাতৰি প্ৰকাশ কৰে ।

আমিও অসমীয়া মহিলা আলোচনী 'স্বৰূপা' আৰু কলিকতাৰপৰা প্ৰকাশিত আৰু বহুলভাৱে প্ৰচাৰিত মহিলা আলোচনী 'সানন্দা'ৰ মাজত তুলনামূলক অধ্যয়ন কৰি দেখিছোঁ যে 'বিজ্ঞান' প্ৰকাশৰ ক্ষেত্ৰত 'স্বৰূপা' 'সানন্দা'তকৈ কোনোগুণে পিছপৰা নহয় । 'সানন্দা'ৰ 'টেলিফোন থেকে ইণ্টাৰনেট' (২৩ মে' '৯৭) নামৰ লেখনীটো যেনে তথ্যসমৃদ্ধ আৰু মনোগ্ৰাহী, 'স্বৰূপা'ৰ 'কম্পিউটাৰ পৰিচালনা ঃ ডছ ব্যৱস্থা' (নৱেম্বৰ '৯৭) বা 'মেন'পজ, প্ৰৌঢ়সন্ধি আৰু হ'ৰমন ৰিপ্লেছমেণ্ট থেৰাপি'ও তেনে মনোগ্ৰাহী আৰু সমপৰ্য্যায়ৰ ।

বিজ্ঞানৰ বাতৰি আৰু যিকোনো বিষয়ৰ লেখনীসমূহ মনোগ্ৰাহী আৰু সহজে বোধগম্য হোৱাত সহায় কৰে ছবিয়ে । ফটো অথবা চিত্ৰৰ অধিক ব্যৱহাৰে সম্পাদকগৰাকীয়ে সেই বিশেষ লিখনীটোৰ প্ৰকাশৰ ক্ষেত্ৰত দিয়া গুৰুত্ব বা মনোযোগৰো পৰিচয় দিয়ে । পূৰ্বতে উল্লেখ কৰি অহা অধ্যয়নটোৰপৰা পোৱা তথ্যমতে বিজ্ঞান-প্ৰবন্ধৰ মাজত চিত্ৰই আগুৱা ঠাইৰ হিচাব এনে ধৰণৰ ঃ

| | | |
|---|---|---|
| প্ৰান্তিক | - | ১৯.৯৩% |
| ইণ্ডিয়া টুডে | - | ২৯.২৪% |
| দেশ | - | ৩১.৯৩% |
| অসম বাণী | - | ১০.৩৯% |
| দি টেলিগ্ৰাফ | - | ২৫.০৮% |
| দৈনিক জনমভূমি | - | ০.৪৫% |

ইয়াৰপৰা দেখা যায় যে সৰ্বভাৰতীয় বহুল প্ৰচাৰিত কাকত-আলোচনীৰ তুলনাত আমাৰ কাকত-আলোচনীয়ে কিছু কম ছবি প্ৰকাশ কৰে । চিত্ৰই সকলোকে সহজে আকৰ্ষণ কৰিব পাৰে বাবে চিত্ৰৰ সংখ্যা বঢ়াব পাৰিলে বিজ্ঞান সৰ্বসাধাৰণৰ বাবে বেছি গ্ৰহণযোগ্য হোৱাৰ আশা কৰিব পাৰি । অৱশ্যে চিত্ৰ প্ৰকাশৰ ক্ষেত্ৰত কাৰিকৰী দিশত আমাৰ কিছু অসুবিধাও থাকিব পাৰে ।

মুঠতে এইটো কথা ঠিক যে সমাজত বিভিন্ন স্তৰৰ মানুহৰ মাজত দিনে দিনে বাঢ়ি অহা বিজ্ঞান সচেতনতাৰ এটা প্ৰধান আহিলা হ'ল আমাৰ বাতৰিকাকত - আলোচনী-সমূহৰ জনপ্ৰিয় বিজ্ঞানৰ লেখনীসমূহ । সহজ-সৰল ভাষা আৰু মনোগ্ৰাহী উপস্থাপনাৰে এই লেখনীসমূহে সমাজত বিজ্ঞান-মানসিকতাক গঢ় দিয়াত প্ৰভূত অৰিহণা যোগাই অহাৰ লগতে ভৱিষ্যত সমাজৰ বাবেও গুৰু-দায়িত্ব কান্ধ পাতি লৈছে ।

## শিশুৰ বাবে বিজ্ঞান-সাহিত্য

শিশুৰ উপযোগী বিজ্ঞানৰ লেখনীসমূহেও বৰ্তমানৰ আলোচনী বা বাতৰি কাকতত বিশেষ গুৰুত্ব পাই আহিছে । প্ৰকৃততে এনে শিশু বিজ্ঞান-সাহিত্যৰ

প্ৰয়োজনেই সমাজত সৰ্বাধিক বুলি ভাবিব পাৰি ।

বৰ্তমান অসমীয়া ভাষাত কেইবাখনো শিশু-আলোচনী যেনে, 'নতুন আৱিষ্কাৰ', 'মৌচাক', 'শিশু সাৰথি', 'আজৰিৰ জিলিঙনি' আদি শিশু-কিশোৰসকলৰ মাজত জনপ্ৰিয় হৈ উঠা দেখা হৈছে । (সঁফুৰা, মুকুতা আদি আলোচনীৰ প্ৰকাশ বৰ্তমান বন্ধ হৈ আছে । - সম্পাদক) এই আটাইকেইখনতে প্ৰকাশিত লেখনীসমূহ মন কৰিবলগীয়া । আজিৰপৰা বিছ-পঁচিশ বছৰৰ আগৰ শিশুৰ উদ্দেশ্যে লেখা লেখনীসমূহ নানা ধৰণৰ পৌৰাণিক কাহিনী, নীতিশিক্ষামূলক কাহিনীৰে ভৰা আছিল । বৰ্তমানৰ লেখনীসমূহত তাৰ বিপৰীতে বিভিন্ন ধৰণৰ বিজ্ঞানভিত্তিক কথা-কাহিনী, বিজ্ঞানীৰ জীৱনৰ আমোদজনক ঘটনা, কল্পবিজ্ঞান আদিৰ পয়োভৰ দেখা যায় । উদাহৰণ স্বৰূপে 'সঁফুৰা'ৰ 'মহাদেশবোৰৰ কথা', 'দীঘল ডিঙিৰ জন্তু' 'তেজস্ক্ৰিয়তা' (১৯৮৫ চন), 'আজৰিৰ জিলিঙণি'ৰ 'চিকিমিকিৰ বহুত কথা', 'আমাৰ সৌৰজগতৰ সৰু সৰু গ্ৰহৰ জাকটো', 'বিজ্ঞান-বিতান' আদি তালিকা দি শেষ কৰিব নোৱৰাকৈ বিজ্ঞানৰ লেখনী প্ৰতিটো সংখ্যাতেই প্ৰকাশ পাইছিল । এইবোৰ নিঃসন্দেহে অত্যন্ত মনোগ্ৰাহী আৰু শিশু-কিশোৰ মনৰ স্বাভাৱিক অনুসন্ধিৎসাৰ খোৰাক যোগাবপৰা লেখনী । শিশুসকলৰ মন বিজ্ঞানমুখি কৰি তোলাত এইবোৰেই মৌলিক অৱদান আগ বঢ়াইছে । এইক্ষেত্ৰত আমি কৃতজ্ঞতাৰে ড° ভবেন্দ্ৰনাথ শইকীয়া, ড° দীনেশ চন্দ্ৰ গোস্বামী, ড° কুলেন্দু পাঠক, শান্তনু তামুলী, ড° ৰমেশ চন্দ্ৰ গোস্বামী, বন্দিতা ফুকন আদি কেইগৰাকীমান বিজ্ঞান লেখকৰ নাম নোলোৱাকৈ থাকিব নোৱাৰোঁ কিয়নো এখেতসকলৰদ্বাৰা ৰচিত বা সম্পাদিত শিশু-বিজ্ঞানসাহিত্য আজি অসমীয়া ভাষাৰ বিজ্ঞানসাহিত্যৰ এটা গুৰুত্বপূৰ্ণ অংগ হিচাপে পৰিগণিত হৈছে । আন বহুকেইগৰাকী বিজ্ঞান লেখক-লেখিকাৰো উল্লেখযোগ্য বৰঙণি আমি লক্ষ্য কৰিছোঁ ।

অসমীয়া ভাষাত বিজ্ঞানৰ মাত্ৰ এটা বিষয় বিশদভাৱে আলোচনা কৰা একমাত্ৰ ভাৰতীয় পত্ৰিকা 'দৃষ্টি' প্ৰকাশ হয় ১৯৮৪ চনৰপৰা ড° দীনেশ চন্দ্ৰ গোস্বামীৰ সম্পাদনাত । সুদীৰ্ঘ দহ বছৰে এই আলোচনীখনে বিজ্ঞানৰ বিভিন্ন শাখাৰ অসংখ্য বিষয়ৰ ওপৰত বিশদ আলোচনা আগ বঢ়াই আহিছে । ভাৰতবৰ্ষৰ কোনো ভাষাতেই এনে এখন এক বিষয়ক বিজ্ঞান আলোচনী এতিয়ালৈকে প্ৰকাশ পোৱা নাই । এইক্ষেত্ৰত 'দৃষ্টি' অগ্ৰণী । এই আলোচনীখনে কিশোৰসকলৰপৰা পূৰ্ণবয়স্কলৈকে সকলোকে সমানেই মনৰ খোৰাক যোগাবলৈ সক্ষম হৈছে আৰু বিদ্বান সমাজৰ উচ্চ-প্ৰশংসিত হোৱাৰ গৌৰৱ অৰ্জন কৰিছে ।

আমাৰ সমাজত বৰ্তমান বিজ্ঞান লেখক বা লেখিকাৰ সংখ্যা তেনেই তাকৰ নহয় । শিশু বিজ্ঞান, জনপ্ৰিয় বিজ্ঞান, তথ্যভিত্তিক গধুৰ বিজ্ঞান, বিজ্ঞানভিত্তিক



গল্প-উপন্যাস আৰু কল্পবিজ্ঞান কাহিনী, ৰূপ চৰ্চা আৰু ৰন্ধাবঢ়াৰ বিজ্ঞানসন্মত দিশ – আদি বিভিন্ন বিষয়ত কেইবাগৰাকীও লেখক-লেখিকাই সুন্দৰ মনোগ্ৰাহী লেখনীৰে নিজৰ কৃতিত্বৰ পৰিচয় দিব পাৰিছে । এনে পৰিৱেশত আলোচনী আৰু বাতৰিকাকতৰ সম্পাদকসকলে সুবিধাজনক ভাৱে নিজ নিজ এলেকাৰ বিজ্ঞান লেখকৰ লগত যথাযথ যোগাযোগ ৰক্ষা কৰি বিজ্ঞান লেখনীৰ নিয়মীয়া প্ৰকাশ নিশ্চিত কৰি ৰাখিব লাগে । এনে লেখনীসমূহ যথেষ্ট চিত্ৰ সহকাৰে সৰল ভাষাৰে সৰ্বসাধাৰণৰ বোধগম্য আৰু মনোগ্ৰাহী উপস্থাপনাৰে প্ৰকাশ কৰিব পৰাটোতেই সম্পাদকগৰাকীৰ কৃতিত্বৰ পৰিচয় ওলোৱাৰ উপৰি ই সমাজখনৰ বৌদ্ধিক উত্তৰণৰ চাবিকাঠীও হৈ পৰে ।

## আকাশবাণীৰ বিজ্ঞান-সাহিত্য

স্বাধীনোত্তৰ কালৰ আৰম্ভণিৰেপৰা অতি শক্তিশালী আৰু চিন্তাকৰ্ষক গণ-মাধ্যম ৰূপে আকাশবাণীয়ে বিজ্ঞানৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি আগ বঢ়াই আহিছে । ১৯৫৮ চনত ভাৰতীয় সংসদত 'বৈজ্ঞানিক নীতি প্ৰস্তাৱ' গৃহীত হোৱাৰ পাছৰেপৰা আকাশবাণীয়ে গাঁৱে-ভূঞে বিজ্ঞানৰ বতৰা, খেতি-বাতিৰ বিজ্ঞানসন্মত উপায় আদি প্ৰচাৰ কৰাৰ বাবে বিশেষ আঁচনি গ্ৰহণ কৰি আহিছে । এই আঁচনিৰ সফল ৰূপায়ণৰ বাবে আগ বাঢ়োঁতেই আকাশবাণীৰ সৌজন্যত বিভিন্ন বিজ্ঞান বিষয়ক ৰচনা, গীত-মাত, নাটক, চুটি গল্প আদিৰ সৃষ্টি হ'ল ।

আকাশবাণী গুৱাহাটী কেন্দ্ৰই 'অকণিৰ মেল', 'চেমনীয়াৰ চ'ৰা', 'আইদেউৰ বুলনি', 'বিদ্যাৰ্থীৰ অনুষ্ঠান', 'যুৱ-বাণী', 'শিক্ষকৰ অনুষ্ঠান', 'বিশ্ববিদ্যালয়ৰ অনুষ্ঠান', 'কৃষিজগত', 'গঞা ৰাইজৰ বাবে' .... ইত্যাদি বিভিন্ন শ্ৰোতাসমাজৰ বাবে নিয়মীয়া অনুষ্ঠান প্ৰচাৰ কৰি আহিছে । আমি অতি আনন্দেৰে লক্ষ্য কৰিছোঁ যে প্ৰতিটো অনুষ্ঠান তাৰ নিৰ্দিষ্ট শ্ৰোতাসমাজৰ অত্যন্ত আদৰৰ । 'অকণিৰ মেল'ৰ বাবে শিশুসকলে যেনেদৰে লৰি-ঢাপৰি আহি দেওবাৰে ৰাতিপুৱা নিৰ্দিষ্ট সময়ত ৰেডিঅ'ৰ আগত বহি যায়, তেনেদৰেই মহিলাসকলেও লৰালৰিকৈ আখল সামৰি দুপৰীয়া 'আইদেউৰ বুলনি' শুনিবৰ বাবে ৰেডিঅ' চলাই দিয়ে । এই জনপ্ৰিয়তাৰ প্ৰতি লক্ষ্য ৰাখিয়েই বিজ্ঞানভিত্তিক লেখনীসমূহ এনে অনুষ্ঠানৰ জৰিয়তে প্ৰচাৰ কৰিবলৈ লোৱা হ'ল ।

'অকণিৰ মেল'যোগে প্ৰচাৰিত বিভিন্ন বিজ্ঞান-ৰচনাৰ ভিতৰত 'টেলিফোন', 'টেলিগ্ৰাফ', 'ৰেডিঅ' 'টেলিভিছন', 'মৰুভূমিৰ জাহাজ', 'বাদুলি' আদি ৰূপকধৰ্মী কথিকাসমূহ এসময়ত অতি জনপ্ৰিয় হৈ উঠিছিল । একেদৰেই জনপ্ৰিয় হৈ পৰিছিল জীৱজন্তুৰ বিশেষ ধৰণৰ প্ৰকৃতিৰ ওপৰত আলোকপাত কৰি চিৰিয়াখানাৰ পৰিৱেশৰ

ওপৰত লিখা এখনি শিশু কথিকা । 'চেমনীয়াৰ চ'ৰা'ত প্ৰচাৰিত ড° দীনেশ চন্দ্ৰ গোস্বামীৰদ্বাৰা ৰচিত 'বিজ্ঞানীৰ লগত কাল্পনিক সাক্ষাৎকাৰ' নামৰ ধাৰাবাহিকৰ ৰূপক কেইখনেও অতি জনপ্ৰিয়তা লাভ কৰিছিল বুলি আমি জানো । ড° গোস্বামীৰ 'টেলিফোন', 'টেলিগ্ৰাফ' ...... আদিৰ ফেংকুল মামাৰ চৰিত্ৰটোৱে অকণিহঁতক গভীৰভাৱে আকৰ্ষণ কৰিছিল । ফেংকুল মামাক সম্বোধি অকণিহঁতে আকাশবাণী গুৱাহাটী কেন্দ্ৰলৈ চিঠি-পত্ৰও লিখিছিল । 'বিদ্যাৰ্থীৰ অনুষ্ঠান' নামৰ সত্তৰৰ দশকত আৰম্ভ হোৱা অনুষ্ঠানটিৰ জৰিয়তে প্ৰচাৰিত হৈ অহা বিজ্ঞানো অতি উচ্চমানৰ । এইবোৰে বিভিন্ন শ্ৰেণীৰ (স্কুলীয়া) পাঠ্য বিজ্ঞানৰ একোটা বিষয়ৰ ওপৰত আলোচনা প্ৰচাৰ কৰে । উদাহৰণ স্বৰূপে 'বিদ্যুৎশক্তি', 'অম্লজান', ঘৰচীয়া জন্তুৰ যতন' ইত্যাদি । এনে লেখনীসমূহৰ দুই-এটাক বাদ দি বাকীবোৰৰ ক্ষেত্ৰত অনুষ্ঠানটিৰ উদ্দেশ্য সফল হোৱা বুলি বিনা দ্বিধাই ক'ব পাৰি । 'আইদেউৰ বুলনি'ৰ যোগে গৃহিণীসকলে ৰন্ধা-বঢ়া, ল'ৰা-ছোৱালী আৰু নিজৰ স্বাস্থ্য আদিৰ বিষয়ে জানিবলগীয়া বিজ্ঞানসন্মত কথাবোৰ সময়ে-সময়ে আলোচনা কৰা হয় । উদাহৰণ স্বৰূপে, শিশুৰবাবে মাতৃদুগ্ধৰ অপৰিহাৰ্য্যতা ডায়েৰিয়া, জণ্ডিছ বা বসন্তৰোগৰ সময়ত ল'বলগীয়া সাৱধানতা আদিৰ বিষয়ে 'আইদেউৰ বুলনি'ৰ যোগেদি যেতিয়া মহিলা-ডাক্তৰ এগৰাকীয়ে সুন্দৰ কথিকা এটা প্ৰচাৰ কৰে, শ্ৰোতা মহিলাসকলে নিজৰ জীৱনৰ লগত সেই কথাবোৰৰ সম্পৰ্ক আৰু সেইবোৰৰ প্ৰয়োজনীয়তা ভালদৰে বুজি পায় আৰু নিজৰ অজানিতে বিজ্ঞানৰ সৈতে একাত্ম হৈ পৰে । কিন্তু এই 'অকণিৰ মেল', 'চেমনীয়াৰ চ'ৰা' বা 'আইদেউৰ বুলনি' বিজ্ঞান অনুষ্ঠান নহয় । এইবোৰ বিজ্ঞানৰ ছাব নমৰা অনুষ্ঠানহে ।

আকাশবাণীয়ে কিছুমান পোনপটীয়া বিজ্ঞানৰ অনুষ্ঠানো প্ৰচাৰ কৰে । 'পষেকীয়া বিজ্ঞান-আলোচনী', 'কৃষি জগত', 'স্বাস্থ্য আৰু পৰিয়াল কল্যাণ' আদি এনে অনুষ্ঠান। 'বিজ্ঞান-আলোচনী' অনুষ্ঠানে বিজ্ঞান বুজি পোৱা শিক্ষিতলোকৰ বাবে বিজ্ঞানৰ বিভিন্ন শাখা-প্ৰশাখাৰ যি কোনো বিষয়বস্তুকে বাছি লৈ আলোচনা দাঙি ধৰে । এই অনুষ্ঠানটি কেইবাবছৰো ধৰি তিনিমহীয়া একোছোৱা সময়ৰ বাবে একোজন সুদক্ষ বিজ্ঞান-সেৱীক পৰিচালনা কৰিবলৈ দিয়া হৈছিল । ইয়াৰ জৰিয়তে প্ৰচাৰিত হোৱা বিজ্ঞান যথেষ্ট উচ্চমানৰ।

'কৃষি জগত', 'স্বাস্থ্য আৰু পৰিয়াল কল্যাণ' আদি অনুষ্ঠানৰ জৰিয়তে শ্ৰোতাসমাজে পোনপটীয়াভাৱে সেইবোৰ বিষয়ৰ জ্ঞান লাভ কৰি আহিছে । প্ৰথমটো অনুষ্ঠানে কৃষিৰ ক্ষেত্ৰত আধুনিক প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগ পদ্ধতি সম্পৰ্কে কৃষকসকলক ভালদৰে বুজাই দি বিজ্ঞানসন্মত তথা লাভজনক কৃষি-পদ্ধতিৰ প্ৰচলন কৰিবলৈ উদ্‌গনি দি আহিছে । এই অনুষ্ঠানে সম্পূৰ্ণ সফলতা দাবী কৰিব পাৰে ।



দ্বিতীয় বিধ অনুষ্ঠানৰ জৰিয়তে পৰিয়াল পৰিকল্পনাৰ বিষয়ে গাঁৱৰ শ্ৰোতা ৰাইজক কম সময়ৰ ভিতৰত বিশদভাৱে বুজাবলৈ এই অনুষ্ঠানৰ উদ্যোক্তাসকলে অভিনৱ পন্থা গ্ৰহণ কৰিছিল । সৰু পৰিলয়ৰ সুখী চিত্ৰ দাঙি ধৰাকৈ বিভিন্ন গীত, লোকগীত, লোকগীতসুৰীয়া গীত, ওজাপালি-সুৰীয়া গীত ৰচনা কৰি অনুষ্ঠান আদিত বা মাজত প্ৰচাৰ কৰিছিল । এইবোৰে গাঁৱলীয়া শ্ৰোতাক চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল আৰু বিষয়বস্তুৰ ভিতৰলৈ টানি নিছিল । এনে এটি গানৰ আমাৰ মনত পৰা কলি এটা হ'ল ঃ

..... জ্ঞানীলোকে কয়,
শিয়ালৰ জাক জাক
সিংহৰ এটাইহে ভাল,
সেয়েহে আজি সকলোৱে
সীমিত কৰা পৰিয়াল ॥ ....

এনে ধৰণৰ গীত ৰচনাৰ উপৰিও কিছুমান একাংকিকা নাট, চুটি নাট বা ধাৰাবাহিক নাট, গল্প আদি ৰচনা কৰি তাৰ বিভিন্ন চৰিত্ৰৰ মুখেৰে মনোগ্ৰাহী উপস্থাপনাৰে অনুষ্ঠানটোৰ উদ্দেশ্য শ্ৰোতাৰ মনত সুমুৱাই দিয়া হৈছিল । এনেদৰেই সৃষ্টি হৈছিল এলানি উদ্দেশ্যধৰ্মী বিজ্ঞান-সাহিত্য । এইবোৰ লক্ষ্য শ্ৰোতাসমাজৰ অতি জনপ্ৰিয় আৰু সফল অনুষ্ঠান ৰূপে স্বীকৃত হৈ আহিছে ।

আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড়ে কল্পবিজ্ঞান কাহিনী, বিজ্ঞানভিত্তিক গল্প, নাটক আদিৰো প্ৰচাৰ কৰিছে । এইবোৰেও একশ্ৰেণীৰ শ্ৰোতাক আনন্দ দান কৰিবলৈ সক্ষম হৈছে আৰু আনন্দদায়ক মাধ্যমৰ যোগেদি বিজ্ঞানৰ জগতলৈ ক'ব নোৱৰাকৈয়ে টানি লৈ গৈছে । কল্পবিজ্ঞান নাটকৰ ক্ষেত্ৰত সৰ্বাধিক আৰু সৰ্বোৎকৃষ্ট অৱদান আগ বঢ়াইছে ড° দীনেশ চন্দ্ৰ গোস্বামীৰ চমকপ্ৰদ আৰু মনোগ্ৰাহী বিজ্ঞানভিত্তিক নাটকবোৰে । আকাশবাণী গুৱাহাটীয়ে ১৪৪ টা খণ্ডত প্ৰচাৰ কৰা 'মানৱৰ ক্ৰমবিকাশ' নামৰ প্ৰায় তিনিবছৰ ধৰি চলা অনুষ্ঠানটোৰ নাম বিশেষভাৱে উল্লেখযোগ্য ।

আকাশবাণী ডিব্ৰুগড়ে ১৯৮৯ চনত ইয়াৰ উপন্যাস পঠনৰ অনুষ্ঠানত ড° দীনেশ চন্দ্ৰ গোস্বামীৰ কল্পবিজ্ঞান উপন্যাস 'এজাক জোনাকীৰ জিলিকনি' ধাৰাবাহিকভাৱে প্ৰচাৰ কৰে । এই উপন্যাসে সৰ্বসাধাৰণ শ্ৰোতাকো আপ্লুত কৰিব পাৰিছিল । আকাশবাণীৰ আগ্ৰহতে এই উপন্যাসৰ সৃষ্টি হৈছিল । পাছতহে ই কিতাপ আকাৰে প্ৰকাশিত হয় । অসমীয়া ভাষাত কল্পবিজ্ঞান কাহিনীৰ সৃষ্টিত আৰু সমাজত বিজ্ঞানৰ পৰিৱেশ ৰচনাত ই আছিল আকাশবাণীৰ এক বিশিষ্ট অৰিহণা । কিছুমান সাময়িকভাৱে তাৎপৰ্য্যপূৰ্ণ পৰিঘটনায়ো সময়ে সময়ে বিজ্ঞান

আলোচনাৰ বাট মুকলি কৰি দিয়ে । পূৰ্ণগ্ৰাস সূৰ্য্যগ্ৰহণৰ সময়ত প্ৰচাৰিত হোৱা বিভিন্ন প্ৰাসংগিক আলোচনাৰ জৰিয়তে মানুহৰ মনৰপৰা গ্ৰহণ সম্পৰ্কীয় ভ্ৰান্ত ধাৰণা কেতবোৰ আঁতৰি যোৱাত যথেষ্ট সহায় হৈছিল ।

আজিকালি ৰেডিঅ'যোগে প্ৰচাৰিত বিজ্ঞাপনসমূহৰ কিছুমানেও মানুহৰ মনলৈ বিজ্ঞানৰ বতৰা কঢ়িয়াই নিয়ে। উদাহৰণ স্বৰূপে, বৃক্ষৰোপণৰ বিজ্ঞাপনৰ লগতে বৃক্ষই আমাৰ পৰিৱেশ প্ৰদূষণৰপৰা ৰক্ষা কৰাৰ ক্ষেত্ৰত কেনেদৰে সহায় কৰে তাকো প্ৰচাৰ কৰা হয় । একেদৰেই শব্দ প্ৰদূষণ, পানীৰ প্ৰদূষণ, পানীৰ বিশুদ্ধতা, স্বাস্থ্যৰ বিভিন্ন কথা আদিৰ বিষয়ে বিজ্ঞাপনবোৰৰ জৰিয়তে জানিব পৰা যায় ।

এতেকে আমি দেখিলোঁ যে দেখাত বিজ্ঞানমূলক যেন নলগা অনুষ্ঠানৰ মাজেৰে প্ৰচাৰিত বিজ্ঞানে বিজ্ঞানৰ ছাব মৰা অনুষ্ঠানবোৰৰ তুলনাত জনসাধাৰণৰ মন বহু বেছিকৈ আকৰ্ষিত কৰে । আমি আশা কৰোঁ যে আকাশবাণীয়ে বিজ্ঞান শিক্ষাৰ প্ৰচাৰত আগ বঢ়াই অহা অৰিহণা যেন আৰু কেইবাগুণো বৃদ্ধি কৰি সমাজৰ কল্যাণৰ অংশীদাৰ হ'ব পাৰে ।■



# 'বিজ্ঞান জেউতি'ত বিজ্ঞান-সাহিত্য

**ক্ষীৰধৰ বৰুৱা**

এসময়ত আলোচনীৰ পাতত জন্ম লাভ কৰা অসমীয়া বিজ্ঞান-সাহিত্যৰ বৃদ্ধি আৰু বিকাশত অসমীয়া আলোচনী আৰু বাতৰিকাকতসমূহে এটা গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে । ১৮৪৬ চনত প্ৰকাশিত 'অৰুনোদই' বাৰ্তালোচনীত আধুনিক অসমীয়া সাহিত্যৰ শুভাৰম্ভ হোৱাৰ লগে লগেই বিজ্ঞান-সাহিত্যয়ো ভুমুকি মাৰিছিল। অৰুনোদইত (১৮৪৬-৮০) গ্ৰহৰ বিৱৰণ, পৃথিৱীৰ আকাৰ, চন্দ্ৰ-সূৰ্য্যৰ গ্ৰহণ, বৰষুণৰ আখ্যান (শিক্ষক-ছাত্ৰৰ কথোপকথন) আদি বিভিন্ন বিষয়ৰ বিজ্ঞানৰ প্ৰবন্ধ প্ৰায় নিয়মীয়াকৈ প্ৰকাশ পাইছিল । 'আসাম বন্ধু' (১৮৮৫-৮৬) আলোচনীত প্ৰকাশ হোৱা শক্তিবিজ্ঞান, আমাৰ শিল্প, ভূমিকম্প, কৈশিকাৰ্ষণ, ভাৰকেন্দ্ৰ আদি ৰচনাসমূহ অধিক বিস্তৃত আছিল । 'জোনাকী'ৰ (১৮৮৯-৯৫) প্ৰবন্ধবোৰ অধিক জনমুখী ৰূপত প্ৰকাশ কৰাৰ প্ৰচেষ্টাৰ নিদৰ্শন হ'ল ৰজনীকান্ত বৰদলৈৰ শৰীৰতত্ত্ব আৰু ৰক্তাহাৰী পাদপ, সত্যনাথ বৰাৰ ভৱিষ্যজ্ঞান । তাৰ পাছতো বিজুলী, বাঁহী, মিলন, আৱাহন, ৰামধেনু আদি আলোচনীয়ে বিজ্ঞান-সাহিত্য প্ৰকাশৰ পৰম্পৰা বহন কৰি আছিল ।

এইদৰে প্ৰায় ১১৫ বছৰ কাল সাহিত্যালোচনীৰ কান্ধত ভেজা দি চকাছন্দা পথেৰে বাট বোলাৰ পাছত ১৯৬১ চনত প্ৰকাশিত পূৰ্ণাংগ বিজ্ঞান আলোচনী 'বিজ্ঞান জেউতি'য়ে অসমীয়া বিজ্ঞান-সাহিত্য চৰ্চাৰ বাট পোহৰাই তুলিলে । নিয়মীয়াকৈ প্ৰকাশ হৈ থকা এই বিজ্ঞান জেউতিয়ে অসমীয়া বিজ্ঞান-সাহিত্যৰ গতিধাৰা বোৱাই ৰাখিছে ; অসমীয়া বিজ্ঞান-সাহিত্যৰ সাৰুৱা পথাৰখন জীপাল কৰি ৰাখিছে । এটা কথা অনস্বীকাৰ্য্য যে বিজ্ঞান জেউতিৰ পাততেই অসমৰ ভালেকেইজন বিজ্ঞান লেখক বা সাহিত্যিকৰ জন্ম আৰু লালন-পালন হৈছে ।

## বিজ্ঞান জেউতিৰ জন্ম

অসমত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ জ্ঞান বিস্তাৰৰদ্বাৰা জনসাধাৰণৰ মাজত বৈজ্ঞানিক দৃষ্টিভংগীৰ বিকাশ আৰু বৈজ্ঞানিক গৱেষণাৰ পৰিৱেশ সৃষ্টি কৰাৰ উদ্দেশ্যে ১৯৫৩ চনৰ ১৩ ফেব্ৰুৱাৰীত 'গুৱাহাটী বিজ্ঞান সমিতি' প্ৰতিষ্ঠা কৰা হৈছিল। সেই সমিতিৰেই নাম 'অসম বিজ্ঞান সমিতি' কৰা হৈছিল ১৯৫৬ চনৰ

১৯ নৱেম্বৰত।

স্বেচ্ছাসেৱী অনুষ্ঠান অসম বিজ্ঞান সমিতিৰ মহানুভৱ সদস্যবৃন্দই অসমীয়া ভাষাত বিজ্ঞানৰ প্ৰচাৰ কৰাৰ উদ্দেশ্যে ১৯৫৯ চনত এখন পূৰ্ণাংগ বিজ্ঞান আলোচনী উলিওৱাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। ১৯৬০ চনৰ আন এখন কাৰ্য্যকৰী সভাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° মিনধৰ বৰঠাকুৰক প্ৰস্তাৱিত আলোচনীখনৰ সম্পাদক মনোনীত কৰা হয় আৰু লগতে অধ্যাপকবৃন্দ মৃগেন্দ্ৰনাৰায়ণ মহন্ত, মহম্মদ তাহেৰ, সৰোজ দত্ত, নাৰায়ণ চন্দ্ৰ ডেকা আৰু অন্নদাচৰণ ভাগৱতীক লৈ এখন সম্পাদনা সমিতি গঠন কৰি দিয়া হয় । আলোচনীখনৰ নামটো পোনতে 'বিজ্ঞান জ্যোতি' ৰখা হৈছিল যদিও সম্পাদকৰ পৰামৰ্শ অনুসৰি 'বিজ্ঞান জেউতি' ৰখা হ'ল । প্ৰথম সংখ্যাৰ বেটুপাত আঁকিছিল সম্পাদকে নিজে ।

তিনিমহীয়া বিজ্ঞান জেউতিৰ ১৯৬১ চনৰ ছেপ্টেম্বৰ মাহত প্ৰকাশ হোৱা প্ৰথম সংখ্যাটোৰ মূল প্ৰবন্ধকেইটাৰ বিষয় আৰু লেখকসকল আছিল ঃ

১। অনাতাঁৰ তৰংগ - বিনয় কুমাৰ চলিহা
২। গণিতৰ ইতিহাস কিয় ? - ৰজনীকান্ত চক্ৰৱৰ্তী
৩। জীৱৰ সৃষ্টি আৰু বিকাশ - দেৱীচৰণ মহন্ত
৪। অৱলোকন ভ্ৰম - কৃষ্ণ বড়া
৫। সংজ্ঞালোপকাৰী ঔষধ - ডা° ৰুদ্ৰ গোস্বামী
৬। পক্ষীৰ দেশ ভ্ৰমণ - মুখ্যেশ্বৰ বৰুৱা
৭। অসমীয়া পৰিভাষা - তীৰ্থনাথ শৰ্মা

এইবোৰৰ উপৰিও 'পুনৰ্মিলন' নামৰ এটি অনূদিত বিজ্ঞানভিত্তিক গল্প, বিজ্ঞানৰ বাতৰি আৰু বিজ্ঞান-বিচিত্ৰা নামৰ এটি শিতান প্ৰকাশ হৈছিল । সম্পাদকীয় স্তম্ভত 'অসমীয়া সাহিত্য আৰু বিজ্ঞান' শীৰ্ষক আলোচনাত সম্পাদকে উল্লেখ কৰিছিলঃ "বিজ্ঞানৰ বিচিত্ৰ কাহিনীবোৰ সহজ-সৰলভাৱে অসমীয়াত প্ৰকাশ কৰাই বিজ্ঞান জেউতিৰ উদ্দেশ্য । .... বিজ্ঞান শিক্ষাৰ প্ৰতি সৰ্বসাধাৰণৰ যাতে আগ্ৰহ বাঢ়ে আৰু বৈজ্ঞানিক মনোভাৱাপন্ন হয়, ইয়াৰ কাৰণে বৈজ্ঞানিক পৰিৱেশ এটিৰ নিতান্ত প্ৰয়োজন । বিজ্ঞানৰ বহুল প্ৰচাৰ হ'লেই যাৱতীয় বিজ্ঞানৰ আৱিষ্কাৰমূলক বিষয়বোৰ, মূলগত বৈজ্ঞানিক তথ্যবোৰ আৰু বিজ্ঞানৰ ভিত্তিত গঢ়ি উঠা মানৱৰ ৰাজনৈতিক, অৰ্থনৈতিক বিষয়বোৰ লোকপ্ৰিয় কৰিব পাৰিলেই এনে এটা মনোবৃত্তি আৰু পৰিৱেশ গঢ়ি উঠিব বুলি আমি ধাৰণা কৰোঁ । 'বিজ্ঞান জেউতি'য়ে এনে এটি মহৎ উদ্দেশ্যত ইন্ধন যোগাব বুলি আমাৰ দৃঢ় বিশ্বাস ।"

সুদূৰ ৩৭ বছৰৰ আগতে অসম বিজ্ঞান সমিতিৰ বিজ্ঞান-সাহিত্যপ্ৰেমী সদস্যসকলৰ আশাশুধীয়া প্ৰচেষ্টাত 'বিজ্ঞান জেউতি'ৰ যি জয়যাত্ৰা আৰম্ভ হ'ল,



সি আজিও অব্যাহত হৈ আছে । ১৯৭৬ চনলৈকে তিনিমহীয়াকৈ ওলোৱাৰ পাছত ১৯৭৭ চনৰ (১৩ শ বছৰ) পৰা ইয়াৰ প্ৰকাশ দুমহীয়াকৈ হৈ আছে । বৰ্তমানলৈকে ১৬ গৰাকী সম্পাদকৰ তত্ত্বাৱধানত সম্পাদিত 'বিজ্ঞান জেউতি'ৰ সম্প্ৰতি প্ৰকাশৰ ৩২ তম বৰ্ষ চলি আছে । প্ৰচাৰৰ সংখ্যা বেছি নহ'লেও এই আলোচনীয়ে অসমৰ চুকে-কোণে থকা বিশেষকৈ শিক্ষক-শিক্ষয়িত্ৰী আৰু চেমনীয়া পঢ়ুৱৈৰ মনত সাঁচ বহুৱাবলৈ সমৰ্থ হৈছে বুলি ধাৰণা কৰা হয় ।

## 'বিজ্ঞান জেউতি'ৰ ভিতৰ চ'ৰা

'বিজ্ঞান জেউতি'ত ঘাইকৈ বিজ্ঞানৰ বিভিন্ন শাখাৰ বিভিন্ন বিষয়ৰ কেইবাটাও প্ৰবন্ধ প্ৰকাশ কৰা হয় । বিজ্ঞান জগতৰ সমসাময়িক গুৰুত্ব বহন কৰা বিষয়ে আলোচনীখনত প্ৰকাশ হোৱাত গুৰুত্ব লাভ কৰে । প্ৰবন্ধৰ উপৰি তলত দিয়া শিতানসমূহ 'বিজ্ঞান জেউতি'ত প্ৰায় নিয়মীয়াকৈ প্ৰকাশ কৰা হয় । বিজ্ঞানৰ বা-বাতৰি, বিজ্ঞানীৰ জীৱনী, পঢ়ুৱৈৰ চিঠি-পত্ৰ, প্ৰশ্নোত্তৰ, চেমনীয়া বিজ্ঞানীৰ চ'ৰা, অনূদিত বিজ্ঞান-সাহিত্য, নতুন পুথিৰ পৰিচয়মূলক আলোচনা, শ্ৰদ্ধাঞ্জলি, কুইজ, শব্দ শৃংখল, কাৰ্টুন আৰু অসম বিজ্ঞান সমিতিৰ শাখাসমূহৰ কাৰ্য্যবিৱৰণী । ছেগাছোৰোকাকৈ বিজ্ঞানভিত্তিক গল্প, সাধু, নাটিকা, কবিতা আদিও প্ৰকাশ হোৱা দেখা যায় । প্ৰকাশৰ প্ৰথম তিনিবছৰ ড° মিনধৰ বৰঠাকুৰ, ড° ভবেন্দ্ৰনাথ শইকীয়া আৰু ড° ভুবনমোহন দাসৰ সম্পাদনাত, বিশেষ বৈচিত্ৰ্য নাথাকিলেও ভাৱ-ভাষাৰ পিনৰপৰা 'বিজ্ঞান জেউতি' যথেষ্ট মনোগ্ৰাহী আছিল । তাৰ পাছৰপৰা ই এখন গহীন ভাৱৰ আলোচনীত পৰিণত হোৱা দেখা যায় আৰু সেই ধাৰা এতিয়াও চলি আছে । অৱশ্যে ড° চন্দ্ৰ শৰ্মাৰ সুদীৰ্ঘ ৭ বছৰীয়া (৮ম - ১০শ), ড° সোণেশ্বৰ শৰ্মাৰ ৩ বছৰীয়া (১৭ শ - ১৯ শ) আৰু দীনেশ বৈশ্যৰ দুবছৰীয়া (২০ শ আৰু ২১ শ) সম্পাদনাৰ কালছোৱাত 'বিজ্ঞান জেউতি' অধিক জনমুখি হৈ উঠিছিল বুলি ক'ব পাৰি । আৰম্ভণিৰ কালছোৱাত বিজ্ঞান জেউতিত বিশেষকৈ ছাত্ৰ-ছাত্ৰীৰ উপযোগী বিজ্ঞানৰ বাতৰি, তথ্য, ঘটনা আদিৰ প্ৰকাশত গুৰুত্ব দিয়া হৈছিল যদিও পাছলৈ ইয়াৰ পৰিসৰ বৃদ্ধি হোৱালৈ লক্ষ্য ৰাখি কৃষি, স্বাস্থ্য, পৰিৱেশ, জনবিজ্ঞান আদি বিষয়ৰ প্ৰবন্ধ প্ৰকাশৰ ওপৰতো সম্পাদকসকলে বিশেষভাৱে চকু দিয়া দেখা যায় ।

আলোচনাৰ সুবিধাৰ্থে 'বিজ্ঞান জেউতি'ত প্ৰকাশিত বিজ্ঞান-সাহিত্যৰ সম্ভাৰক ছটা ভাগত বিভক্ত কৰি লোৱা হৈছে । সেয়া হ'ল - ১। প্ৰবন্ধ সাহিত্য ২। জীৱনী সাহিত্য ৩। পত্ৰ সাহিত্য আৰু কবিতা ৪। বিজ্ঞানভিত্তিক গল্প আৰু নাট্য সাহিত্য ৫। সংবাদভিত্তিক বিজ্ঞান-সাহিত্য আৰু ৬। অনুবাদ সাহিত্য।

## প্ৰবন্ধ-সাহিত্য

'বিজ্ঞান-জেউতি'ৰ মূল অংগ হ'ল আলোচনীখনৰ অধিকাংশ ঠাই (প্ৰায় ৭০-৭৫%) জুৰি থকা প্ৰবন্ধসমূহ। প্ৰবন্ধসমূহক বিষয়বস্তু অনুসৰি কেইটামান উপশাখাত ভগাই আলোচনা কৰা হৈছে।

**(ক) বিজ্ঞানৰ বিভিন্ন শাখাৰ তত্ত্বগধুৰ প্ৰবন্ধ ঃ**

'বিজ্ঞান জেউতি'ত পদাৰ্থবিজ্ঞান, ৰসায়নবিজ্ঞান, প্ৰাণীবিজ্ঞান, উদ্ভিদবিজ্ঞান, গণিত, মহাকাশ আৰু জ্যোতিৰ্বিজ্ঞান, ভূবিজ্ঞান, ভূগোলবিজ্ঞান, কৃষিবিজ্ঞান, চিকিৎসাবিজ্ঞান, পৰিৱেশবিজ্ঞান আৰু কেতিয়াবা মনোবিজ্ঞানৰ প্ৰবন্ধ প্ৰকাশ কৰা হয়। এই প্ৰবন্ধবোৰৰ কিছুমান গণিতীয় ব্যাখ্যা, ফৰ্মুলা, সমীকৰণ আদিৰ উপস্থিতিত কষ্টপাঠ্য হৈ পৰিলেও এক বুজন অংশ প্ৰবন্ধ সুখপাঠ্য। 'বিজ্ঞান জেউতি'ৰ আৰম্ভণিকালৰ কেইটামান উল্লেখযোগ্য প্ৰবন্ধ হ'ল গণিতৰ ইতিহাস কিয় ? (ৰজনীকান্ত চক্ৰৱৰ্তী), সোণ-ৰূপ-হীৰাৰো টিপচহী লওঁ (ড° ভূমিধৰ চৌধুৰী), পোহৰ আৰু জীৱন (ড° ৰোহিণীকান্ত বৰুৱা), বিজ্ঞান আৰু অন্ধবিশ্বাস (ড° কুলেন্দু পাঠক), বিজুলীৰ সাগৰ (ড° যজ্ঞেশ্বৰ হাতীবৰুৱা), মস্তিষ্ক কথা চৰিতম (ড° বিজয়কৃষ্ণ দেৱশৰ্মা), আপাতমৃত্যু আৰু পুনৰ্জীৱন (ড° দীনেশ চন্দ্ৰ গোস্বামী), নিঃশব্দতাৰ শব্দ (ক্ষীৰধৰ বৰুৱা), পৃথিৱীত জীৱৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ বুৰঞ্জী (ড° সোণেশ্বৰ শৰ্মা) ইত্যাদি। ড° চন্দ্ৰ শৰ্মাৰ 'বনছাই', ড° দীনেশ চন্দ্ৰ গোস্বামীৰ 'শব্দ' আৰু 'সূৰ্য্যৰ সমস্ত কথা' প্ৰমুখ্যে কেইটামান ধাৰাবাহিকভাৱে প্ৰকাশিত প্ৰবন্ধও চিত্তাকৰ্ষক আৰু জ্ঞানবৰ্ধক আছিল। বিভিন্ন বিজ্ঞানীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত চিন্তাগধুৰ প্ৰবন্ধ, পৰিৱেশ সম্পৰ্কীয় বিশেষ সংখ্যা, মহাকাশ বিশেষ সংখ্যা, মহাকৰ্ষণ তত্ত্ব, ইলেকট্ৰন, এক্সৰে' আদিৰ আৱিষ্কাৰৰ সোঁৱৰণৰ প্ৰকাশিত প্ৰবন্ধৰাজি অসমীয়া বিজ্ঞান-সাহিত্যলৈ অমূল্য অৱদান।

**(খ) বিজ্ঞানৰ আৱিষ্কাৰ উদ্ভাৱন বিষয়ক প্ৰবন্ধ ঃ**

'বিজ্ঞান জেউতি'ত বিজ্ঞানৰ নতুন আৱিষ্কাৰ, উদ্ভাৱন আৰু বিজ্ঞান জগতৰ শেহতীয়া ঘটনাৰাজিয়ে যথাযোগ্য স্থান পোৱাটো মনকৰিবলগীয়া। কোৱাছাৰ, পালছাৰ, মহানাদ তত্ত্ব, লেজাৰ পোহৰ, জিন সংশ্লেষণ, মানুহৰ মহাকাশ অভিযান আৰু চন্দ্ৰত পদাৰ্পণ, পৰীক্ষানলত শিশু সৃষ্টি, ক্ল'নিং, ৰবট, কম্পিউটাৰ, পাৰমাণৱিক বিস্ফোৰণ, নিউট্ৰন বোমা, ফুলাৰিনৰ আৱিষ্কাৰ আদি বিষয়ৰ সৰস আৰু সাৱলীল ৰচনাৰ সোৱাদ পঢ়ুৱৈ সমাজে 'বিজ্ঞান জেউতি'ৰ জৰিয়তে পাই আহিছে।

**(গ) বিজ্ঞান-প্ৰযুক্তিৰ ইতিহাসমূলক প্ৰবন্ধ ঃ**

বিজ্ঞানৰ অধ্যয়ন আৰু মানৱ সমাজত বিজ্ঞানপ্ৰযুক্তিৰ প্ৰভাৱ উপলব্ধি কৰিবলৈ



বিজ্ঞানৰ ইতিহাস জনাটো দৰকাৰ। 'বিজ্ঞান জেউতি'ত মাজে-সময়ে প্ৰকাশ হোৱা গণিত আৰু বিজ্ঞানৰ ইতিহাস সম্পৰ্কীয় প্ৰবন্ধবোৰে অসমীয়াত বিজ্ঞানৰ ইতিহাস-গ্ৰন্থৰ অভাৱ সামান্য পৰিমাণে হ'লেও পূৰাইছে। বিজ্ঞান জেউতিৰ ১ম সংখ্যাত প্ৰকাশিত 'গণিতৰ ইতিহাস কিয় ?' প্ৰবন্ধটো মূলতে গণিতৰ বুৰঞ্জী নহ'লেও তাত গণিতৰ আৱিষ্কাৰৰ কাহিনীৰ সহায়তো যে গণিতৰ শিক্ষাদান আমোদজনক কৰি তুলিব পাৰি, তাৰ ইংগিত পোৱা যায়। এই বিষয়ৰ উল্লেখযোগ্য প্ৰবন্ধবোৰ হ'ল ড° শিৱনাথ বৰ্মণৰ প্ৰাচীন গ্ৰীচত গণিত শাস্ত্ৰৰ চৰ্চা, ভূপতি চন্দ্ৰ ডেকাৰ গণিতৰ পথ প্ৰদৰ্শক ভাৰতবৰ্ষ, পুণ্ডৰীকাক্ষ ভঁৰালীৰ অতীজৰ ভাৰতৰ পদাৰ্থবিজ্ঞানত এভুমুকি, ড° অঞ্জনা বৰুৱাৰ ভাৰতবৰ্ষত জীৱবিজ্ঞান শিক্ষাৰ বৰ্তমান আৰু ভৱিষ্যত, ড° নীলমণি বৰাৰ প্ৰাচীন ভাৰতৰ উদ্ভিদবিজ্ঞান, বসন্ত ডেকা অনূদিত পদাৰ্থবিজ্ঞানৰ ক্ৰমবিকাশ, ড° বিনয় কুমাৰ তামূলীৰ দুটা প্ৰবন্ধ চাৰিহাজাৰ বছৰৰ গণিত বিজ্ঞান আৰু বিজ্ঞানৰ ক্ৰমবিকাশ।

বিজ্ঞান জেউতি'ৰ ২৯ তম বৰ্ষৰপৰা কেইটামান সংখ্যাত প্ৰদীপ চলিহাই পুৰণি অসমৰ লো, পিতল, তাম, কাঁহ, ৰূপ আৰু সোণ শিল্পৰ বিষয়ে এলানি অতি মূল্যৱান প্ৰবন্ধ লিখিছে। সেইবোৰৰপৰা প্ৰাচীন অসমৰ ধাতু-প্ৰযুক্তিবিদ্যাৰ বিষয়ে জানিব পৰা যায়।

**(ঘ) জনবিজ্ঞান-সাহিত্যৰ প্ৰবন্ধ ঃ**

পোনপটীয়াভাৱে জনসাধাৰণক কৃষিকাৰ্য্য, স্বাস্থ্যৰক্ষা, পৰিৱেশ সংৰক্ষণ, সমাজৰপৰা অন্ধবিশ্বাস - কুসংস্কাৰ দূৰীকৰণ আদি ক্ষেত্ৰত সহায় কৰিবপৰা বিজ্ঞান-সাহিত্যক এই শাখাত অন্তৰ্ভুক্ত কৰা হৈছে। 'বিজ্ঞান জেউতি'ৰ পাতত এনে সাহিত্যৰ আৰম্ভণি ঘটিছিল ২য় বছৰ ৪ৰ্থ সংখ্যাৰ সম্পাদকীয় প্ৰবন্ধ আৰু একে সংখ্যাতে প্ৰকাশিত ড° কুলেন্দু পাঠকৰ 'বিজ্ঞান আৰু অন্ধবিশ্বাস' নামৰ প্ৰবন্ধত। তাৰ বহুবছৰ পাছত ড° চন্দ্ৰ শৰ্মা আৰু ড° সোণেশ্বৰ শৰ্মাৰ সম্পাদনাৰ কালত 'বিজ্ঞান জেউতি'ত কৃষি, স্বাস্থ্য, পৰিৱেশ আদি সম্পৰ্কীয় প্ৰবন্ধ প্ৰকাশ হোৱা দেখা যায়। দীনেশ বৈশ্যৰ সম্পাদনাত 'বিজ্ঞান জেউতি'ত (২০শ আৰু ২১শ সংখ্যা) জনবিজ্ঞান সাহিত্যই বিশেষ গুৰুত্ব লাভ কৰে। সম্পাদকে আলোচনীখনত শিক্ষা, স্বাস্থ্য, খেতি-পথাৰ, লোকবিজ্ঞান, মহিলাৰ বাবে, ঘৰে-বাহিৰে আদি অভিনৱ শিতান খুলি ইয়াক জনসাধাৰণৰ মাজলৈ নিয়াৰ প্ৰচেষ্টা চলায়। এই দুবছৰত 'বিজ্ঞান জেউতি'ত প্ৰকাশ হোৱা উল্লেখযোগ্য জনবিজ্ঞানমূলক প্ৰবন্ধ হ'ল 'বিজ্ঞান আৰু অলৌকিকতা' ( ড° বিজয়কৃষ্ণ দেৱশৰ্মা), 'কৃষি ৰাসায়নিক পদাৰ্থৰ প্ৰদূষণ সমস্যা' (ড° ললিত চন্দ্ৰ বৰা), 'বিকিৰণ বিভীষিকা' (ড° জয়ন্তী চুতীয়া), 'কৃত্ৰিম গাখীৰৰপৰা সাৱধান', 'চিকিৎসাবিজ্ঞান আৰু অন্ধবিশ্বাস', 'সাপ সম্পৰ্কীয় ভুল

ধাৰণা', দাঁতৰ পোক', 'গণবিজ্ঞান বিপ্লৱ' ইত্যাদি ।

**(ঙ) পাঠ্যপুথিগত বিষয়ৰ প্ৰবন্ধ ঃ**

ছাত্ৰ-ছাত্ৰীৰ বিজ্ঞান আৰু গণিতৰ পাঠ্যক্ৰমৰ অন্তৰ্গত বিষয় প্ৰায় পোনপটীয়াভাৱে আলোচনা কৰা প্ৰবন্ধবোৰ এই শ্ৰেণীৰ সাহিত্য। উদাহৰণ স্বৰূপে, বিজ্ঞানৰ খেল বা পৰীক্ষা-নিৰীক্ষা, গণিতৰ সমস্যাৰ সমাধান, ড° দীনেশ চন্দ্ৰ গোস্বামীৰ ধাৰাবাহিক ৰচনা 'ন-শিকাৰুৰ বাবে লেখ' আদি প্ৰবন্ধৰ নাম উল্লেখযোগ্য। বসন্ত ডেকা আৰু ড: অলক কুমাৰ বুঢ়াগোহাঁইৰ সম্পাদনাৰ 'বিজ্ঞান জেউতি'ত প্ৰকাশিত 'গণিতৰ ৰং বিৰং', 'শ্ৰেণীকোঠাৰ বিজ্ঞান', 'তত্ত্ব-বিধি-নীতি ইত্যাদি', 'অকণিৰ বিজ্ঞান' আদি শিতানতো পাঠ্যপুথিগত বিজ্ঞানৰ আলোচনা কৰা হৈছে ।

**(চ) সম্পাদকীয় স্তম্ভৰ প্ৰবন্ধ সাহিত্য ঃ**

'বিজ্ঞান জেউতি'ৰ সম্পাদকীয় স্তম্ভত (মাজৰ ৬ষ্ঠ বছৰৰপৰা ১৮ শ বছৰলৈকে সম্পাদকীয় প্ৰকাশ হোৱা নাই) ভালেমান চিন্তাগধুৰ সময়োপযোগী প্ৰবন্ধ প্ৰকাশ হৈছে । প্ৰথম অৱস্থাৰ সম্পাদকীয়সমূহ সুন্দৰ সাহিত্য কৰ্মৰ শাৰীত পৰে আৰু সেইবোৰৰ মূল্য আৰু গুৰুত্ব আজিও আছে ।

প্ৰথম সংখ্যাৰ সম্পাদকীয় প্ৰবন্ধৰ প্ৰতিপাদ্য বিষয় আছিল 'অসমীয়া সাহিত্য আৰু বিজ্ঞান' । ইয়াত সম্পাদকে সাহিত্যত যুগৰ প্ৰভাৱৰ অৱশ্যম্ভাৱিতাৰ কথা উল্লেখ কৰি অসমীয়া সাহিত্যত স্বাধীনতা আন্দোলনৰ প্ৰভাৱপৰাৰ দৰেই যন্ত্ৰশিল্পৰ উদ্যোগ পৰ্বৰ প্ৰভাৱ পৰাটো স্বাভাৱিক বুলি কৈছে । অসমৰ চেমনীয়া তথা সৰ্বসাধাৰণ পঢ়ুৱৈ সমাজলৈ অভূতপূৰ্ব বৈজ্ঞানিক আৱিষ্কাৰৰ বতৰা কঢ়িয়াই নিবলৈ এনে ধৰণৰ বিজ্ঞান-সাহিত্যৰ প্ৰয়োজনীয়তাৰ বিষয়ে উল্লেখ কৰিছে । 'পুতলানাচ' শীৰ্ষক সম্পাদকীয়ত (১ম বছৰ, ৩য় সংখ্যা) ল'ৰা-ছোৱালীৰ উৰহীগছৰ ওৰ বিচৰা স্বভাৱটোত সাৰ-পানী যোগাই বৈজ্ঞানিক চিন্তাৰ উন্মেষ ঘটোৱাত গুৰুত্ব দিয়া হৈছে ।

২য় বছৰ ১ম সংখ্যাত ড° ভবেন্দ্ৰনাথ শইকীয়াই বিজ্ঞান শিক্ষা সম্পৰ্কে লিখা প্ৰবন্ধটো আজিও সমানেই গুৰুত্বপূৰ্ণ । সেই বছৰৰে ৪ৰ্থ সংখ্যাত সম্পাদক ড° মহম্মদ তাহেৰে সমাজত প্ৰচলিত অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ বিষয়ে আলোচনা প্ৰসংগত উল্লেখ কৰিছে যে "আমাৰ সামাজিক আৰু সাংস্কৃতিক বিৱৰ্তনৰ স্থবিৰতাত আঘাত কৰিবলৈ ছাত্ৰ-ছাত্ৰীসকলৰ বিজ্ঞানসন্মত বিচাৰ-বুদ্ধি আৰু বিপ্লৱী মনৰ দৰকাৰ ।" এনে এটি মানসিক প্ৰস্তুতিৰ সৃষ্টি কৰিবলৈ 'বিজ্ঞান জেউতি'ৰ জৰিয়তে বিজ্ঞানক জনপ্ৰিয় কৰিব খোজাৰ প্ৰচেষ্টাৰ বিষয়ে উল্লেখ কৰা হৈছে ।

ড° ভুবনমোহন দাসৰ সম্পাদকীয় প্ৰবন্ধসমূহৰ কেইটামান চিন্তা-উদ্ৰেককাৰী বিষয় আছিল বিজ্ঞানীৰ গৱেষণা তথা সত্যান্বেষণত ৰাজনীতিকৰ হস্তক্ষেপ, শিশুৰ



বাবে অসমত বিজ্ঞান-সংগ্ৰহালয়ৰ প্ৰয়োজনীয়তা, শিশু আৰু চেমনীয়াৰ গ্ৰন্থ অধ্যয়নত গুৰুত্ব ইত্যাদি ।

৪ৰ্থ বছৰৰপৰা দায়িত্ব গ্ৰহণ কৰা সম্পাদক ড° শ্যামাপ্ৰসাদ শৰ্মাই 'চিন্তনীয় যৎকিঞ্চিৎ' শীৰ্ষক সম্পাদকীয় স্তম্ভত ভালেমান চিন্তাগধুৰ বিষয় আলোচনা কৰিছে। সেইবোৰৰ ভিতৰত আছে অসমীয়া ভাষাৰ বিজ্ঞান-সাহিত্যৰ চৰ্চা, বিজ্ঞান শিক্ষা, অধ্যয়ন আৰু মৌলিক চিন্তা, ড° খোৰানাৰ সন্দৰ্ভত দেশৰ 'ব্ৰেইন ড্ৰেইন'ৰ সমস্যা ইত্যাদি । ড° সোণেশ্বৰ শৰ্মাই (১৯ শ বৰ্ষ, ১ম সংখ্যা) 'সৰলীকৃত বিজ্ঞান আৰু জনবোধ্য বিজ্ঞান-সাহিত্য' শীৰ্ষক মূল্যৱান সম্পাদকীয়ত লেখকসকলক সৰলীকৰণৰ নামত বিজ্ঞানৰ বিকৃত ব্যাখ্যা আগ নবঢ়াবলৈ আহ্বান জনাইছে । দীনেশ বৈশ্যৰ সম্পাদনাত 'অন্য দৃষ্টি' শীৰ্ষক সম্পাদকীয়ত পৰিৱেশৰ অৱনমন, বিজ্ঞান শিক্ষা আৰু সচেতনতা, কলাৰ মাধ্যমেৰে বিজ্ঞানৰ জনপ্ৰিয়কৰণ, পৰিৱেশ আৰু জনশিক্ষা আদি বিষয়ৰ প্ৰবন্ধ প্ৰকাশ হৈছিল । ড° শিৱনাথ বৰ্মণ, বসন্ত ডেকা, ড° অলক কুমাৰ বৰগোহাঁই, চাকিল জামাল আৰু ড° প্ৰদীপ শৰ্মায়ো সংক্ষিপ্ত ৰূপত হ'লেও সম্পাদকীয় স্তম্ভৰ প্ৰবন্ধত ভালেমান গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিছে ।

**(ছ) গ্ৰন্থ-আলোচনা বিষয়ক প্ৰবন্ধ ঃ**

১৯৬৭ চনত অজিত কুমাৰ তামুলীয়ে 'ৰহস্যময় বিশ্ব' (যোগেন্দ্ৰনাথ শইকীয়াই কৰা জেমছ জিনছৰ (Mysterious Universe ৰ অনুবাদ) নামৰ গ্ৰন্থখনৰ এটি বিস্তৃত বিশ্লেষণাত্মক আলোচনাৰে 'বিজ্ঞান জেউতি'ত গ্ৰন্থ-আলোচনা শিতানটো মুকলি কৰিছিল । তাৰ পাছত ড° চন্দ্ৰ শৰ্মাই অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা শান্তনু তামুলীৰ 'সৰীসৃপ' আৰু ক্ষীৰধৰ বৰুৱাৰ 'আকাশীযানৰ কথা'ৰ বহুল আলোচনা আগ বঢ়াইছিল । পৰৱৰ্তী সময়ত কেইবাখনো দেশী-বিদেশী গ্ৰন্থৰ মূল্যৱান আলোচনাত্মক প্ৰবন্ধ 'বিজ্ঞান জেউতি'ত প্ৰকাশ পাইছে। উল্লেখযোগ্য গ্ৰন্থ-আলোচক আৰু গ্ৰন্থকেইখনৰ নাম হ'ল - ড° দিলীপ কুমাৰ চৌধুৰী (A Brief History of Time : Stephen Hawking), ড° কুলেন্দু পাঠক (God and New Physics : Paul Davies), ড° দীনেশ চন্দ্ৰ গোস্বামী (1000 Science Quiz ; The Aliens Have Landed ; Alien Encounter : Dilip M. Salwi), ড° প্ৰতুল চন্দ্ৰ গোস্বামী (অসমীয়া বিজ্ঞান-সাহিত্য ঃ ড° শ্যামাপ্ৰসাদ শৰ্মা), ড° ৰমেশ চন্দ্ৰ গোস্বামী (বিজ্ঞান আৰু সভ্যতা ঃ ড° কুলেন্দু পাঠক), কৃষ্ণ কুমাৰ বৰা (বিজ্ঞান অভিধান ঃ অসম বিজ্ঞান সমিতি), ড° জয়ন্ত কুমাৰ শৰ্মা (অসমত বিজ্ঞান চৰ্চাৰ ধাৰা ঃ সম্পাদনা - পৰমানন্দ মজুমদাৰ), ড° হীৰালাল দুৱৰা (পদাৰ্থবিজ্ঞান পত্ৰিকা) ইত্যাদি । এইবোৰৰ উপৰিও ড° শ্যামা প্ৰসাদ শৰ্মাই 'বিজ্ঞান জেউতি'ৰ পাততেই অসমৰ একমাত্ৰ বিজ্ঞান-সংবাদপত্ৰ (অধুনালুপ্ত) 'জনবিজ্ঞান'ৰ (ড° পৰমানন্দ

মহন্ত সম্পাদিত) বিষয়ে এটি সুদীৰ্ঘ আলোচনা আগবঢ়াইছিল ।

**(জ) সানমিহলি বিষয়ৰ প্ৰবন্ধ ঃ**

বিজ্ঞান-পৰিভাষা, বিজ্ঞান-সাহিত্য, বিজ্ঞানভিত্তিক গল্প আদি বিষয়ৰ প্ৰবন্ধ, বিজ্ঞানীৰ জীৱনৰ সৰু সৰু ঘটনা ('এনেকুৱাও ঘটে' শিতান) বিজ্ঞানীৰ লগত সাক্ষাৎকাৰ আদি ৰচনা এই বিভাগত ধৰা হৈছে ।

## জীৱনী-সাহিত্য

অসমীয়া সাহিত্যত বিজ্ঞানীৰ জীৱনী ৰচনাত প্ৰথম প্ৰচেষ্টা বোধহয় ড° হিতেন্দ্ৰ কুমাৰ বৰুৱা আৰু ড° পাৰুকুট্টি বৰুৱাৰ 'বিজ্ঞান আৰু বৈজ্ঞানিক' (১৯৬০) নামৰ পুথিখন । আৰম্ভণিৰেপৰা 'বিজ্ঞান জেউতি'ত জীৱনী প্ৰকাশ কৰাত গুৰুত্ব দি অহা হৈছে আৰু প্ৰকৃতপক্ষে 'বিজ্ঞান জেউতি'য়েহে অসমীয়া ভাষাত বিজ্ঞানীৰ জীৱনী লিখিবলৈ লেখকসকলক উদ্‌গনি দিছিল ।

'বিজ্ঞান জেউতি'ত বিজ্ঞানীৰ জীৱন আৰু কৃতিৰ বিষয়ে তিনিধৰণে ৰচনা প্ৰকাশ হয় ঃ (ক) সাধাৰণভাৱে লিখা জীৱনী, (খ) বিজ্ঞানী গৰাকীৰ মৃত্যুত শ্ৰদ্ধাঞ্জলি জনোৱাৰ ছেগত লিখা জীৱনী, আৰু (গ) বিজ্ঞানী গৰাকীৰ জন্ম বা মৃত্যু শতবাৰ্ষিকী বা তেওঁৰ বিশিষ্ট আৱিষ্কাৰৰ সোঁৱৰণত লিখা জীৱনী ।

'বিজ্ঞান জেউতি'ত জী..নী মূল প্ৰবন্ধৰাজিৰ লগতে নাইবা শিশু বা চেমনীয়াৰ চ'ৰাত প্ৰকাশ কৰা হয় । প্ৰথমছোৱাত প্ৰকাশ হোৱা জীৱনীৰ ভিতৰত ড° অমৰেন্দ্ৰ তালুকদাৰৰ জয়ন্তবিষ্ণু নাৰ্লিকাৰৰ জীৱনী আৰু ড° শিৱনাথ বৰ্মণে একেধাৰে প্ৰায় ৯ বছৰ ধৰি লিখা বিভিন্ন দেশী-বিদেশী বিজ্ঞানীৰ জীৱন আৰু কৃতিৰ আলোচনা উল্লেখযোগ্য । কোনো এজন বিজ্ঞানীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে একাধিক প্ৰবন্ধেৰে সমৃদ্ধ 'বিজ্ঞান জে'উতি'ৰ একোটা সংখ্যা বিজ্ঞানী গৰাকীৰ জীৱন আৰু কৃতি সম্পৰ্কীয় একোখনি মূল্য ান দলিল বুলিব পাৰি । 'বিজ্ঞান জেউতি'ৰ বিভিন্ন সংখ্যাত ডাৰউইন, ছি. ি. ৰামণ, মেক্সৱেল, নিলছ ব'ৰ, শ্ৰুতিঞ্জাৰ, ৰামানুজন, মেঘনাদ সাহা, হাৰ্ভে, সত্যেন্দ্ৰনাথ বসু আদিৰ জীৱন আৰু কৰ্মৰাজিৰ বিশদভাৱে আলোচনা কৰা হৈছে । মহাকৰ্ষণৰ ৩০০ বছৰ, এক্সৰে' আৰু ইলেকট্ৰন আৱিষ্কাৰৰ শতবাৰ্ষিকী উপলক্ষতো যথাক্ৰমে নিউটন, ৰণ্টজন আৰু থমছনৰ জীৱন সম্পৰ্কে আলোকপাত কৰা হৈছে ।

শিশু আৰু চেমনীয়াৰ বাবে লিখা জীৱনীবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল - ড° বিনয় কুমাৰ তামুলীৰ পিয়েৰ দি ফাৰ্মা, ড° চন্দ্ৰ শৰ্মাৰ হিপ'ক্ৰেটিছ, ড° দিলীপ কুমাৰ চৌধুৰীৰ সত্যেন বসু আৰু ভাবাৰ জীৱনী, ক্ষীৰধৰ বৰুৱাৰ এনৰিক' ফাৰ্মি আৰু ৰবাৰ্ট অ'পেনহাইমাৰৰ জীৱনী ।



আমাৰ বিজ্ঞান লেখকসকলে বিভিন্ন সময়ত দেহাৱসান ঘটা বিজ্ঞানী ড° হোমি ভাবা, বাৰ্টাণ্ড ৰাছেল, মেক্স বৰ্ন, বিক্ৰম ছাৰাভাই, ৰামণ, লিজে মাইটনাৰ, ডিৰাক, ফাইনমেন, উৰে, লিনাছ পাউলিং, এছিম'ভ, কাৰ্ল-ছেগান, চন্দ্ৰশেখৰ, জনাছ ছক আদিৰ জীৱন আৰু কৃতি সম্পৰ্কে 'বিজ্ঞান জেউতি'ত আলোচনা আগবঢ়াইছে । প্ৰতি বছৰে বিজ্ঞানৰ বিভিন্ন শাখাত ন'বেল বঁটা লাভ কৰা বিজ্ঞানীসকলৰ চমু জীৱনী আৰু আৱিষ্কাৰৰ বিষয়ে চমুকৈ প্ৰকাশ পোৱাটো এই সন্দৰ্ভত উল্লেখযোগ্য ।

## পত্ৰ-সাহিত্য আৰু কবিতা

'বিজ্ঞানৰ এটা বিষয়ক ৰচনাৰ আকাৰেৰে নিৰস কৰি তোলাতকৈ চিঠিৰ আকাৰত, গল্পৰ আকাৰত, কথোপকথনৰ আকাৰত সকলোৱে জনপ্ৰিয় কৰি তোলাটোৰ প্ৰতি আমাৰ লক্ষ্য । বিখ্যাত ছায়েন্স ফিক্সনবোৰৰ সাফল্য আৰু কৃতিত্ব এইখিনিতেই ।' - এয়া আছিল 'বিজ্ঞান জেউতি'ৰ এটা সংখ্যাত ড° ভবেন্দ্ৰনাথ শইকীয়াৰ উক্তি ।

অসমীয়া বিজ্ঞান-সাহিত্যত পত্ৰসাহিত্যৰ প্ৰথম নিদৰ্শন হ'ল ললিত কুমাৰ বৰুৱাৰ 'ইলা ভনীটিলৈ মুকলি চিঠি' (১৯৫৫)। 'বিজ্ঞান জেউতি'ৰ পাতত ড° ভুবনমোহন দাসে ২য় বছৰ ১ম সংখ্যাৰ (১৯৬৪) পৰা মানৱ সভ্যতা আৰু সংস্কৃতি সম্পৰ্কে চিঠিৰ আকাৰত এলানি মূল্যৱান প্ৰবন্ধ লিখিছিল। সেই পৰম্পৰাৰেই ২য় বৰ্ষ ৪ৰ্থ সংখ্যাত 'বীজাণুবোৰনো কি কওঁ শুনা', ৪ৰ্থ বৰ্ষ ৪ৰ্থ সংখ্যাত 'ভণ্টিলৈ মুকলি চিঠি' (ৰকেটৰ কথা), ড° ৰমেশ চন্দ্ৰ গোস্বামীৰ 'তৰা ঃ জীৱন আৰু মৃত্যু' (১০ ম বৰ্ষ ১ম সংখ্যা) আদি পত্ৰাকাৰে প্ৰকাশ পাইছিল। ড° শ্যামাপ্ৰসাদ শৰ্মাই ১৯৬৯ চনত তেজপুৰত অনুষ্ঠিত অসম বিজ্ঞান সমিতিৰ বাৰ্ষিক অধিৱেশনৰ বিষয়ে চিঠিৰ আকাৰত লিখা বিৱৰণটি এখনি সুখপাঠ্য চিত্তাকৰ্ষক ৰচনা ।

কলাৰ মাধ্যমেৰে বিজ্ঞানক জনমুখিকৰণৰ নিষ্ঠাবান প্ৰবক্তা ড° শৰ্মাই তেওঁৰ সম্পাদনাৰ কালত 'বিজ্ঞান জেউতি'ত বিজ্ঞানভিত্তিক কবিতা প্ৰকাশৰ বাবেও প্ৰচেষ্টা চলাইছিল। ১৯৮৯ চনৰ 'বিজ্ঞান জেউতি'ৰ দুটা সংখ্যাত প্ৰকাশ হোৱা ড° প্ৰদীপ কুমাৰ দাসৰ 'বৰফৰ নৈ' আৰু দীপা শৰ্মাৰ চাৰ্ন'বিল আদি কবিতা তাৰেই নিদৰ্শন। ২০ শ বৰ্ষ ৪ৰ্থ সংখ্যাটো 'জিন ৰহস্য' নামৰ এটি কবিতা প্ৰকাশ হৈছিল।

## বিজ্ঞানভিত্তিক গল্প আৰু নাট্য-সাহিত্য

বিজ্ঞান জেউতিৰ প্ৰথম বছৰ প্ৰথম সংখ্যাতেই 'পুনৰ্মিলন' নামৰ এটি অনূদিত বিজ্ঞানভিত্তিক গল্প প্ৰকাশ হৈছিল যদিও পাছলৈ এনে ধৰণৰ সাহিত্যকৰ্ম প্ৰকাশ

কৰাৰ কোনো প্ৰচেষ্টা হাতত লোৱা দেখা নাযায় । অসমীয়াত এনে সাহিত্য লেখকৰ অভাৱৰ লগতে সম্পাদকসকলৰ আগ্ৰহৰ অভাৱো হয়তো ইয়াৰ কাৰণ হ'ব পাৰে। ১৯৬২ চনত ১ম বছৰ ২য় সংখ্যা 'বিজ্ঞান জেউতি'ত প্ৰকাশিত সৌৰভ কুমাৰ চলিহাৰ 'কুম্ভীৰ কথামুখম্' (ৰাডাৰফৰ্ডৰ পৰমাণু গঠন আৱিষ্কাৰ) নামৰ ব্যতিক্ৰমধৰ্মী ৰচনাখন পঢ়ি বিজ্ঞান আৰু সাহিত্য উভয়ৰে সোৱাদ পোৱা যায় । 'বিজ্ঞান জেউতি'ত প্ৰকাশিত প্ৰথম মৌলিক বিজ্ঞানভিত্তিক গল্পটো হ'ব শান্তনু তামুলীৰ 'বৰষুণ' (১৯৬৮) । তাৰপাছত ৩১ তম বৰ্ষ ২য় সংখ্যাত ড° জয়ন্ত কুমাৰ শৰ্মাৰ অনূদিত গল্প 'অপৰাজিত' প্ৰকাশ হয় । ৩২ তম সংখ্যাৰপৰা বিজ্ঞান জেউতিত 'কল্পবিজ্ঞান' নামৰ এটি নিয়মীয়া শিতান আৰম্ভ কৰি একাদিক্ৰমে তিনিটা সংখ্যাত ড° দীনেশ চন্দ্ৰ গোস্বামীৰ 'অভিন্ন হৃদয়', বন্দিতা ফুকনৰ 'বৰষুণ' আৰু চক্ৰেশ্বৰ দাসৰ 'অদৃশ্য সংযোগ' নামৰ গল্প প্ৰকাশ কৰা হয় ।

কেইটামান সংখ্যাত সাধু আৰু ৰূপকৰ সহায়তো বিজ্ঞানৰ তত্ত্ব বা তথ্য প্ৰকাশ কৰাৰ প্ৰচেষ্টা দেখা যায় । তাৰ কেইটামান উদাহৰণ হ'ল ড° ৰমেশ চন্দ্ৰ গোস্বামীৰ 'অন্য এক জোনৰ সাধু', অচলা ভাগৱতীৰ 'স্পঞ্জৰ সাধু', গিৰীশ চন্দ্ৰ দত্ত বৰুৱাৰ 'দুষ্ট ভাইটি' (পৃষ্ঠটান, সংসক্তি, আসক্তি আদি সম্পৰ্কে ৰচনা), ইন্দু শৰ্মাৰ 'গুৰু' (মকৰাৰ বিষয়ে), কেঁচু (আত্মজীৱনী), ভিডিঅ' (লিপিকা বৰাৰ ৰূপক) ইত্যাদি ।

'বিজ্ঞান জেউতি'ত বিজ্ঞান ভিত্তিক নাটিকা মাত্ৰ দুখনেই প্ৰকাশ হৈছে আৰু সেয়া হ'ল ড° শ্যামাপ্ৰসাদ শৰ্মাৰ 'দেৱতাৰ অন্যৰূপ' (১৯৬৯) আৰু 'মিলিজুলি মিতিৰালি' (১৯৯৭)। প্ৰথম অসমীয়া বিজ্ঞানভিত্তিক নাটিকা 'দেৱতাৰ অন্যৰূপ'ত ২০৬৭-৭০ চনত বিজ্ঞানৰ অৱদানসমূহে মানৱ সমাজলৈ অনা পৰিৱৰ্তনৰ বিষয়ে ফুটাই তোলা হৈছে । ড° শৰ্মাৰ পাছৰখন নাটক পৰিৱেশ সংৰক্ষণভিত্তিক ।

## সংবাদভিত্তিক বিজ্ঞান-সাহিত্য

বিজ্ঞান জগতৰ নতুন আৱিষ্কাৰৰ উদ্ভাৱন, ঘটনা আদিৰ বিষয়ে জনসাধাৰণক জনোৱাত আলোচনী বাতৰিকাকতসমূহৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ । অসমীয়া ভাষাত বিজ্ঞানৰ বাতৰি নিয়মীয়াকৈ পৰিৱেশন কৰাৰ ধাৰা এটি আৱাহন, ৰামধেনু আদি আলোচনীৰ সময়ৰেপৰা চলি আছে । ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য সম্পাদিত 'ৰামধেনু'ত অধ্যাপিকা সৰোজ দত্তই 'বিজ্ঞান বৈচিত্ৰ্য' নামৰ শিতানত নিয়মীয়াকৈ জনপ্ৰিয় ভাষাৰে বিজ্ঞানৰ বা-বাতৰি লিখিছিল ।

'বিজ্ঞান জেউতি'ত প্ৰথম সংখ্যাৰপৰাই বিজ্ঞানৰ বাতৰি প্ৰকাশত অগ্ৰাধিকাৰ দি থকা দেখা যায়। বিজ্ঞানৰ আন ৰচনাৰ দৰে বাতৰিবোৰো প্ৰধানতঃ ইংৰাজী উৎসৰপৰা সংগ্ৰহ কৰিব লগা হয় আৰু সেয়ে পোনে পোনে অনুবাদ কৰাৰ ফলত বাতৰিবোৰ



নিৰস তথ্যৰ সংগ্ৰহত পৰিণত হ'ব পাৰে। তেনে ত্ৰুটি আঁতৰোৱাৰ উদ্দেশ্যে 'বিজ্ঞান জেউতি'ত বাতৰিবোৰ ৰসাল আৰু মনোগ্ৰাহী ভাষা আৰু ৰীতিৰে পৰিৱেশন কৰাৰ প্ৰচেষ্টা পৰিলক্ষিত হয় । বাতৰিবোৰ আকৰ্ষণীয় আৰু আমোদজনক কৰিবৰ বাবে মাজে মাজে ছবি, ব্যংগচিত্ৰ আদিও সন্নিবিষ্ট কৰাৰ প্ৰচেষ্টা দেখা যায়।

'বিজ্ঞান জেউতি'ৰ আৰম্ভণিকালৰ (১৯৬৯) সংখ্যা এটাত প্ৰকাশিত 'হিংস্ৰতা নাশোঁ আহক' শীৰ্ষক এটি বাতৰিৰ আৰম্ভণিৰ নমুনা ইয়াত দিয়া হৈছে ঃ

"দুৰ্বাসা মুনি যদি এতিয়াৰ লোক হ'লহেঁতেন, তেনেহ'লে তেওঁ আপোনাক শাপ দিব খোজাৰ লগে লগে 'খং কমোৱা চাৰ্কিট'ৰ চুইচ টিপি দি আপুনি তেওঁৰ ক্ৰোধৰপৰা ৰক্ষা পাব পাৰিলেহেঁতেন । চুইচটো টিপি দিয়াৰ লাগ লগে ক্ৰোধান্বিত দুৰ্বাসাই হাঁহি মাৰি আপোনাক হয়তো ক'লেহেঁতেন, 'বৎস, এচিলিম নোহোপা জানো ?'

"বিজ্ঞানীসকলে আনকি ইমানলৈকে আশা কৰে যে পানীযোগান কেন্দ্ৰত থোৱা 'হিংস্ৰতা নাশক' দৰৱৰ জৰিয়তে মানুহক নিৰীহ আৰু শান্তিপ্ৰিয় কৰি তুলিব পৰা যাব । ....."

('বিজ্ঞান জেউতি' ৪ৰ্থ বৰ্ষ, ৪ৰ্থ সংখ্যা ঃ লেখক দী. চ. গো ; কাৰ্টুন - ক্ষী.ব.)

'বিজ্ঞান জেউতি'ৰ ভিন ভিন বছৰত 'বিজ্ঞানৰ বাতৰি' শিৰোনামাটোৰ উপৰিও বিজ্ঞান-বিচিত্ৰা, কৃষি বাতৰি, বিশেষ বাতৰি আদি নামেৰেও বাতৰি পৰিৱেশন কৰি অহা হৈছে । বৰ্তমান বাতৰিৰ লগতে আলোকচিত্ৰও সন্নিবিষ্ট কৰিব পৰা হোৱাত বাতৰিবোৰ অধিক আকৰ্ষণীয় হৈছে ।

'বিজ্ঞান জেউতি'ত অসমৰ এগৰাকী অপেশাদাৰী জ্যোতিৰ্বিদ মুখ্যেশ্বৰ বৰুৱাই ৪ৰ্থ বৰ্ষৰপৰা ৮ম বৰ্ষলৈকে সুদীৰ্ঘকাল ধৰি 'মহাকাশৰ বাতৰি' শিৰোনামাৰে এলানি প্ৰবন্ধ লিখিছিল । এই প্ৰবন্ধলানিত অকল মহাকাশ অভিযানৰ বাতৰিয়েই নাছিল, জ্যোতিৰ্বিজ্ঞান আৰু মহাকাশবিজ্ঞানৰ নানান আমোদজনক তথ্য, তত্ত্ব আৰু ঘটনাৰ বৰ্ণনাৰে প্ৰবন্ধবোৰ সমৃদ্ধ আছিল । তেওঁৰ প্ৰবন্ধৰ ভাষা আৰু ৰচনা ৰীতি 'বিজ্ঞান জেউতি'ৰ পঢ়ুৱৈৰ স্মৰণীয় হৈ আছে ।

## অনুবাদ-সাহিত্য

'বিজ্ঞান জেউতি'ত আৰম্ভণিৰপৰাই অনুবাদ সাহিত্য প্ৰকাশ কৰাত গুৰুত্ব দিয়া হৈছে । প্ৰথম বছৰ প্ৰথম সংখ্যাত এম্ আৰু এল. নেম্চেন্‌কোৰ গল্পৰ অনুবাদ 'পুনৰ্মিলন' প্ৰকাশ হয় । আন এটা অনূদিত গল্প হ'ল ৩১ তম বৰ্ষৰ ২য় সংখ্যাত প্ৰকাশিত কম'ৰভৰ 'Had It Been Forseen' অৰ মুকলি অনুবাদ 'অপৰাজিত' । সম্পাদকসকলে বিভিন্ন সময়ত কেইবাখনো বাছকবনীয়া ইংৰাজী

গ্ৰন্থ আৰু কেইবাটাও প্ৰবন্ধৰ অনুবাদ 'বিজ্ঞান জেউতি'ত প্ৰকাশ কৰা দেখা যায়। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য প্ৰবন্ধসমূহ হ'ল ছাৰ জেমছ্ জিন্‌ছৰ 'মৃত্যুমুখী সূৰ্য্য' (অনুঃ যোগেন্দ্ৰনাথ শইকীয়া), ড° এইছ. জে. টেইলৰৰ 'কোৱাছাৰৰ আৱিষ্কাৰ' (অনু ঃ কমলা মহন্ত), জৰ্জ হাৰ্ডিঞ্জৰ 'অৱধ্বনি ঃ শব্দহীন শব্দ' (অনু ঃ ড° ৰমেশ চন্দ্ৰ গোস্বামী), আইনষ্টাইনৰ 'গেলিলিঅ' (অনুঃ ড° কুলেন্দু পাঠক), হাইজেনবাৰ্গৰ 'বিজ্ঞান চৰ্চাত ঐতিহ্য' (অনুঃ ড° পবিত্ৰ কুমাৰ বৰগোহাঞি) আৰু ড° জয়ন্তী চুতীয়াই অনুবাদ কৰা এ. ৰহমানৰ চিন্তাগধুৰ প্ৰবন্ধ 'ভাৰতবৰ্ষত বিজ্ঞান আৰু প্ৰযুক্তিভিত্তিক সংস্কৃতিৰ পৃষ্ঠপোষকতা'।

'বিজ্ঞান জেউতি'ৰ ১ম বছৰ ৪ৰ্থ সংখ্যাতেই জুল ভাৰ্নৰ বিজ্ঞান ভিত্তিক উপন্যাস 'From the Earth to the Moon' অৰ অনিল কুমাৰ শৰ্মাই কৰা অনুবাদ 'চন্দ্ৰলোকলৈ' প্ৰকাশ কৰিবলৈ লোৱাটো সম্পাদকৰ সুৰুচি আৰু সুচিন্তাৰ পৰিচায়ক। কিন্তু তাৰ ঠিক পাছতেই এই গ্ৰন্থখন অসম বিজ্ঞান সমিতিয়ে প্ৰকাৰ কৰি উলিয়াইছিল। 'বিজ্ঞান জেউতি'ত (৪ৰ্থ বৰ্ষৰপৰা ৬ষ্ঠ বৰ্ষ) আইজাক এছিম'ভৰ 'Inside the Atom'ৰ ব্ৰজেন বৰবৰাই কৰা ভাঙনি 'পৰমাণুৰ অন্তৰ্ভাগ' সম্পূৰ্ণৰূপে আৰু জৰ্জ গেমোৰ 'A Planet called Earth' ৰ ড° দুলাল গোস্বামীয়ে কৰা কেইটামান অধ্যায়ৰ ভাঙনি (পৃথিৱী নামৰ গ্ৰহটি) প্ৰকাশ হৈছিল। 'বিজ্ঞান জেউতি'ত ধাৰাবাহিকভাৱে প্ৰকাশ হোৱা আন দুখন অনূদিত তত্ত্বগধুৰ গ্ৰন্থ হ'ল আইনষ্টাইন আৰু লিঅ'পল্ড ইনফেল্ডৰ 'পদাৰ্থবিজ্ঞানৰ ক্ৰমবিকাশ' (অনুবাদ ঃ বসন্ত ডেকা) আৰু জেক'ব্ ব্ৰনৌস্কিৰ গ্ৰন্থ 'The Identity of Man' ৰ সতীশ ভট্টাচাৰ্য্যৰ সাৱলীল অনুবাদ 'মানৱ সত্তাৰ সন্ধানত'।

বিজ্ঞানৰ লেখাবোৰ ইংৰাজীৰপৰা অসমীয়ালৈ ভাঙনি কৰাৰ ক্ষেত্ৰত আমাৰ লেখসকলে উপযুক্ত প্ৰতিশব্দ বা পৰিভাষাৰ অভাৱ নাইবা কঠিন শব্দৰ প্ৰয়োগ, নাইবা নিজস্ব দক্ষতাৰ অভাৱৰ কাৰণেই হওক, মাজে মাজে উজুটি খোৱা দেখা যায়। সেই কাৰণে মাজে-সময়ে কোনো ব্যক্তিৰ উক্তি, উদ্ধৃতি আদি মূল ইংৰাজীতেই হুবহু ৰাখি থোৱাও দেখা যায়।

এইখিনিতে 'বিজ্ঞান জেউতি'ত প্ৰকাশিত দুটি সুন্দৰ অনুবাদৰ নিদৰ্শন দাঙি ধৰা হ'ল ঃ

(১) 'Nature and Nature's law lay hid in night,
God said, "Let Newton be", and there was light.'
- Alexander Pope

'প্ৰকৃতি আৰু প্ৰকৃতিৰ নিয়ম
অন্ধকাৰত আছিল বুৰি ;
ঈশ্বৰে মতাত আহি নিউটনে
বিলালে আলোক সৰ্বত্ৰ জুৰি।'
(অনুঃ পুণ্ডৰীকাক্ষ ভঁৰালী ; নিউটনৰ গতিবিষয়ক দ্বিতীয় সূত্ৰ, ৪/৪)

(২) *"The time has come", the walrus said,*
*"To talk of many things*
*Of shoes and ships and sealing wax,*
*Of cabbage and kings."*
"হৰেক ৰকমৰ কথা কোৱাৰ সময় আহিল",
সিন্ধুঘোটকে ক'লে,
"ৰাজ্যৰ কথাৰ লানি,
জোতাৰ কথা, জাহাজৰ কথা, চিল লাহাৰ কথা,
বন্ধাকবি আৰু ৰজা-ৰাণী।"
(অনুঃ সৌৰভ কুমাৰ চলিহা ; কুম্ভীৰকথামুখম ; ১/২)

## বিজ্ঞানভিত্তিক ব্যংগচিত্ৰ

বিজ্ঞান-সাহিত্যৰ গণ্ডীত নপৰিলেও 'বিজ্ঞান জেউতি'ত মাজে-সময়ে প্ৰকাশ পোৱা বিজ্ঞান কাৰ্টুনসমূহে আলোচনীখনৰ আকৰ্ষণ আৰু গাম্ভীৰ্য্য বৃদ্ধি কৰাটো উল্লেখযোগ্য। প্ৰকাশৰ ৪ৰ্থ-৫ম বছৰতেই ড° শ্যামাপ্ৰসাদ শৰ্মাই দোস্ত হবিবুৰ ৰহমানৰ ব্যংগচিত্ৰেৰে 'বিজ্ঞান জেউতি'ত কাৰ্টুন পৃষ্ঠা আৰম্ভ কৰিছিল। তাৰ পাছৰ দুবছৰমান ক্ষীৰধৰ বৰুৱাই 'বিজ্ঞান জেউতি'ত মানুহৰ মহাকাশ বিজয়, ব্ৰেইন ড্ৰেইন, সমাজত বিজ্ঞান-প্ৰযুক্তিৰ প্ৰভাৱ আদি বিষয়বস্তুক কেন্দ্ৰ কৰি কেইবাটাও কাৰ্টুন আঁকিছিল। বহুদিনৰ বিৰতিৰ পাছত বসন্ত ডেকাৰ সম্পাদনাৰ কালৰপৰা 'বিজ্ঞান জেউতি'ত 'বিজ্ঞানৰ সৈতে আৰু এখন্তেক' শিৰোনামাৰে নিয়মীয়াকৈ একপৃষ্ঠা কাৰ্টুন প্ৰকাশ পাই আছে। এই পৃষ্ঠাত শিল্পী ৰবীন বৰুৱাই প্ৰথমে কাৰ্টুন আঁকিছিল। পাছত সুমন্ত বৰুৱাই প্ৰায় ছাৰে চাৰি বছৰ ধৰি ভালেকেইখন উচ্চমানৰ ব্যংগচিত্ৰ অংকন কৰি 'বিজ্ঞান জেউতি'ৰ মান বঢ়াইছিল লগতে পঢ়ুৱৈৰ বাবে আনি দিছিল অন্তৰ্দৃষ্টি উপলব্ধিৰে ভৰা এক আমোদজনক বিৰতি।

## উপসংহাৰৰ পৰিৱৰ্তে

এই নিবন্ধত 'বিজ্ঞান জেউতি'ৰ পাতত প্ৰকাশিত বিজ্ঞান-সাহিত্যৰ এটি চমু পৰিচয় দিয়াৰহে প্ৰচেষ্টা কৰা হৈছে, বিজ্ঞান-সাহিত্য সম্ভাৰৰ প্ৰকৃত মূল্যায়ন কৰিব পৰা হোৱা নাই। আলোচনাৰ অন্তত আলোচনীখনৰ সাম্প্ৰতিক স্থিতিৰ দিশত

কেইটামান কথালৈ আঙুলিয়াব খুজিছোঁ ঃ

১। প্ৰকাশৰ ক্ষেত্ৰত নানান আলৈ-আহুকাল নেওচি নিয়মীয়াকৈ প্ৰকাশ হৈ ভাৰতীয় আঞ্চলিক ভাষা আৰু ইংৰাজী ভাষাৰ বিজ্ঞান আলোচনীবোৰৰ মাজত এক অভিলেখ সৃষ্টি কৰিলেও 'বিজ্ঞান জেউতি'ৰ গুণগত মান উন্নত নোহোৱাটো লক্ষ্যনীয় তথা চিন্তনীয় ।

২। বিভিন্ন সময়ত বিভিন্ন সম্পাদকে নিজৰ ৰুচি অনুযায়ী 'বিজ্ঞান জেউতি'ৰ পথ নিৰ্ধাৰণ কৰিবলৈ প্ৰয়াস কৰাৰ ফলত আলোচনীখন নিজস্ব নীতি আৰু উদ্দেশ্যৰপৰা আঁতৰি যোৱা বুলি অনুমান হয় ।

৩। আৰম্ভণিৰ সম্পাদকসকলে বাট দেখুৱাই দিয়াৰ পাছতো 'বিজ্ঞান জেউতি'ত পাছৰ সম্পাদকসকলে বিজ্ঞানভিত্তিক গল্প, কবিতা আদিৰ দৰে সৃষ্টিধৰ্মী সাহিত্য প্ৰকাশৰ প্ৰতি অনীহা বা অনিচ্ছা পোষণ কৰা যেন লাগে । এনে সাহিত্যৰ প্ৰতি পঢ়ুৱৈ আকৃষ্ট কৰিবলৈ অসমীয়া বিজ্ঞানভিত্তিক গল্প-উপন্যাস প্ৰকাশ কৰাৰ উপৰিও বিদেশী সাহিত্যিকৰ ৰচনাৱাজিৰ অনুবাদ প্ৰকাশ কৰাৰ ব্যৱস্থা কৰা উচিত।

৪। এসময়ত শিশু বা চেমনীয়া বিজ্ঞানীৰ চ'ৰাত ছাত্ৰ-ছাত্ৰীসকলে প্ৰবন্ধপাতি লেখি বিজ্ঞান-সাহিত্য চৰ্চাৰ অনুশীলন কৰাৰ সুবিধা পাইছিল । বৰ্তমান সেই শিতানটো বিজ্ঞান জেউতিৰ বুকুৰপৰা আঁতৰাই নিয়া হৈছে ।

৫। বৰ্তমান 'বিজ্ঞান জেউতি'ৰ ভাষা, পৰিভাষা, আখৰ-জোঁটনি, সাজ-সজ্জা আদিৰ প্ৰতি সম্পাদক তথা সম্পাদনা সমিতিৰ উদাসীনতা সচেতন পঢ়ুৱৈসকলক চিন্তিত কৰি তুলিছে ।

৬। সামগ্ৰিকভাৱে চাবলৈ গ'লে, যদিও 'বিজ্ঞান জেউতি'ৰ আবিৰ্ভাৱে অসমীয়া বিজ্ঞান-সাহিত্যৰ দিশ আৰু গতি দুয়োটাৰে নিৰ্ধাৰণ কৰি দিছিল, সেই গতি আশানুৰূপভাৱে ত্বৰান্বিত হোৱা নাই ।

**প্ৰসংগ ঃ**


১। 'বিজ্ঞান-জেউতি'ৰ সংখ্যাসমূহ (১ম বছৰ ১ম সংখ্যাৰপৰা ৩২শ বছৰ ৫ম সংখ্যা)
২। অসমীয়া বিজ্ঞান-সাহিত্য (অসম সাহিত্য সভা ঃ সম্পাদনা - ডিম্বেশ্বৰ চলিহা)
৩। 'অৰুনোদই'ৰ সংকলন (সম্পাদনা - ড° মহেশ্বৰ নেওগ)
৪। 'আসাম বন্ধু'ৰ সংকলন (সম্পাদনা - ড° নগেন শইকীয়া)
৬। 'গৰীয়সী', ১ম বছৰ ১২ শ সংখ্যা (১৯৯৪) - ৰথীন্দ্ৰনাথ গোস্বামীৰ প্ৰবন্ধ 'জোনাকীৰ তিৰবিৰণিত বিজ্ঞান-চৰ্চা'।




# ছাত্ৰ-ছাত্ৰীৰ উপযোগী বিজ্ঞান-সাহিত্য

**ড° ৰমেশ চন্দ্ৰ গোস্বামী**

আমি এয়া একৈছ শতিকাৰ দুৱাৰডলিত উপস্থিত হৈছোঁহি । চলিত শতিকাতে বিজ্ঞানৰ চৰম উন্নতিয়ে মানুহক ৰূপকথাৰ নায়কৰ নিচিনাকৈ পৃথিৱীৰ বুকু এৰি মহাকাশত বিচৰণ কৰাৰ সুযোগ দিছে ; মঙ্গল গ্ৰহত যান অৱতৰণ কৰাবলৈ দিছে ; এবছৰমান পূৰ্বে প্ৰাণীজগতৰ প্ৰথম ক্ল'ন ডলিৰ জন্মেৰে বিশ্বত চমক সৃষ্টি কৰিছে; অদ্যাপি উদ্ভাৱিত কোনো ব্যৱস্থাৰেই চকুৰে নেদেখা পদাৰ্থ কণিকা জগতত টপ কোৱাৰ্কৰ আৱিষ্কাৰ সম্ভৱ কৰি বিজ্ঞান জগতত নতুন চিন্তাৰ বাট প্ৰশস্ত কৰি তুলিছে। এনেকুৱা এশ এবুৰি কথাৰ সংবাদ আজিৰ যুগৰ ছাত্ৰ-ছাত্ৰীহে নালাগে সকলো সচেতন নাগৰিকৰ বাবেই প্ৰয়োজনীয় হৈ পৰিছে । লগতে প্ৰয়োজন আহি পৰিছে বৈজ্ঞানিক ভাবাদৰ্শেৰে পৰিপুষ্ট হৈ একৈশ শতিকাৰ আহ্বানৰ প্ৰতি সঁহাৰি জনোৱাৰ আৰু তাৰ বাবে প্ৰয়োজন হৈছে বিজ্ঞান শিক্ষাৰে শিক্ষিত হৈ নিজক অনাগত ভৱিষ্যতৰ বাবে সাজু কৰি তোলাৰ । কিন্তু বিজ্ঞান শিক্ষা বুলিলেই অকল স্কুল বা কলেজৰ দৰে আনুষ্ঠানিক শিক্ষাকে নুবুজায় । (অৱশ্যে ই স্বীকাৰ্য্য যে আনুষ্ঠানিক শিক্ষাই মানুহক জ্ঞানৰ গভীৰতা প্ৰদান কৰে)। আনুষ্ঠানিক শিক্ষাৰ তত্ত্বীয় ৰূপত থকা পাঠ্যক্ৰমৰ নিৰস লেখনীয়ে বহুতো কথা খৰচি মাৰি বুজাৰ সুযোগ নিদিয়ে । ইয়াৰ ফলস্বৰূপে জন্ম হৈছে বিজ্ঞান-সাহিত্যৰ - যাৰ যোগেদি সকলোলোকে অন্ততঃ দৈনন্দিন প্ৰয়োজনীয় বিজ্ঞান সম্পৰ্কীয় বা-বাতৰি, তথ্য, চিন্তা আদি সহজে গ্ৰহণ কৰিব পাৰে ।

এই ক্ষুদ্ৰ প্ৰবন্ধৰ উদ্দেশ্য হৈছে অসমৰ পটভূমিত ছাত্ৰ-ছাত্ৰীসকলৰ উপযোগী কৰি বিজ্ঞান পৰিৱেশন কৰাৰ ক্ষেত্ৰত কেনে ধৰণৰ পন্থা অৱলম্বন কৰা হৈ আহিছে তাৰ অতীত আৰু বৰ্তমান সম্পৰ্কে চমুকৈ আলোকপাত কৰা । প্ৰবন্ধৰ ক্ষুদ্ৰ পৰিসৰৰ ভিতৰত সকলো কথা বিশদভাৱে আলোচনা কৰা সম্ভৱ নহয় ।

## বিজ্ঞান-সাহিত্য কি ?

বিজ্ঞান-সাহিত্য বুলিলে পোনপটীয়া বিজ্ঞান ৰচনাক বুজোৱাৰ সলনি সাহিত্যৰ আস্বাদনপূৰ্ণ বিজ্ঞানৰ বস্তুনিষ্ঠ আলোচনাকহে বুজোৱা হয় । বিজ্ঞান-সাহিত্য হৈছে বিজ্ঞান আৰু সাহিত্যৰ এক সুখগ্ৰাহ্য সংমিশ্ৰণ বা সহাৱস্থান। ইয়াত বৈজ্ঞানিক তত্ত্ব,তথ্য,

সংবাদ আদিয়ে সাহিত্যৰ ৰসত বিধৌত হৈ চিকুণ ৰূপ পৰিগ্ৰহণ কৰে। এই অৰ্থত বিজ্ঞানৰ পাঠ্যপুথিৰ স্থান বিজ্ঞান-সাহিত্যৰ পৰিধিৰ বাহিৰত । বৰ্তমান সময়ত বিজ্ঞান জিজ্ঞাসুলোকৰ সংখ্যা ক্ৰমাৎ বাঢ়ি অহা যেন লাগিছে । তাৰ পৰিপ্ৰেক্ষিতত বিজ্ঞান-সাহিত্যৰ মৰ্য্যদা বৃদ্ধি কৰাৰ এক অঘোষিত দাবী উত্থাপিত হৈছে ।

এই প্ৰবন্ধত ছাত্ৰ-ছাত্ৰী বুলিলে আমি পঞ্চম শ্ৰেণীৰপৰা দ্বাদশ শ্ৰেণীলৈকে পঢ়ি থকা ল'ৰা-ছোৱালীকহে অন্তৰ্ভুক্ত কৰিব বিচাৰোঁ । লগতে কৈ থোৱা প্ৰয়োজনীয় যে আমাৰ আলোচনা অকল অসমীয়া বিজ্ঞান-সাহিত্যৰ প্ৰেক্ষাপটতহে সীমাবদ্ধ ৰখা হ'ব ।

## অসমত বিজ্ঞান শিক্ষাৰ আৰম্ভণি

ইয়াণ্ডাবু সন্ধি অনুযায়ী ১৮২৬ চনৰ ২৪ফেব্ৰুৱাৰীৰপৰাঅসম বৃটিছৰ অধীনলৈ যায়। তাৰ পাছৰপৰাহে অসমত আধুনিক বিজ্ঞানৰ সূচনা হয় । কিন্তু অসমীয়া লোকক বিজ্ঞান শিক্ষা প্ৰদানৰ প্ৰতি তেওঁলোক আগ্ৰহী নাছিল । হ'লেও ঊনবিংশ শতিকাৰ মাজভাগৰ পৰা বিজ্ঞানক অসমৰ স্কুলীয়া পাঠ্যক্ৰমত এক বিকল্প বিষয় হিচাপে অন্তৰ্ভুক্ত কৰা হয় । তেতিয়া আছিল ১৮৬৪ চন ; স্কুল বুলিবলৈ আছিল মাত্ৰ দুখন ঃ ১৮৩৫ চনত স্থাপিত গুৱাহাটী গভৰ্ণমেণ্ট ছেমিনাৰি (পাছত ১৮৬৬ চনত ই কলেজিয়েট স্কুল ৰূপ লয়) আৰু ১৮৪১ চনত শিৱসাগৰত স্থাপিত আন এখন স্কুল । ১৮৯৯-১৯০০ চনত অসমত হাইস্কুলৰ সংখ্যা মুঠতে ২০ খন হয়গৈ।

সেইকালত খ্ৰিষ্টান মিছনেৰীসকলেহে বিজ্ঞান শিক্ষা প্ৰৱৰ্তনত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল । আচৰিত লাগিলেও, তেওঁলোকে 'মাতৃভাষাতহে (অসমীয়া) বিজ্ঞানৰ শিক্ষা প্ৰদানৰ ব্যৱস্থা কৰিছিল । এইকথা ১৮৫৭ চনত মিছনেৰি চাহাব ডেনফ'ৰ্থৈ মিল্‌ছলৈ প্ৰেৰণ কৰা এটা প্ৰতিবেদনত পোৱা যায় ।

## ঊনৈশ শতিকাত বিজ্ঞান-সাহিত্য সম্ভাৰ

**(ক) আলোচনী-বাতৰিকাকত ঃ** বিজ্ঞান শিক্ষা প্ৰদান কৰিবলৈ লোৱাৰ সমান্তৰালভাৱে মিছনেৰিসকলে অসমীয়া মাধ্যমত বিজ্ঞানৰ পাঠ্যপুথি লিখিবলৈ ল'লে। কিছুমান কিতাপ অনুবাদো কৰিলে। তেওঁলোকক অনুকৰণ কৰি কেইগৰাকীমান অসমীয়া শিক্ষাপ্ৰেমীয়েও অসমীয়া ভাষাত বিজ্ঞানৰ পুথি ৰচনা কৰিবলৈ লয় । এইদৰে ঊনৈশ শতিকাৰ শেষলৈকে কেবাখনো পুথি ছপা হৈ ওলায় ।

পিছে সেই আটাইবোৰ আছিল পাঠ্যপুথি । তেতিয়া বিজ্ঞান-সাহিত্য বুলিবলৈ মুখ্যতঃ আছিল সমকালীন আলোচনীবিলাকত প্ৰকাশ পোৱা দুই-চাৰিটা প্ৰবন্ধ, টোকা, সংবাদ আৰু ছবিহে মাত্ৰ ।



১৮৪৬ চনত অসমীয়া ভাষাৰ প্ৰথম আলোচনী 'অৰুণোদই'ৰ জন্ম হয় । অৰুণোদই আছিল - 'A monthly paper devoted to Religion, Science and General Intelligence' আলোচনীখনত বিভিন্ন বিষয়-বস্তু সম্বলিত ভালেমান বিজ্ঞান প্ৰবন্ধ ওলাইছিল । তাৰ ভিতৰত কেইটামান এনেকুৱা - পৃথিবিৰ আকাৰৰ বিষয়, গ্ৰহৰ বিৱৰন, চন্দ্ৰ সূৰ্জৰ গ্ৰহন, সপ্তৰিসি, ধ্ৰুব আৰু কাচিয়াপিয়া নখত্ৰ, জহনিৰ বিবৰন, চকুৰ বিবৰন, কাচৰ বিবৰন, হিৰা আদি মুকুতাৰ বিবৰন, উট চৰাই, উইৰ কথা, তাপমাপক যন্ত্ৰ, চপাখানাৰ কথা, কূট অংকৰ গননা ইত্যাদি। প্ৰায় ১৬ বছৰকাল ধৰি অৰুনোদই কাকতে বিজ্ঞানৰ বিভিন্ন শাখাৰ নানান ৰচনা আদি প্ৰকাশ কৰিছে । মিছনেৰিসকলৰ এই প্ৰচেষ্টাই অসমীয়া বিজ্ঞান-সাহিত্যৰ বীজটো ৰোপণ কৰি গৈছে ।

১৮৮৫ চনত জন্ম পোৱা আলোচনী 'আসাম-বন্ধু'তো শক্তিবিজ্ঞান, ভূমিকম্প, চৌম্বকাৰ্ষণ, বাৰি বিজ্ঞান, জড়বস্তুৰ বিশেষ বা নৈমিত্তিক গুণ, তড়িৎ বা বিদ্যুতাকৰ্ষণ আদি কিছুমান বিজ্ঞান-সাহিত্য বিষয়ক লেখা প্ৰকাশিত হৈছিল । অসমীয়া সাহিত্যত যুগ সৃষ্টি কৰা 'সমাজ, সাহিত্য, বিজ্ঞান, দৰ্শনাদি বিষয়ৰ মাহেকীয়া আলোচনী 'জোনাকী'তো বিভিন্ন বিষয়ৰ বিজ্ঞান প্ৰবন্ধ প্ৰকাশিত হৈছিল। যেনে-পানী, টেলিফোন বা দূৰশ্ৰৱণ যন্ত্ৰ, বায়ু,ভুঁইকঁপ আৰু তাৰ উপকাৰিতা, গা ভালেই সকলো ভাল, গছ-গছনিৰ উপকাৰিতা, শৰীৰ তত্ত্ব ইত্যাদি । এই আলোচনীখনে 'ঐতিহাসিক, বৈজ্ঞানিক, সামাজিক প্ৰবন্ধহে বিশেষ আদৰণীয়' বুলি বিজ্ঞাপনো দিছিল ।

বিজুলী, বাঁহী, চেতনা, মৌ, আসাম-বান্ধৱ, আৱাহন, মইনা প্ৰভৃতি আলোচনীয়েও বিজ্ঞানৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল । হ'লেও আটাইবোৰ প্ৰবন্ধ স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে সমানে উপাদেয় আছিলনে নাই সঠিক ক'ব পৰা নাযায় ।

**(খ) বিজ্ঞান পুথি ঃ** ১৮৩৬ খ্ৰিষ্টাব্দত অলিভাৰ টি কট্টাৰৰ সহযোগত নাথান ব্ৰাউনে পোন প্ৰথমতে অসমত ছপাশাল স্থাপন কৰে আৰু পুথি ছপা কৰিবলৈ লয়। তেওঁ বকুল কায়স্থৰ 'গণিতৰ পুথি' (১৮৪৫), মিছেছ্ এলিজা ব্ৰাউনৰ 'প্ৰথম গননা' (১৮৪৫), 'ভূগোল শিক্ষক', 'ভূগোল বিবৰন' আদি কিতাপ ছপা কৰে । এইবোৰ পাঠ্যপুথিহে আছিল, বিজ্ঞান-সাহিত্য নহয় । ১৮৫৫ চনত নিধি লেভি ফাৱৰেলে Natural Science in Familiar Dialogue নামৰ কিতাপখনৰ আৰ্হিত লিখি উলিওৱা 'পদাৰ্থবিদ্যা সাৰ' নামে কিতাপ এখন প্ৰকাশিত হয় । এই কিতাপখনে কিঞ্চিৎ পৰিমাণে বিজ্ঞান-সাহিত্যৰ ওচৰ চাপিবলৈ সক্ষম হয় । এনেদৰে ঊনৈশ শতিকাৰ শেষভাগতে অসমীয়া বিজ্ঞান-সাহিত্যই জন্ম লাভ কৰাটো লক্ষণীয় কথা । কিয়নো সেই সময়ত অসমীয়া গদ্য সাহিত্য নিজেই অতি চালুকীয়া অৱস্থাত আছিল ।

## প্ৰাক্ স্বাধীনতা কাল

কুৰি শতিকাৰ আৰম্ভণিৰপৰা স্বাধীনতা লাভৰ সময়লৈকে এই কালছোৱাত পূৰ্বৰ নিচিনাকৈ গতানুগতিক ভাৱেহে বিজ্ঞান-সাহিত্যৰ চৰ্চা চলিছিল — ঠিক জোনাকী যুগৰ দৰেই । ১৯১৬ চনত প্ৰকাশিত সত্যনাথ বৰাৰ পুথি 'আকাশ ৰহস্য'ই পাঠ্যপুথিৰ গণ্ডীৰপৰা বিজ্ঞান-সাহিত্যৰ জগতলৈ ঢাপলি মেলিছিল । ইয়াৰ বাহিৰেও ৰজনীকান্ত বৰদলৈ, তৰুণৰাম ফুকন, কালীৰাম মেধি, জ্ঞানদাভিৰাম বৰুৱা, উমেশ চন্দ্ৰ চৌধাৰী, বিপিনবিহাৰী দাস, ডা° ঘনশ্যাম দাস, ডা° হৰিকৃষ্ণ দাস, ডিম্বেশ্বৰ নেওগ, ড° ৰোহিণী কুমাৰ বৰুৱা আদি সাহিত্য কৰ্মীসকলেও বিভিন্ন আলোচনীত বিজ্ঞানৰ প্ৰবন্ধ লিখিছিল । এনে ব্যক্তিসকলৰ প্ৰচেষ্টাত তেতিয়াই বিজ্ঞান-সাহিত্যই অসমীয়া সাহিত্যৰ এটা অংগ হিচাপে স্থান লাভ কৰাৰ সুযোগ পাইছিল ।

## স্বাধীনতাৰ পাছৰ কালছোৱা

স্বাধীনতাৰ পাছতো দহ-বাৰ বছৰকাল বিজ্ঞান-সাহিত্যৰ জগতখনৰ বিশেষ একো পৰিৱৰ্তন পৰিলক্ষিত নহয় । আনহাতে তদানীন্তন প্ৰধান মন্ত্ৰী নেহৰুৱে দেশৰ সামগ্ৰিক উন্নতিকল্পে বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ উন্নতিসাধনত মনোনিৱেশ কৰিছিল । শিক্ষাজগততো তাৰ প্ৰভাৱ পৰাটো নিশ্চিত হ'ল । এনে প্ৰয়োজনৰ উপলব্ধি মৰ্মে অসমৰ কেইগৰাকীমান উদ্যোগী চিন্তাশীল ব্যক্তিয়ে ১৯৫৩ চনত 'অসম বিজ্ঞান সমিতি'ৰ জন্ম দিয়ে । বৰ্তমান অসম বিজ্ঞান সমিতি অসমৰে নহয়, সমগ্ৰ ভাৰতৰ ভিতৰতে এটা লেখত ল'বলগীয়া স্বেচ্ছাসেৱী অনুষ্ঠানৰূপে গঢ় লৈ উঠিছে । সমিতিৰ অন্যতম প্ৰচেষ্টা হৈছে ছাত্ৰ-ছাত্ৰীৰ (আৰু সৰ্বসাধাৰণৰো) উপযোগীকৈ বিজ্ঞান-সাহিত্যৰ সৃষ্টি কৰা আৰু সমাজত বিজ্ঞান সচেতনতা গঢ়ি তোলা । এনে প্ৰচেষ্টাৰ প্ৰতিফলন ঘটিছে বিজ্ঞান সমিতিৰ বিভিন্ন প্ৰকাশন তথা কৰ্মৰাজিৰ মাজেৰে।

**(ক) বিজ্ঞান জেউতিৰ অৱদান ঃ** ১৯৬১ চনৰপৰা সমিতিয়ে অসমীয়া ভাষাৰ প্ৰথম বিজ্ঞান আলোচনী 'বিজ্ঞান জেউতি' নিয়মীয়াকৈ প্ৰকাশ কৰি আহিছে । প্ৰথমতে অনিশ্চয়তাৰ গৰাহত পৰা এই আলোচনীখনে এতিয়া সুন্দৰকৈ আত্মপ্ৰতিষ্ঠা লাভ কৰিছে । পোনতে ই আছিল তিনিমহীয়া ; যোৱা কেইবছৰমানৰপৰা ইয়াক দুমহীয়া কৰা হৈছে । ঘাইকৈ স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ উদ্দেশ্যে প্ৰকাশ কৰা বিজ্ঞান জেউতিয়ে জনপ্ৰিয় শৈলীত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিভিন্ন বিষয়, নতুন আৱিষ্কাৰ উদ্ভাৱনৰ সংবাদ, সাময়িক গুৰুত্বপূৰ্ণ কেতবোৰ কথা বিজ্ঞানীৰ জীৱনী



আৰু কৰ্মৰাজিৰ উপৰিও মাজে-সময়ে মৌলিক তথা অনূদিত কল্পবিজ্ঞানৰ কাহিনী আদি প্ৰকাশ কৰি আহিছে । ছাত্ৰ-ছাত্ৰীৰ পঠন অভ্যাস গঠন কৰিবলৈ আৰু চিন্তাৰ সুযোগ দিবলৈ তাত কুইজ, শব্দ-শৃংখল আদিও সন্নিবিষ্ট কৰা হৈছে। 'বিজ্ঞান জেউতি'য়েই বৰ্তমানৰ অসমীয়া বিজ্ঞান-সাহিত্যৰ প্ৰায়ভাগ লেখককে সৃষ্টি কৰিছে বুলিলেও ভুল নহ'ব । এনেদৰে ই অসমীয়া বিজ্ঞান-সাহিত্যত এটা সুকীয়া যুগেই সৃষ্টি কৰিছে বুলিব পাৰি । নানান বৈজ্ঞানিক শব্দৰ পৰিভাষা সৃষ্টি কৰি সেইসমূহক সৰ্বজন গ্ৰাহ্য কৰাটো 'বিজ্ঞান জেউতি'ৰ অন্যতম সফলতা ।

**(খ) পুথি প্ৰকাশৰ মাজেদি সমিতিৰ অৱদান ঃ** অসম বিজ্ঞান সমিতিয়ে আজি পৰ্য্যন্ত কমেও এশখন বিভিন্ন বিষয়ৰ, বিভিন্ন স্তৰৰ ছাত্ৰ-ছাত্ৰী আৰু জনসাধাৰণৰ বাবে পুথি প্ৰকাশ কৰি অসমীয়া বিজ্ঞান-সাহিত্যৰ বিকাশ তথা প্ৰসাৰত উল্লেখনীয় অৰিহণা আগ বঢ়াইছে । স্বৰাজোত্তৰ অসমীয়া বিজ্ঞান-সাহিত্যত সমিতিৰ অৰিহণাই সৰ্বাধিক বুলি দাবী কৰিব পাৰি । হ'লেও বাংলা, তামিল, তেলেগু আদি কেইটামান ভাৰতীয় ভাষাৰ তুলনাত অসমীয়া বিজ্ঞান-সাহিত্য এতিয়াও পিছ পৰা বুলি সমীক্ষকসকলে কয় ।

অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা আটাইবোৰ গ্ৰন্থ ছাত্ৰ-ছাত্ৰীৰ বাবে সমানে উপযোগী বুলিব নোৱাৰি । তলত সমিতিৰ দ্বাৰা প্ৰকাশিত ছাত্ৰ-ছাত্ৰীৰ উপযোগী কেইখনমান কিতাপ আৰু সংশ্লিষ্ট গ্ৰন্থকাৰৰ নাম উল্লেখ কৰা হ'ল ঃ আকাশৰ কথা (হৰেন্দ্ৰনাথ কলিতা), তৰংগ জগত (সুৰেন্দ্ৰনাথ মেধি), গণিতৰ কথা (ড° ভূপতি ডেকা), খাদ্যপ্ৰাণৰ কথা (ড° প্ৰতুল চন্দ্ৰ গোস্বামী), সৰীসৃপ (শান্তনু তামুলী), চৰাই (ডিম্বেশ্বৰ চলিহা), নীলিম সলিল ৰাশি, ইক'লজি (ড° সোণেশ্বৰ শৰ্মা), ধেমালিৰ ছলেৰে বিজ্ঞান (পুণ্ডৰীকাক্ষ ভৰালী), ফুলৰ উকাৰ সৰিল (আনন্দদেৱ গোস্বামী), কি কিয় কেনেকৈ (৪ টা খণ্ড - সম্পাদিত), শব্দ, মানুহ আৰু মহাকাশ, আমাৰ বেলিটো (ড° দীনেশ চন্দ্ৰ গোস্বামী), বেক্টেৰিয়া (ডা° দিলীপ কুমাৰ শৰ্মা), চিনাকি বস্তুৰ ভিতৰৰ কথা, প্ৰসিদ্ধ ভাৰতীয় বিজ্ঞানী (ড° ৰমেশ চন্দ্ৰ গোস্বামী, পিছৰখন সম্পাদিত), ডাৰউইন আৰু ক্ৰম-বিকাশ, কম্পিউটাৰ, বিজ্ঞান আৰু সভ্যতা (ড° কুলেন্দু পাঠক), শক্তি, শক্তি সংকট আৰু সৌৰশক্তি (ড° যজ্ঞেশ্বৰ হাতীবৰুৱা), ভূমিকম্প (ড° সূৰ্য্যকান্ত শৰ্মা), ইলেকট্ৰনিক্সৰ ক খ (ড° অখিল কুমাৰ ডেকা), প্ৰাণী জগতত এভুমুকি (ড° অপৰাজিতা বৰকটকী), অসমৰ বিৰল পশু-পক্ষী (ফটিক চন্দ্ৰ গগৈ), গল্পৰ ছলেৰে বিদ্যুৎ প্ৰবাহ (ড° শ্যামাপ্ৰসাদ শৰ্মা), ইলেকট্ৰনৰ পৰা পৰমাণু বোমালৈ (ড° পৰমানন্দ মহন্ত), দহগৰাকী বিজ্ঞানী (চাকিল জামাল), দূৰ অতীতৰ হেৰোৱা জীৱ (ডা° সুৰেশ চন্দ্ৰ ডেকা), সমুদ্ৰৰ কথা (ড° প্ৰদীপ কুমাৰ দাস), ঘৰুৱা ব্যৱহাৰত বিদ্যুৎ (ড° মহেন্দ্ৰনাথ বৰা), শিশু

বৈজ্ঞানিকৰ ঘৰুৱা কাৰখানা (অমৰ দত্ত), আকাশীযানৰ কথা (ক্ষীৰধৰ বৰুৱা), স্বাস্থ্যৰক্ষাৰ খুঁতি-নাটি কথা (ডা° জীৱন চন্দ্ৰ দত্তবৰুৱা), বিশ্বব্ৰহ্মাণ্ডৰ কথা (ড° পৱন চন্দ্ৰ মহন্ত), আজৰি পৰৰ ছকুৰি সাঁথৰ, সম্ভাৱিতা (ড ভুৱনেশ্বৰ চহৰীয়া) ইত্যাদি । তদুপৰি পাঁচটা খণ্ডত প্ৰকাশিত প্ৰাথমিক বিজ্ঞান কোষ (সম্পাদক ড° ভুবন মোহন দাস আৰু দুটা খণ্ডত বিভক্ত বিজ্ঞান অভিধান (প্ৰথম খণ্ডৰ মুখ্য সম্পাদক ড° দীনেশ চন্দ্ৰ গোস্বামী ; দ্বিতীয় খণ্ড প্ৰকাশৰ পথত) ছাত্ৰ-ছাত্ৰীৰ বাবে লাগতিয়াল, মূল্যৱান পুথি ।

**(গ) অন্যান্য প্ৰকাশন প্ৰতিষ্ঠানসমূহৰ অৱিহণা ঃ** অসম বিজ্ঞান সমিতিৰ উপৰিও অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ, অসম শিশু সাহিত্য ন্যাস আৰু ভালেমান ব্যক্তিগত পুথি প্ৰকাশন প্ৰতিষ্ঠানে ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বিজ্ঞান-সাহিত্যৰ বহুতো পুথি প্ৰকাশ কৰিছে । উদাহৰণ স্বৰূপে অসম প্ৰকাশন পৰিষদে ড° কিশোৰী মোহন পাঠকৰ পদাৰ্থ বিজ্ঞানৰ নৱতম বিকাশ, ড° শিৱনাথ বৰ্মণৰ আইনষ্টাইন আৰু পদাৰ্থবিজ্ঞান, ড° দীনেশ চন্দ্ৰ গোস্বামীৰ বিশ্বব্ৰহ্মাণ্ড, ড° বিনয় কুমাৰ তামুলীৰ বিশ্বৰহস্য আদি মূল্যৱান গ্ৰন্থ প্ৰকাশ কৰিছে । পৰিষদে প্ৰকাশ কৰা অসমীয়া বিশ্বকোষতো বিজ্ঞানৰ প্ৰৱিষ্টি (entry) সন্নিবিষ্ট কৰিছে । অসম সাহিত্য সভায়ো 'শিশু জ্ঞানকোষ'ৰ তৃতীয় খণ্ডটোত সম্পূৰ্ণৰূপে বিজ্ঞানকে স্থান দিছে । সভাৰ অন্যান্য বিজ্ঞান প্ৰকাশনো কিছুমান আছে । প্ৰবন্ধৰ নাতি-দীৰ্ঘতাৰ খাতিৰত প্ৰকাশন প্ৰতিষ্ঠান তথা লেখকৰ নাম উল্লেখ নকৰি অকল ছাত্ৰ-ছাত্ৰীৰ উপযোগী কেইখনমান (ঘাইকৈ ব্যক্তিগত প্ৰকাশকৰদ্বাৰা প্ৰকাশিত) কিতাপৰ নামহে উনুকিওৱা হ'ল ঃ সংযোগ, পদাৰ্থবিজ্ঞানৰ মনোৰম জগতখন, বিজ্ঞান সঁফুৰা, কুৰিজন বিজ্ঞানী, কৃত্ৰিম উপগ্ৰহ, সাগৰৰ কথা, ৰং ৰং নানা ৰং, প্ৰদূষণ, সাগৰ দেখাৰ সাগৰ, বিৱৰ্তনৰ পথত মানৱ, উদ্ভিদ বিজ্ঞানৰ সাধু, টমাছ আলভা এডিছন, চন্দ্ৰ অভিযান, ভিটামিন আৰু কেন্সাৰ, দুৰ্ঘটনাত প্ৰথম সহায়, এড়ী-মুগা-পাট, ৰোগ আৰু পথ্য, সঠিক আহাৰ সবল দেহ, প্লাষ্টিক ৰবৰ আৰু ৰেচম সূতাৰ বিস্ময়কৰ কাহিনী, এইড্ছ, পদাৰ্থ বিজ্ঞানৰ খেলা, বিজ্ঞান-বিজ্ঞানী আৰু দেশ-বিদেশ, আৰ্কিমিডিছ, আলেকজেণ্ডাৰ গ্ৰাহামবেল আদি কেইখনমান শিশু উপযোগী জীৱনী, কোৱাণ্টাম ধাৰণাৰ উৎপত্তি আৰু বিকাশ, পৰমাণু আৰু পাৰমাণৱিক কণাৰ আৱিষ্কাৰ, আধুনিক টেলিভিছন, বৰেণ্য ভাৰতীয় বিজ্ঞানী, ভয়ংকৰ ভৱিষ্যৎ, টংক মামাৰ অংক সাধু ইত্যাদি । উল্লিখিত পুথিসমূহত বিষয় বস্তুৰ ভিন্নতা মন কৰিবলগীয়া ।

## অনুবাদত অসমীয়া বিজ্ঞান-সাহিত্য

মৌলিক গ্ৰন্থৰ উপৰিও যোৱা ত্ৰিছটামান বছৰৰ ভিতৰত কেইখনমান বিজ্ঞান



সাহিত্য বিষয়ক পুথি অনূদিত হৈছে । উল্লেখনীয় যে National Book Trust, India ৰ দ্বাৰা প্ৰকাশিত কেবাখনো সৰু-বৰ পুথি এনে তালিকাৰ ভিতৰত পৰে । ছাত্ৰৰ উপযোগী কেইখনমান অনূদিত পুথি হৈছে - বিজ্ঞানৰ বিচিত্ৰ কাহিনী (মূল - মঃ কুদৰৎ ইখুদা, অনু. আহমেদ হুছেইন), ৰহস্যময় বিশ্ব (জেম্‌ছ জিন্‌ছ - যোগেন্দ্ৰনাথ শইকীয়া), চকা কেনেকৈ ঘূৰে (- অমূল্য কুমাৰ হাজৰিকা), মানুহ আৰু যন্ত্ৰ (- পদ্ম বৰকটকী), চন্দ্ৰলোকলৈ (জুল ভাৰ্ন - ড° অনিল কুমাৰ শৰ্মা), বিলুপ্ত জগত (আৰ্থাৰ কনান ডয়েল - ৰায়হান শ্বাহ), পৰমাণুৰ কথা (ধনৱন্ত কিশোৰ গুপ্ত - ড° দীনেশ চন্দ্ৰ গোস্বামী), পৃথিৱীৰ কথা (ধনৱন্ত কিশোৰ গুপ্ত - ড° ৰমেশ চন্দ্ৰ গোস্বামী), ভূগৰ্ভলৈ যাত্ৰা (জুল ভাৰ্ন - মঃ আব্দুল মজিদ খান), অদৃশ্য মানৱ (- হেমলতা দাস, পাছত আকৌ আব্দুল মজিদ খান) সাগৰৰ তলিয়েদি কুৰি হেজাৰ লীগ (জুল ভাৰ্ন - ড° দীনেশ চন্দ্ৰ গোস্বামী), ২০০১ - এখন মহাকাশ অ'ডিছি (আৰ্থাৰ ছি ক্লাৰ্ক - ড° দীনেশ চন্দ্ৰ গোস্বামী), বিশ্বলোক যাত্ৰা (নাৰ্লিকাৰ - বীৰেন্দ্ৰ কুমাৰ বৰুৱা), আজিৰ মহাকাশ (মোহন সুন্দৰ ৰাজন - ড° কুলেন্দু পাঠক), ভাৰতৰ বিপন্ন প্ৰাণী আৰু ইহঁতৰ সংৰক্ষণ (এছ. এম. নায়াৰ - প্ৰমোদ চন্দ্ৰ তামুলী) ইত্যাদি । এইসমূহো বিজ্ঞান সাহিত্যত মূল্যবান সংযোজন । ইয়াৰ বহুকেইখন পুথি সকলো ধৰণৰ পাঠকৰ বাবেও উপযোগী ।

## 'দৃষ্টি' আৰু তাৰ ভূমিকা

অসমীয়া বিজ্ঞান সাহিত্যত এক নতুন আৰু একক সংযোজন হৈছে ড° দীনেশ চন্দ্ৰ গোস্বামীৰ চিন্তা প্ৰসূত আৰু তেখেতৰ দ্বাৰাই সম্পাদিত 'দৃষ্টি' । ১৯৮৪ চনৰপৰা প্ৰতি দুমাহৰ মূৰে মূৰে প্ৰকাশিত এই বিশেষ আলোচনীখন অসমীয়া ভাষাত "বিজ্ঞানৰ একোটা বিষয় বিশদভাৱে আলোচনা কৰা একমাত্ৰ ভাৰতীয় পত্ৰিকা" । সৰ্বসাধাৰণ পাঠকৰ বুলি দাবী কৰিলেও পত্ৰিকাখনত স্থান পোৱা বিষয়সমূহে কলেজীয়া স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ অধিক উপকাৰ সাধন কৰে বুলি ধাৰণা হয় । 'দৃষ্টি'ৰ প্ৰতিটো বিষয়েই দৰাচলতে একোখন স্বয়ং সম্পূৰ্ণ কিতাপ । 'দৃষ্টি'ত পৰিৱেশন কৰা কেতবোৰ বিষয় হৈছে ঃ আহাৰ আৰু পুষ্টি (প্ৰথম সংখ্যা), ধাতু আৰু মানুহ, আমাৰ দূষিত পৰিৱেশ, অণুজীৱৰ জগতখন, ফৰেনছিক বিজ্ঞান, আমাৰ সৌৰজগত, চাহ, পৰমাণু শক্তি, গণিত জগতৰ কথা, জুই, যাতায়াতৰ

---

**সম্পাদকৰ টোকা ঃ**

১৯৮৮ চনৰপৰা শান্তনু তামুলীৰ সম্পাদনাত প্ৰতিমাহে বিজ্ঞান আলোচনী 'নতুন আৱিষ্কাৰ' প্ৰকাশ পাই আহিছে । শিশু আৰু ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ সম্পাদিত 'নতুন আৱিষ্কাৰ' বৰ্তমান সৰ্বাধিক প্ৰচাৰিত বিজ্ঞান আলোচনী ।

ব্যৱস্থা, কাগজৰ কথা, গাখীৰৰ কথা, ইলেকট্ৰনিকছ, সংযোগ ব্যৱস্থা, শক্তিৰ বিভিন্ন উৎস, পেষ্ট নিয়ন্ত্ৰণ, ভূমিকম্প, তেলৰ কাহিনী, লেজাৰ, সময়ৰ কথা ইত্যাদি । এই আলোচনীখনে ছাত্ৰ-ছাত্ৰীক বিভিন্ন বিষয়ৰ বিস্তৃত জ্ঞানৰ যোগান ধৰি আহিছে।

## বৰ্তমানৰ আলোচনী আৰু বাতৰিকাকতত বিজ্ঞান-সাহিত্য

ইতিমধ্যেই উনুকিওৱা হৈছে যে অসমীয়া বিজ্ঞান সাহিত্যৰ অভিসূচনাৰেপৰা আলোচনী আৰু বাতৰি কাকতসমূহে বিজ্ঞানৰ লেখনী প্ৰকাশ কৰি আহিছে । আজিও তাৰ ব্যতিক্ৰম চকুত নপৰে । বৰ্তমান সময়তো প্ৰায় আটাইবোৰ বাতৰি কাকত আৰু আলোচনীত সমকালীন গুৰুত্ব থকা বিষয়কে ধৰি বিভিন্ন বিষয়ৰ বিজ্ঞান লেখনীয়ে সন্মানজনক স্থান দখল কৰে । বৰ্তমানৰ শীৰ্ষস্থানীয় জনপ্ৰিয় আলোচনী 'প্ৰান্তিক', শিশু আলোচনী 'মৌচাক', 'আজৰিৰ জিলিঙনি', 'অকণিৰ অগ্ৰদূত', আগশাৰীৰ বাতৰিকাকত 'অসম বাণী', 'অগ্ৰদূত', 'আজিৰ অসম', 'আমাৰ অসম', 'আজিৰ বাতৰি', 'দৈনিক জনমভূমি' প্ৰভৃতিয়ে উক্ত কথাৰ সাক্ষ্য বহন কৰে । প্ৰকাশৰ এনে বিস্তৃতিয়ে এচাম নতুন বিজ্ঞান লেখকৰো সৃষ্টি কৰিছে ।

**সম্পাদকৰ টোকা ঃ**
বৰ্তমান 'সফুঁৰা আলোচনী আৰু 'বুধবাৰ কাকতখনৰ প্ৰকাশ বন্ধ হৈ আছে ।

সম্পূৰ্ণ বিজ্ঞান সাহিত্যৰ আলোচনী 'বিজ্ঞান জেউতি'ৰ বিষয়ে ইতিমধ্যেই আলোচনা কৰা হৈছে । 'বিজ্ঞান জেউতি'ৰ উপৰিও মাজে মাজে দুই-এখন বিজ্ঞান আলোচনীয়ে কিছুদিনৰ বাবে ভুমুকি মৰা চকুত পৰে । উদাহৰণ স্বৰূপে এনেবোৰ আলোচনীলৈ আঙুলিয়াব পাৰি - ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা প্ৰকাশিত 'পদাৰ্থ বিজ্ঞান পত্ৰিকা' (প্ৰথম প্ৰকাশ ১৯৭৫-৭৬), 'কটন কলেজ বিজ্ঞান সন্থাৰ আলোচনী' (১৯৬৯-৭০), একে সংস্থাৰে 'স্পন্দন' (১৯৭৪-৭৫), অসম বিজ্ঞান সমিতিৰ নলবাৰী শাখাৰ 'বিজ্ঞান পত্ৰ' (১৯৮৭), নগাঁও শাখাৰ 'বিজ্ঞান বৰ্ণালী' (১৯৮৯), উত্তৰ লক্ষীমপুৰ শাখাৰ 'বিজ্ঞান বাৰ্তা (১৯৮৩), ধেমাজি শাখাৰ 'পৰমাণু', দুলীয়াজান শাখাৰ 'বিজ্ঞান বৰ্ণালী' আদি । 'বিজ্ঞান জেউতি'ৰ অনুকৰণত লোৱা এইবোৰ প্ৰচেষ্টা অৱশ্যে দীৰ্ঘদিনীয়া নহ'ল ।

বৰ্তমান বন্ধপ্ৰায় হোৱা এখন বিজ্ঞান আলোচনী 'বিজ্ঞান সঁফুৰা' আছিল অসম ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থাৰদ্বাৰা প্ৰকাশিত । অসম গণিত শিক্ষায়তনে 'গণিত বিকাশ' নামৰ এখন বিজ্ঞান সাহিত্যৰ ছমহীয়া আলোচনী কেবাবছৰ ধৰি প্ৰকাশ কৰি আছে ; ই ছাত্ৰ-ছাত্ৰীক গণিত বিষয়ত সহায় কৰিছে । ব্যক্তিগত খণ্ডতো 'বিজ্ঞান ভাৰতী', 'জ্ঞান-বিজ্ঞান', 'স্বাস্থ্য', 'স্বাস্থ্যচিন্তা' ইত্যাদি আলোচনী প্ৰকাশিত হৈছে। কিছুমানৰ এতিয়া মৃত্যুও ঘটিছে, কিছুমান ছেগাছোৰোকাকৈ চলি আছে ।



## অনাতাঁৰ মাধ্যমৰ ভূমিকা

বিশেষকৈ হাইস্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বিজ্ঞান-সাহিত্য পৰিৱেশন কৰাত যোৱা কুৰি-পঁচিছ বছৰে গুৱাহাটী আৰু ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰই যুটীয়াভাৱে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে । এই মাধ্যমত উপস্থাপন পদ্ধতি যেনে, উপাদেয়, বিষয়-বস্তু নিৰ্বাচনো তেনে সুন্দৰ । বিদ্যাৰ্থীৰ অনুষ্ঠানৰ যোগেদি প্ৰচাৰ কৰি অহা পদাৰ্থবিজ্ঞান, পৰিৱেশ, জীৱ-বিজ্ঞান আদিৰ অন্তৰ্গত বিষয়বস্তু ৰূপকসমূহৰ উপস্থাপন পদ্ধতি যিকোনো উন্নত ভাৰতীয় ভাষাৰ সৈতে ফেৰ মাৰিব পৰা পৰ্য্যায়ৰ। ড° দীনেশ চন্দ্ৰ গোস্বামীৰদ্বাৰা পথ-প্ৰদৰ্শিত এই পদ্ধতি অনুসৰণ কৰি ড° ৰমেশ চন্দ্ৰ গোস্বামী, দীনেশ বৈশ্য আদি কেইগৰাকীমান বিজ্ঞান-সাহিত্য কৰ্মীয়েও মানবিশিষ্ট অনাতাঁৰ ৰূপকৰ সৃষ্টি কৰিছে । ড° দীনেশ চন্দ্ৰ গোস্বামীৰ 'বিজ্ঞানীৰ সৈতে কাল্পনিক সাক্ষাৎকাৰ' অনাতাঁৰ মাধ্যমত প্ৰচাৰিত আন এক আকৰ্ষণীয় সৃষ্টি। বিদ্যাৰ্থীৰ অনুষ্ঠানৰ উপৰিও অনাতাঁৰ কেন্দ্ৰই নতুন দিগন্ত, বিশ্ববিদ্যালয় সম্প্ৰচাৰ, অকণিৰ মেল আদি একাধিক অনুষ্ঠানৰ যোগেদি বিজ্ঞান-সাহিত্য পৰিৱেশন কৰি আহিছে ।

টেলিভিছনো বিজ্ঞান-সাহিত্য পৰিৱেশনৰ এক বলিষ্ঠ মাধ্যম । কিন্তু এতিয়ালৈকে অসমীয়া বিজ্ঞান-সাহিত্যই টেলিভিছনত বিশেষ স্থান লাভ কৰা নাই। যিকেইটা অনুষ্ঠান প্ৰচাৰিত হৈছে তাৰ প্ৰায় ভাগেই সাধাৰণ মনোগ্ৰাহীকৈ প্ৰস্তুত কৰা হৈছে । আমি ভাবোঁ, এই মাধ্যমটোৱে ভৱিষ্যতে অসমীয়া বিজ্ঞান-সাহিত্যৰ প্ৰচাৰৰ ক্ষেত্ৰত যথেষ্ট কৰিবলগীয়া আছে ।

## কল্পবিজ্ঞান সাহিত্যৰ বৰঙণি

বিজ্ঞান আধাৰিত গল্পসম্ভাৰ আৰু উপন্যাসসমূহেও অসমীয়া বিজ্ঞান-সাহিত্যত এখন সুকীয়া আসন দখল কৰি আছে । অৱশ্যে আমাৰ সাহিত্যত এনে ধৰণৰ লিখক কম । এইক্ষেত্ৰত ঘাইকৈ ড° বিজয়কৃষ্ণ দেৱশৰ্মা আৰু ড° দীনেশ চন্দ্ৰ গোস্বামীৰ (বৰ্তমান সময়ত এখেত অপ্ৰতিদ্বন্দ্বী যেন পৰিলক্ষিত হৈছে) নামহে ল'ব পাৰি । কিছু কম পৰিমাণে লিখা ব্যক্তিসকলৰ ভিতৰত কবি নৱকান্ত বৰুৱা, অমূল্য কুমাৰ হাজৰিকা, শান্তনু তামূলী, ৰঞ্জু হাজৰিকা, বন্দিতা ফুকন, চাকিল জামাল, ডা° মিহিৰ গোস্বামী আদিৰ নাম উল্লেখযোগ্য । ছাত্ৰ-ছাত্ৰীৰ উপযোগী বুলিলে ড° বিজয়কৃষ্ণ দেৱশৰ্মাৰ 'চন্দ্ৰলোকত প্ৰথম মানুহ', ড° দীনেশ চন্দ্ৰ গোস্বামীৰ 'ট্ৰাইটনৰ অভিযান', নৱকান্ত বৰুৱাৰ 'অপদাৰ্থ' আদি আঙুলিয়াব পৰা যায় । শান্তনু তামূলী অনূদিত 'ইলেকট্ৰনিক নামৰ ল'ৰাটো' ( ইতিমধ্যে ২০,০০০

ব্যৱস্থা, কাগজৰ কথা, গাখীৰৰ কথা, ইলেকট্ৰনিকছ, সংযোগ ব্যৱস্থা, শক্তিৰ বিভিন্ন উৎস, পেষ্ট নিয়ন্ত্ৰণ, ভূমিকম্প, তেলৰ কাহিনী, লেজাৰ, সময়ৰ কথা ইত্যাদি । এই আলোচনীখনে ছাত্ৰ-ছাত্ৰীক বিভিন্ন বিষয়ৰ বিস্তৃত জ্ঞানৰ যোগান ধৰি আহিছে।

## বৰ্তমানৰ আলোচনী আৰু বাতৰিকাকতত বিজ্ঞান-সাহিত্য

ইতিমধ্যেই উনুকিওৱা হৈছে যে অসমীয়া বিজ্ঞান সাহিত্যৰ অভিসূচনাৰেপৰা আলোচনী আৰু বাতৰি কাকতসমূহে বিজ্ঞানৰ লেখনী প্ৰকাশ কৰি আহিছে । আজিও তাৰ ব্যতিক্ৰম চকুত নপৰে । বৰ্তমান সময়তো প্ৰায় আটাইবোৰ বাতৰি কাকত আৰু আলোচনীত সমকালীন গুৰুত্ব থকা বিষয়কে ধৰি বিভিন্ন বিষয়ৰ বিজ্ঞান লেখনীয়ে সন্মানজনক স্থান দখল কৰে । বৰ্তমানৰ শীৰ্ষস্থানীয় জনপ্ৰিয় আলোচনী 'প্ৰান্তিক', শিশু আলোচনী 'মৌচাক', 'আজৰিৰ জিলিঙনি', 'অকণিৰ অগ্ৰদূত', আগশাৰীৰ বাতৰিকাকত 'অসম বাণী', 'অগ্ৰদূত', 'আজিৰ অসম', 'আমাৰ অসম', 'আজিৰ বাতৰি', 'দৈনিক জনমভূমি' প্ৰভৃতিয়ে উক্ত কথাৰ সাক্ষ্য বহন কৰে । প্ৰকাশৰ এনে বিস্তৃতিয়ে এচাম নতুন বিজ্ঞান লেখকৰো সৃষ্টি কৰিছে ।

**সম্পাদকৰ টোকা ঃ**
বৰ্তমান 'সফুঁৰা আলোচনী আৰু 'বুধবাৰ কাকতখনৰ প্ৰকাশ বন্ধ হৈ আছে ।

সম্পূৰ্ণ বিজ্ঞান সাহিত্যৰ আলোচনী 'বিজ্ঞান জেউতি'ৰ বিষয়ে ইতিমধ্যেই আলোচনা কৰা হৈছে । 'বিজ্ঞান জেউতি'ৰ উপৰিও মাজে মাজে দুই-এখন বিজ্ঞান আলোচনীয়ে কিছুদিনৰ বাবে ভুমুকি মৰা চকুত পৰে । উদাহৰণ স্বৰূপে এনেবোৰ আলোচনীলৈ আঙুলিয়াব পাৰি - ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা প্ৰকাশিত 'পদাৰ্থ বিজ্ঞান পত্ৰিকা' (প্ৰথম প্ৰকাশ ১৯৭৫-৭৬), 'কটন কলেজ বিজ্ঞান সন্থাৰ আলোচনী' (১৯৬৯-৭০), একে সংস্থাৰে 'স্পন্দন' (১৯৭৪-৭৫), অসম বিজ্ঞান সমিতিৰ নলবাৰী শাখাৰ 'বিজ্ঞান পত্ৰ' (১৯৮৭), নগাঁও শাখাৰ 'বিজ্ঞান বৰ্ণালী' (১৯৮৯), উত্তৰ লক্ষীমপুৰ শাখাৰ 'বিজ্ঞান বাৰ্তা (১৯৮৩), ধেমাজি শাখাৰ 'পৰমাণু', দুলীয়াজান শাখাৰ 'বিজ্ঞান বৰ্ণালী' আদি । 'বিজ্ঞান জেউতি'ৰ অনুকৰণত লোৱা এইবোৰ প্ৰচেষ্টা অৱশ্যে দীৰ্ঘদিনীয়া নহ'ল ।

বৰ্তমান বন্ধপ্ৰায় হোৱা এখন বিজ্ঞান আলোচনী 'বিজ্ঞান সঁফুৰা' আছিল অসম ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থাৰদ্বাৰা প্ৰকাশিত । অসম গণিত শিক্ষায়তনে 'গণিত বিকাশ' নামৰ এখন বিজ্ঞান সাহিত্যৰ ছমহীয়া আলোচনী কেবাবছৰ ধৰি প্ৰকাশ কৰি আছে ; ই ছাত্ৰ-ছাত্ৰীক গণিত বিষয়ত সহায় কৰিছে । ব্যক্তিগত খণ্ডতো 'বিজ্ঞান ভাৰতী', 'জ্ঞান-বিজ্ঞান', 'স্বাস্থ্য', 'স্বাস্থ্যচিন্তা' ইত্যাদি আলোচনী প্ৰকাশিত হৈছে। কিছুমানৰ এতিয়া মৃত্যুও ঘটিছে, কিছুমান ছেগাছোৰোকাকৈ চলি আছে ।



## অনাতাঁৰ মাধ্যমৰ ভূমিকা

বিশেষকৈ হাইস্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বিজ্ঞান-সাহিত্য পৰিৱেশন কৰাত যোৱা কুৰি-পঁচিছ বছৰে গুৱাহাটী আৰু ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰই যুটীয়াভাৱে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে । এই মাধ্যমত উপস্থাপন পদ্ধতি যেনে, উপাদেয়, বিষয়-বস্তু নিৰ্বাচনো তেনে সুন্দৰ । বিদ্যাৰ্থীৰ অনুষ্ঠানৰ যোগেদি প্ৰচাৰ কৰি অহা পদাৰ্থবিজ্ঞান, পৰিৱেশ, জীৱ-বিজ্ঞান আদিৰ অন্তৰ্গত বিষয়বস্তু ৰূপকসমূহৰ উপস্থাপন পদ্ধতি যিকোনো উন্নত ভাৰতীয় ভাষাৰ সৈতে ফেৰ মাৰিব পৰা পৰ্য্যায়ৰ। ড° দীনেশ চন্দ্ৰ গোস্বামীৰদ্বাৰা পথ-প্ৰদৰ্শিত এই পদ্ধতি অনুসৰণ কৰি ড° ৰমেশ চন্দ্ৰ গোস্বামী, দীনেশ বৈশ্য আদি কেইগৰাকীমান বিজ্ঞান-সাহিত্য কৰ্মীয়েও মানবিশিষ্ট অনাতাঁৰ ৰূপকৰ সৃষ্টি কৰিছে । ড° দীনেশ চন্দ্ৰ গোস্বামীৰ 'বিজ্ঞানীৰ সৈতে কাল্পনিক সাক্ষাৎকাৰ' অনাতাঁৰ মাধ্যমত প্ৰচাৰিত আন এক আকৰ্ষণীয় সৃষ্টি। বিদ্যাৰ্থীৰ অনুষ্ঠানৰ উপৰিও অনাতাঁৰ কেন্দ্ৰই নতুন দিগন্ত, বিশ্ববিদ্যালয় সম্প্ৰচাৰ, অকণিৰ মেল আদি একাধিক অনুষ্ঠানৰ যোগেদি বিজ্ঞান-সাহিত্য পৰিৱেশন কৰি আহিছে ।

টেলিভিছনো বিজ্ঞান-সাহিত্য পৰিৱেশনৰ এক বলিষ্ঠ মাধ্যম । কিন্তু এতিয়ালৈকে অসমীয়া বিজ্ঞান-সাহিত্যই টেলিভিছনত বিশেষ স্থান লাভ কৰা নাই। যিকেইটা অনুষ্ঠান প্ৰচাৰিত হৈছে তাৰ প্ৰায় ভাগেই সাধাৰণ মনোগ্ৰাহীকৈ প্ৰস্তুত কৰা হৈছে । আমি ভাবোঁ, এই মাধ্যমটোৱে ভৱিষ্যতে অসমীয়া বিজ্ঞান-সাহিত্যৰ প্ৰচাৰৰ ক্ষেত্ৰত যথেষ্ট কৰিবলগীয়া আছে ।

## কল্পবিজ্ঞান সাহিত্যৰ বৰঙণি

বিজ্ঞান আধাৰিত গল্পসম্ভাৰ আৰু উপন্যাসসমূহেও অসমীয়া বিজ্ঞান-সাহিত্যত এখন সুকীয়া আসন দখল কৰি আছে । অৱশ্যে আমাৰ সাহিত্যত এনে ধৰণৰ লিখক কম । এইক্ষেত্ৰত ঘাইকৈ ড° বিজয়কৃষ্ণ দেৱশৰ্মা আৰু ড° দীনেশ চন্দ্ৰ গোস্বামীৰ (বৰ্তমান সময়ত এখেত অপ্ৰতিদ্বন্দ্বী যেন পৰিলক্ষিত হৈছে) নামহে ল'ব পাৰি । কিছু কম পৰিমাণে লিখা ব্যক্তিসকলৰ ভিতৰত কবি নৱকান্ত বৰুৱা, অমূল্য কুমাৰ হাজৰিকা, শান্তনু তামুলী, ৰঞ্জু হাজৰিকা, বন্দিতা ফুকন, চাকিল জামাল, ডা° মিহিৰ গোস্বামী আদিৰ নাম উল্লেখযোগ্য । ছাত্ৰ-ছাত্ৰীৰ উপযোগী বুলিলে ড° বিজয়কৃষ্ণ দেৱশৰ্মাৰ 'চন্দ্ৰলোকত প্ৰথম মানুহ', ড° দীনেশ চন্দ্ৰ গোস্বামীৰ 'ট্ৰাইটনৰ অভিযান', নৱকান্ত বৰুৱাৰ 'অপদাৰ্থ' আদি আঙুলিয়াব পৰা যায় । শান্তনু তামুলী অনূদিত 'ইলেকট্ৰনিক নামৰ ল'ৰাটো' ( ইতিমধ্যে ২০,০০০

বৰো অধিক কপি বিক্ৰী হৈছে ) আৰু আব্দুল মজিদ খান অনূদিত 'অদৃশ্য মানৱ (পূৰ্বতে হেমলতা দাসৰ) আন দুখন এনেকুৱা পুথি ।

## কলাৰ মাধ্যমেৰে বিজ্ঞান

কেৰালা শাস্ত্ৰ-সাহিত্য পৰিষদ আৰু মহাৰাষ্ট্ৰ বিজ্ঞান সমিতিৰ পদক্ষেপৰ অনুকৰণত কেন্দ্ৰীয় চৰকাৰে ১৯৮৫ চনৰপৰা বিজ্ঞান জনপ্ৰিয়কৰণৰ উদ্দেশ্যে 'ভাৰত জনবিজ্ঞান যাত্ৰা' নাম দি জনসাধাৰণৰ মাজত বিজ্ঞান সচেতনতা গঢ়ি তোলাৰ প্ৰচেষ্টা চলাইছে । অসম বিজ্ঞান সমিতিয়েও এই প্ৰচেষ্টাত অংশ গ্ৰহণ কৰি কলাৰ মাধ্যমেৰে বিজ্ঞানৰ বতৰা বিলাবলৈ যত্ন কৰিছে । তাৰ ফলত জনসাধাৰণৰ লগতে ছাত্ৰ-ছাত্ৰীৰো উপকাৰত অহা বিজ্ঞান-সাহিত্য সৃষ্টি হৈছে । অৱশ্যে সেয়া পৰিমাণত তাকৰীয়া । এনে সৃষ্টিত বাটকটীয়া ড° শ্যামা প্ৰসাদ শৰ্মা প্ৰমুখ্যে মুষ্টিমেয় কেইগৰাকীমানেহে অৰিহণা যোগাইছে ।

## উপসংহাৰ

ওপৰৰ আলোচনাত অসমীয়া বিজ্ঞান-সাহিত্য জগতখনৰ কেইটামান কথাৰ ওপৰত সামান্যভাৱে আলোকপাত কৰা হৈছে । ইয়াৰ পৰাই বুজিব পাৰি যে প্ৰাক্-স্বাধীনতাৰ কালছোৱাৰ তুলনাত বৰ্তমান অসমীয়া বিজ্ঞান-সাহিত্য বহু উন্নত, পঠন সামগ্ৰীও ভালেখিনি বৃদ্ধি হৈছে । একেদৰে বৃদ্ধি পাইছে যেন লাগে পাঠকো – অৰ্থাৎ ছাত্ৰ-ছাত্ৰীও । তথাপিও কেইটামান আসোঁৱাহ চকুত নপৰা নহয় । যেনে, (১) এতিয়াও শিল্পোদ্যোগ আৰু প্ৰযুক্তি বিদ্যাৰ বিষয়ে লিখা কিতাপ আৰু প্ৰবন্ধ অভাৱ অনুভূত হয় । (২) ছাত্ৰ-ছাত্ৰীৰ বয়স আৰু বোধগম্যতাৰ দিশলৈ লক্ষ্য নকৰাকৈও কোনো কোনো বিষয়-বস্তু পৰিৱেশন কৰা হয় । লগতে ভাষাৰ সৰলতাৰ কথাতো নিয়ন্ত্ৰণ হেৰুৱাই পেলোৱা দেখা যায় । ফলত তেনে লেখনী ছাত্ৰ-ছাত্ৰীয়ে আগ্ৰহেৰে গ্ৰহণ নকৰে । আমাৰ বোধেৰে বিষয়-বস্তু পাঠ্যপুথিৰ অন্তৰ্গত বিষয় আৰু তাৰ আনুসংগিক হোৱা হ'লে ছাত্ৰ-ছাত্ৰীৰ অধিক উপকাৰত আহে । উদাহৰণ স্বৰূপে কোনো তত্ত্ব আদিৰ আৱিষ্কাৰৰ বুৰঞ্জী পাঠ্যপুথিয়ে সন্নিবিষ্ট কৰা সম্ভৱ নহয় ; কিছুমান কথা পাঠ্যপুথিত গণিতৰ আলম নহ'লে উপস্থাপন কৰা সম্ভৱ নহয় । এইবোৰ কামত বিজ্ঞান-সাহিত্যৰ প্ৰয়োজন । (৩) বহুক্ষেত্ৰত বিজ্ঞান-সাহিত্যৰ পুথি বেছি পৰিমাণে বিজ্ঞান ৰচনাধৰ্মীহে হোৱা দেখা যায় । সাহিত্য ৰসৰ অভাৱ পৰিলক্ষিত হয় ।

এনেবোৰ পৰিস্থিতিয়ে আলোচ্য পৰিসীমাৰ ভিতৰৰ বিজ্ঞান-সাহিত্যৰ ক্ষেত্ৰখন কিছু পৰিমাণে নিশকতীয়া আৰু অনাকৰ্ষণীয় কৰি ৰাখিছে । সেইবোৰ জাৰি-



জোকাৰি পেলাবলৈ আজিৰ অভিজ্ঞতাপুষ্ট অসমীয়া বিজ্ঞান-সাহিত্য কৰ্মীসকলে দৃঢ় সংকল্প লোৱাৰ সময় আহি পৰিছে । ভৱিষ্যত প্ৰজন্মৰ বাবে আমি প্ৰশস্ত পথ প্ৰদৰ্শন নকৰিলে আজিৰ তুমুল প্ৰতিযোগিতাৰ দিনত অসমীয়া ভাষাত শিক্ষা গ্ৰহণকাৰীসকল পুতৌ লগাকৈ পিছ পৰি ৰ'ব । ইংৰাজীতে স্কুলীয়া শিক্ষা গ্ৰহণ কৰা ছাত্ৰ-ছাত্ৰীৰ বাবে **National Book Trust, India, CSIR** ৰ **National Institute for Science Communications, Childrens Book Trust** প্ৰভৃতি চৰকাৰী আৰু বহুতো নামজ্বলা ব্যক্তিগত প্ৰকাশন প্ৰতিষ্ঠানে অসংখ্য উপাদেয় বিজ্ঞান-সাহিত্যৰ পুথি আদি প্ৰকাশ কৰিছে । তেনে আৰ্হিত অসমীয়াতো সতৰ্কতাৰে ছাত্ৰ-ছাত্ৰীৰ উপযোগী মৌলিক আৰু অনূদিত নতুন নতুন গ্ৰন্থাদি প্ৰস্তুত কৰাৰ বাস্তৱানুগ আঁচনি ল'ব লাগে । অসমৰ অ'ত ত'ত অনুষ্ঠিত হৈ থকা গ্ৰন্থমেলাসমূহত শিশু আৰু চেমনীয়াৰ বাবে বিজ্ঞান পুথি বিচাৰি বিমুখ হোৱা অভিভাৱকৰ পিনলৈ চাই অসমীয়া বিজ্ঞান-সাহিত্যৰ আশাপ্ৰদ ভৱিষ্যত প্ৰত্যক্ষ কৰা যায় । গতিকে লেখক আৰু প্ৰকাশকসকলে জীৱনমুখি, বাস্তৱানুগ সাহিত্যৰ স্বাদসিক্ত মূল্যৱান বিজ্ঞান-সাহিত্য পৰিৱেশন কৰিব লাগে । তেতিয়াহে সমাজত আমাৰ ছাত্ৰ-ছাত্ৰীয়ে সুবিধাজনক স্থান দখল কৰিব পাৰিব আৰু লগতে আমাৰ বিজ্ঞান-সাহিত্যৰ স্থিতিও হ'ব গৌৰৱোজ্জ্বল ।■

# অসমীয়া বিশ্বকোষত বিজ্ঞান

ৰথীন্দ্ৰনাথ গোস্বামী

কৌতূহলক প্ৰধান অনুপ্ৰেৰণা হিচাপে লৈ জ্ঞান অন্বেষণৰ যি এক মহান যাত্ৰা পৃথিৱীত আৰম্ভ হৈছিল, তাৰ ইতিহাস বিচাৰিলে আমি মানৱ সভ্যতাৰ উষাকাললৈ ঘূৰি যাব লাগিব । মানবজাতিৰ জ্ঞান অন্বেষণৰ মহাদৌৰৰ ফলস্বৰূপে জ্ঞানৰ বহুতো শাখা-প্ৰশাখাৰ সৃষ্টি হ'ল । কালক্ৰমত এই সকলোবোৰ শাখা-প্ৰশাখাৰ তথ্য আৰু বিৱৰণ একত্ৰিত কৰি লিপিবদ্ধ কৰাৰ চিন্তা-চৰ্চা হ'ল আৰু তাৰেই ফলশ্ৰুতিত জন্ম লাভ কৰিলে - বিশ্বকোষ । বিশ্বকোষ শব্দটোক ইংৰাজীৰ এনছাইক্ল'পীডিয়া (Encyclopaedia) শব্দটোৰ সমাৰ্থক হিচাপে গণ্য কৰা হয়।

বিশ্বকোষে কোনো এটি ভাষাৰ গৌৰৱময় ইতিহাসৰ স্বাক্ষৰ বহন কৰে । ই হ'ল সভ্যতা - সংস্কৃতিৰ মানবিন্দু স্বৰূপ । তদুপৰি, ই এটি ভাষাৰ প্ৰকাশিকা শক্তি আৰু জ্ঞান ভাণ্ডাৰৰ পৰিচয় বহন কৰে । বিশ্বৰ দুখন শ্ৰেষ্ঠ বিশ্বকোষ হ'ল - “এনছাইক্ল'পীডিয়া ব্ৰিটানিকা” আৰু “এনছাইক্ল'পীডিয়া আমেৰিকানা”। এই দুখন বিশ্বকোষ হ'ল বৰ্ণানুক্ৰমিকৰূপে সজোৱা ইংৰাজী ভাষাত প্ৰকাশিত বিভিন্ন বিষয়ৰ সমষ্টি । অৱশ্যে আজিকালি বিষয়ভিত্তিক বিশ্বকোষ প্ৰচলন হৈছে, য'ত প্ৰবন্ধবোৰ বৰ্ণানুক্ৰমিকৰূপে নসজাই একোটা স্বতন্ত্ৰ প্ৰবন্ধ হিচাপে উত্থাপন কৰা হয় । সি যিয়েই নহওঁক প্ৰতিখন বিশ্বকোষৰে নিজস্ব বৈশিষ্ট আছে ।

ভাৰতীয় ভাষাত পোনপ্ৰথমে বাংলা ভাষাত বিশ্বকোষ ৰচনা হয় । ইয়াৰ পাছত হিন্দী ভাষাত বিশ্বকোষ ৰচনা হয় । ইতিমধ্যে ভাৰতৰ প্ৰায়বোৰ স্বীকৃতিপ্ৰাপ্ত প্ৰাদেশিক ভাষাত বিশ্বকোষ ৰচনা হৈছে বা সম্পূৰ্ণ হোৱাৰ পথত আগবাঢ়িছে । অসমীয়া ভাষাতো বিশ্বকোষ ৰচনাৰ প্ৰচেষ্টা চলি আছে । দুখৰ বিষয় যে ইয়াৰে প্ৰায়বোৰ প্ৰচেষ্টাই অসম্পূৰ্ণ ।

## বিশ্বকোষ আমাক কিয় লাগে

বিশ্বকোষ এটা ভাষাৰ কীৰ্তিস্তম্ভ । ই হ'ল ভাষাটোত পয়োভৰ ঘটা জ্ঞান ভাণ্ডাৰ আৰু ভাষাটোৰ প্ৰকাশিকা শক্তিৰ উৎকৃষ্ট নিদৰ্শন । এখন বিশ্বকোষ জ্ঞান অন্বেষী আৰু বিশেষজ্ঞসকলৰ মাজত এখন সাঁকোৰ দৰে কাৰ্য্য সম্পন্ন কৰে । যিহেতু এই প্ৰচেষ্টাত বিভিন্ন বিষয়ৰ পাৰদৰ্শী আৰু অভিজ্ঞ লোকৰ সমাবেশ ঘটে,



সেয়ে ই সকলো সময়তে ব্যৱহাৰ কৰিবপৰা ভৰসামন বন্ধু হৈ উঠে । বিশ্বকোষত বস্তুসমূহ থাউকতে পোৱা যায় আৰু সৰলকৈ বুজিব পৰা যায় ।

অসমীয়া ভাষাৰ এখন বিশ্বকোষে ভাষাটোৰ বৰ্তমানৰ অৱস্থা সম্পৰ্কে সংকেত দিব পাৰে আৰু জ্ঞান বিস্তাৰত সহায় কৰিব পাৰে । আনহাতে, বিশ্বকোষৰ বিজ্ঞান বিষয়সমূহে জ্ঞানপিপাসু ব্যক্তিক সন্তুষ্ট কৰাৰ উপৰিও বিজ্ঞান লেখক, সাংবাদিক, সম্পাদক, বিজ্ঞান প্ৰচাৰক আৰু আন সকলো লোককে বিশেষভাৱে সহায় কৰিব পাৰে ।

## অসমীয়া বিশ্বকোষৰ বিজ্ঞান

বিজ্ঞান বিষয়ক বিশ্বকোষৰ উপৰিও সাধাৰণ বিশ্বকোষবোৰতো বিজ্ঞানৰ উল্লেখ থাকে । সেয়ে বিশ্বকোষৰ বিজ্ঞানৰ উমান ল'বলৈ আমি দুয়ো ধৰণৰ বিশ্বকোষৰ আলোচনা কৰিব লাগিব ।

অসমীয়া ভাষাৰ একমাত্ৰ বিজ্ঞান বিশ্বকোষখন হৈছে - অসম বিজ্ঞান সমিতিৰ “প্ৰাথমিক বিজ্ঞান-কোষ” । ইয়াৰ প্ৰথম দুটা খণ্ড প্ৰকাশ কৰিছে পাঠ্যপুথি প্ৰকাশন আৰু গৱেষণা পৰিষদে । পাঁচোটা খণ্ডত সম্পূৰ্ণ কৰা এই বিজ্ঞান-কোষ কেইখনত সন্নিবিষ্ট বৰ্ণক্ৰম আৰু প্ৰকাশ কাল এনে ধৰণৰ ঃ

প্ৰথম খণ্ড ঃ অক্টোপাছ - গামা ৰশ্মি (১৯৬৯)
দ্বিতীয় খণ্ড ঃ গালফ্ ষ্ট্ৰীম - নৃবিজ্ঞান বা নৃতত্ত্ব (১৯৭১)
তৃতীয় খণ্ড ঃ ন'বেল বঁটা - বিজুলী (১৯৮৩, ১৯৮৫)
চতুৰ্থ খণ্ড ঃ বিজুলী পৰিবাহী দণ্ড - শ্বেতসাৰজাতীয় খাদ্য (১৯৮৭, ১৯৯৫)
পঞ্চম খণ্ড ঃ ষ্টেৰিঅ'ফ'নিক্স - ক্ষেপণ বিজ্ঞান (১৯৯০, ১৯৯৫)

উপৰোক্ত তথ্যসমূহৰপৰা দেখা যায় যে প্ৰথম খণ্ডৰপৰা আৰম্ভ কৰি পঞ্চম খণ্ড সমাপ্ত কৰালৈকে বিজ্ঞান কোষখনত ২০ বছৰৰো অধিক সময়ৰ প্ৰয়োজন হ'ল । ফলস্বৰূপে লেখনিৰপৰা আৰম্ভ কৰি সম্পাদনালৈকে একমানতা পৰিলক্ষিত নহয় । আনহাতে, প্ৰথম দুখনৰ সম্পাদনাৰপৰা ছাপালৈকে যি প্ৰচেষ্টা চলিছিল, পাছৰ দুখনত তাৰ তাৰতম্য চকুত পৰে ।

বিজ্ঞান-কোষ লানিত কিছুমান বিষয়ৰ আলোচনা তুলনামূলক ভাৱে কম হোৱা পৰিলক্ষিত হয় । উদাহৰণ স্বৰূপে, চিকিৎসা শাস্ত্ৰ সম্পৰ্কে অধিক উল্লেখ কৰাৰ অৱকাশ আছিল । তদুপৰি, বহুতো ব্যাখ্যা চিত্ৰৰ প্ৰয়োজনীয় নিদৰ্শনা সংযোগ কৰাৰ থল আছিল । কোষখনত সন্নিবিষ্ট কিছুমান বিষয় এনে কিছুমান অসমীয়া পৰিভাষাৰে কৰা হৈছে যাৰ ফলত উক্ত শব্দৰ জ্ঞান অবিহনে পাঠকক বিজ্ঞান কোষত তাক বিচাৰি নোপোৱাৰ আশংকা আছে ।

সি যি নহওক, এটা কথা স্বীকাৰ কৰিবই লাগিব যে অসমীয়া ভাষাত প্ৰথম

আৰু একমাত্ৰ বিজ্ঞান-কোষ হিচাপে ইয়াৰ বৰঙণি যথেষ্ট গুৰুত্বপূৰ্ণ । "অসমীয়া ভাষাত এনে এখন পুথি ৰচনাৰ প্ৰাথমিক প্ৰচেষ্টা" বুলি আৰম্ভণিতে উল্লেখ কৰিছে। সেয়ে ইয়াৰপৰা আহৰণ কৰা বিভিন্ন অভিজ্ঞতাসমূহেৰে এখন আধুনিক অসমীয়া বিজ্ঞান-কোষ ৰচনা কৰিব পাৰি ।

অসম সাহিত্য সভাই ৰচনা কৰা 'শিশু জ্ঞানকোষ'ৰ প্ৰথম তিনিটা খণ্ডত বিজ্ঞান রিষয় অন্তৰ্ভুক্ত কৰা হৈছে ।

প্ৰথম খণ্ড ঃ পৃথিৱী, মানুহ আৰু পৰিৱেশ -
- *অগ্নি-হ্ৰদ (১৯৮৪)*

দ্বিতীয় খণ্ড ঃ উদ্ভিদ বিজ্ঞান, কৃষি, উদ্ভিদবিজ্ঞান, প্ৰাণীবিজ্ঞান, চিকিৎসাবিজ্ঞান
- *অংগ, অংগতন্ত্ৰ-ক্ষুদ্ৰান্ত ৰস (১৯৮৭)*

তৃতীয় খণ্ড ঃ ৰসায়ন, পদাৰ্থ বিজ্ঞান, ভূতত্ব, জ্যোতিৰ্বিজ্ঞানী, প্ৰযুক্তিবিদ্যাআদি
- *অংক শাস্ত্ৰ - ক্ষয়কৰণ (১৯৮৯)*

এই জ্ঞানকোষত ইংৰাজী শব্দসমূহো অসমীয়া লিপ্যান্তৰ কৰি অন্তৰ্ভুক্ত কৰা হৈছে । তেনে কৰোঁতে এক স্পষ্ট নীতি নিদ্ধাৰণ কৰা হৈছে । উদাহৰণ স্বৰূপে, ৰেফৰ পাছত দ্বিত বৰ্জন কৰা হৈছে আৰু বিদেশী শব্দ লিপ্যান্তৰ কৰোঁতে 'ণত্ব' আৰু 'ষত্ব' বিধি অনুকৰণ কৰা নাই। সেয়ে হ'লেও ইয়াৰ বিষয় ভুক্তিত সামান্য আসোঁৱাহ দেখা যায়। নিম্নোক্ত বিষয়কেইটালৈ চকু দিলেই কথাটো বুজিব পাৰি - কপাৰ (তাম), কলয়ড, বাইনোকুলাৰ, গিয়াৰ (gear), ইমুউনিটি (প্ৰতিষেধ) আদি।

জ্ঞানকোষলানিৰ কিছুমান বিষয়ৰ বৰ্ণনা পাঠ্যপুথিৰ দৰে হৈ উঠিলেও এটা কথা স্বীকাৰ কৰিবই লাগিব যে শিশু-জ্ঞানকোষত বিজ্ঞানক যি গুৰুত্ব দিয়া হৈছে সেয়া সঁচাকৈ প্ৰশংসনীয়।

অসমীয়া ভাষাত প্ৰকাশিত আন কেইখনমান বিশ্বকোষ আছে । ইয়াৰে বেছি সংখ্যক অসম্পূৰ্ণ। সম্পূৰ্ণ কেইখনৰ বিশ্বকোষৰ আকাৰ আৰু পৰিধি ইমানেই ক্ষুদ্ৰ যে ইয়াক বিশ্বকোষ বুলি আখ্যা দিব নোৱাৰি । তেনে ধৰণৰ এখন বিশ্বকোষ হ'ল শিশুহঁতৰ বাবে অনুদিত হেমলিন কালাৰ এনছাইক্ল'পীডিয়া' । আন এখন বিশ্বকোষ হ'ল শৈলজানন্দ ভৰালীৰ 'শিশু-জ্ঞানকোষ' ।

অসম্পূৰ্ণ কেইখনৰ সৰ্বপ্ৰথমে উল্লেখ কৰিব লাগিব কনক চন্দ্ৰ মহন্তৰ চাৰিটা খণ্ডৰ বিশ্বকোষকেইখন । সম্পূৰ্ণ একক প্ৰচেষ্টাৰে এখন বিশ্বকোষ ৰচনা কৰা অতি দুসাধ্য কাম । তথাপিও মহন্তদেৱে শৃংখলিত ভাৱে এখন বৰ্ণানুক্ৰমিক বিশ্বকোষ প্ৰস্তুত কৰাৰ প্ৰচেষ্টাৰ বাবে সকলোৰে ধন্যবাদৰ পাত্ৰ হৈ থাকিব ।

অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'অসমীয়া বিশ্বকোষ' কেৱল প্ৰথম খণ্ডহে



প্ৰকাশ হৈছে । ইয়াত 'অংক'ৰপৰা 'আমেৰিকান চিকিৎসক সন্থা'লৈকে অন্তৰ্ভুক্ত হৈছে । এইখন বিশ্বকোষৰ প্ৰচেষ্টা অতি আদৰণীয় । আটাইকেইখন সম্পূৰ্ণ হ'লেহে ইয়াৰ মূল্যায়নত সুবিধা হয় । আন এখন অসম্পূৰ্ণ বিশ্বকোষ হ'ল বাণী মন্দিৰে প্ৰকাশ কৰা আধুনিক অসমীয়া বিশ্বকোষ । এইখনৰো কেৱল প্ৰথম খণ্ডহে প্ৰকাশ হৈছে । সাতোটি মূল বিষয়েৰে গঠিত এই বিশ্বকোষৰ দুটা বিষয় বিজ্ঞানৰ অন্তৰ্ভুক্ত কৰা হৈছে । সেই দুটা হৈছে "পৃথিৱী আৰু আমাৰ সভ্যতা" আৰু "আমাৰ পৰিৱেশ"। এই বিশ্বকোষত বৰ্ণানুক্ৰমিক বিষয়সূচী দিয়া হোৱা নাই ।

## বিজ্ঞান বিশ্বকোষৰ সমস্যা আৰু সম্ভাৱনা

অসমীয়া বিজ্ঞান বিশ্বকোষৰ বা সাধাৰণ বিশ্বকোষৰ বিজ্ঞান - এই দুয়োটাতে অনেক সমস্যা আছে । ইয়াৰ এটা মূল সমস্যা হ'ল 'প্ৰচলিত পৰিভাষা'ৰ অভাৱ। অসমীয়া ভাষাত দুখন বিজ্ঞান পৰিভাষা আছে। ইয়াৰে এখন হ'ল অসমীয়া বৈজ্ঞানিক পৰিভাষা (প্ৰথম খণ্ড, ১৯৭৩) আনখন হ'ল বিজ্ঞান অভিধান (প্ৰথম খণ্ড ১৯৯২)। ইতিমধ্যে বিজ্ঞান অভিধানৰ দ্বিতীয় খণ্ডৰ কাম আগবাঢ়িছে বুলি জানিব পৰা গৈছে । এই দুয়োখন পৰিভাষা থকা সত্বেও প্ৰচলিত শব্দৰ অভাৱৰ বাবে বিশেষ সমস্যাই দেখা দিয়ে । আনহাতে, কিছুমান প্ৰতিশব্দ এনে ধৰণৰ যে তাৰ যোগ্য ব্যৱহাৰ নহ'লে বাক্য অশুৱনি হোৱাৰ উপৰিও পাঠকৰ বাবে অবোধ্য হ'ব পাৰে। ইয়াৰ ফলত দুটা ক্ষতি হ'ব পাৰে। পাঠকৰ অনীহা আৰু বিষয়-বস্তুৰ স্বতন্ত্ৰতা হ্ৰাস পোৱা। এনে কিছুমান শব্দ আছে যিবোৰ বিশ্বকোষৰ বিষয় হিচাপে অন্তভুক্তি কৰিলে পাঠকে বিষয়-বস্তু বিচাৰি হাবাথুৰি খাব লাগিব । এই অসুবিধা হাত সাৰিবৰ বাবে বিশ্বকোষৰ শেষৰফালে এখন বৰ্ণানুক্ৰমিক ইংৰাজী বিষয়সূচী থাকিলে সহায়ক হ'ব পাৰে । আনহাতে একেটা শব্দৰ দুটা বা তাতোধিক প্ৰতিশব্দ থাকিলে সিহঁতৰ জনপ্ৰিয় শব্দটোত অন্তৰ্ভুক্তি হ'ব লাগে। আনবোৰ স্থানত কেৱল তাৰ উল্লেখ কৰিলেই হ'ল ।

গদ্যশৈলী বিশ্বকোষৰ এক বৈশিষ্ট্য । সাধাৰণতে লেখক বহুকেইজন হোৱা বাবে বিশ্বকোষৰ গদ্যশৈলী একে নহয় । এইটো অতি স্বাভাৱিক কথা । তথাপিও সম্পাদকজন বা সম্পাদকমণ্ডলীয়ে লিখনিসমূহৰ একমানতা (Uniformity) আনিবৰ বাবে বিশেষ ভূমিকা পালন কৰিব পাৰে । দেখা গৈছে যে বহুতো ক্ষেত্ৰত লেখক বেলেগ বেলেগ হোৱা বাবে বিষয় বস্তুসমূহৰ উপস্থাপন কৌশল আৰু শৈলীৰ মাজত পাৰ্থক্য আছে ।

বিশ্বকোষৰ অন্য বৈশিষ্ট্য হ'ল চমু, সৰল তথা সম্পূৰ্ণকৈ এটা বিষয়ৰ সামগ্ৰিক চিত্ৰ এখন ডাঙি ধৰা। তেনে কৰোঁতে ভুৰুকাত হাতী ভৰোৱা কৌশল অৱলম্বন

কৰিব লগা হয় । সেই কৌশল সকলো অন্তভুৰ্ক্তিতে কৰিব পাৰিলে সুবিধা হয় ।

অসমীয়া বিজ্ঞান বিশ্বকোষৰ আন এটা প্ৰধান সমস্যা হৈছে ব্যাখ্যা চিত্ৰ । বহুত ক্ষেত্ৰত প্ৰয়োজনীয় ব্যাখ্যা চিত্ৰ সংযোজন হোৱা নাই । আনহাতে, কিছুমান ঠাইত ব্যাখ্যা চিত্ৰ থাকিলেও ব্যাখ্যা কৰিব পৰাকৈ স্পষ্ট নিৰ্দেশনা নাই । কেনো কোনো স্থানত হয়তো এনে ব্যাখ্যা চিত্ৰ ব্যৱহাৰ কৰা হৈছে যাৰপৰা বিশেষ একো বুজিব নোৱাৰি। ছবিৰ সংখ্যা বৃদ্ধি কৰাৰ বাবে তেনে কৰা যেন ধাৰণা হয় । যিবোৰ ছবিয়ে কোনো বিষয়ৰ স্পষ্ট ব্যাখ্যা বা প্ৰসংগ প্ৰতিষ্ঠা কৰিব নোৱাৰে, তেনে চিত্ৰৰ প্ৰয়োজন নাই বুলি ক'ব পাৰি ।

বিজ্ঞানৰ শাখাবোৰত নতুন নতুন ধ্যান ধাৰণা সন্নিবিষ্ট হৈ আছে । কেতিয়াবা এনেকুৱা ঘটে যে কোনো এটা শাখাত কাম কৰা মানুহে হঠাতে ব্যাখ্যাসমূহ নতুনকৈ ধাৰণাৰ আলোকত চাবলৈ আৰম্ভ কৰে আৰু ইয়াৰ লগে লগে এক পৰিৱৰ্তন আৰম্ভ হয় । এই পৰিৱৰ্তন ইমানেই দ্ৰুত আৰু মৌলিক যে বাহিৰৰপৰা পৰ্য্যবেক্ষণ কৰি থকা সকলোৱে ইয়াক বৈজ্ঞানিক বিপ্লৱ বুলি অভিহিত কৰে । তাৰ ফলস্বৰূপে সেই বিষয়ৰ বিশ্বকোষ নতুনকৈ ৰচনা কৰিব লগা হয় । উদাহৰণ স্বৰূপে, ষাঠিৰ দশকত ৰচনা কৰা ইংৰাজী ভাষাৰ ভূতত্ব বিষয়ক বিশ্বকোষ প্লেট টেকনিক মতবাদৰ বাবে আশীৰ দশকত সম্পূৰ্ণৰূপে নতুনকৈ ৰচনা কৰিব লগা হ'ল ।

অসমীয়া ভাষাত বিশ্বকোষসমূহৰ প্ৰধান সমস্যা হ'ল ইয়াৰ নতুন বৰ্দ্ধিত সংস্কৰণ ছাপা হোৱা নাই । সেয়ে বিশ্বকোষবোৰ শেহতীয়া আৰু নিৰ্ভৰযোগ্য নহয় । আচলতে এখন বিশ্বকোষ ৰচনা ইমানেই ব্যয়বহুল যে ইয়াক পুনৰ বৰ্দ্ধিত সংস্কৰণ কৰাটো এক প্ৰকাৰ অসম্ভৱ যেন হৈ পৰে । পাঠকৰ সংখ্যা, ব্যয়বহুলতা আদিৰ বাবে বিশ্বকোষ নানা সমস্যাৰ সন্মুখীন হৈছে । আনহাতে, ইয়াৰ বাবে এচাম দক্ষ আৰু নিৰ্বাচিত বিজ্ঞান লেখকৰো প্ৰয়োজন আহি পৰিছে ।

## আধুনিক বিজ্ঞান বিশ্বকোষ ঃ এটি প্ৰস্তাৱনা

অসমীয়া ভাষাত ৰচিত হ'ব লগা সকলোবোৰ বিশ্বকোষতে যাতে বিজ্ঞানৰ গুৰুত্ব দিয়া হয় আৰু উপযুক্ত ধৰণে প্ৰকাশ কৰা হয় সেই সম্পৰ্কে যথেষ্ট গুৰুত্ব দিয়া উচিত । আনহাতে, বিজ্ঞান বিশ্বকোষ এখন বৰ্তমান সময়ৰ কৌশল অনুকৰণ কৰিব পাৰে । বৰ্তমান সময়ত বিশ্বকোষবোৰক কেইবাটাও স্বতন্ত্ৰ কোষৰ সমষ্টি কৰি ছাপা কৰা হৈছে । উদাহৰণ স্বৰূপে, বিশ্বকোষৰ এটা খণ্ডত মহাকাশ বিজ্ঞান, পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান আদি বেলেগ বেলেগ ধৰণৰ বিষয় স্বতন্ত্ৰ পাঠ হিচাপে সন্নিবিষ্ট হ'ব পাৰে । সেই প্ৰবন্ধসমূহত উল্লেখ/ব্যাখ্যা কৰা বিষয়সমূহৰ বৰ্ণানুক্ৰমিক তালিকা একোখন সন্নিবিষ্ট কৰিলে পাঠকৰ বাবে কামটো উজু হৈ



পৰিব । তেনে ক্ষেত্ৰত প্ৰতিটো প্ৰবন্ধক এটা ৰসাল, তথ্যপূৰ্ণ, স্বতন্ত্ৰ বিষয় হিচাপে পঢ়িব পৰা যায়। আনহাতে, পঢ়ুৱৈজনে কোনো এটা বিষয়ৰ আনুসংগিক প্ৰসংগসমূহ জানিব পাৰে ।

প্ৰতিখন বিজ্ঞান বিশ্বকোষত প্ৰয়োজন অনুযায়ী প্ৰসংগ পুথিৰ (অসমীয়া আৰু ইংৰাজী) উল্লেখ কৰিলে পাঠকৰ বাবে অনেক সুবিধা হয় । বিশ্বকোষৰ আঁচনি প্ৰস্তুত কৰোতে কিশোৰ বা চেমনীয়াৰ বাবেও পৃথককৈ চিন্তা কৰিব পাৰি ।

এখন পূৰ্ণাংগ বিশ্বকোষ বা পূৰ্ণাংগ বিজ্ঞান কোষৰ উপৰিও বিষয় অনুযায়ী ভিন-ভিন বিজ্ঞান কোষ প্ৰস্তুত কৰিব পাৰি । উদাহৰণ স্বৰূপে, পৰিৱেশ আৰু প্ৰকৃতি, বন্যপ্ৰাণী, মণিক সম্পদ, চিকিৎসা বিজ্ঞান আৰু আন আন বিষয়বোৰৰ একোখনকৈ বিশ্বকোষ ৰচনা কৰিলে পাঠকৰ যথেষ্ট সুবিধা হোৱাৰ উপৰিও ভাষাৰ প্ৰকাশিকা শক্তি বৃদ্ধি পাব । তদুপৰি, অসমৰ বিভিন্ন বিষয় যেনে ঃ অসমৰ চৰাই, অসমৰ জীৱ-জন্তু, অসমৰ উদ্ভিদ আৰু অন্যান্য বিষয়ৰ একোখন সচিত্ৰ বিশ্বকোষ হ'ব পাৰে ।

অসমীয়া ভাষাত বিভিন্ন বিষয়ৰ বিজ্ঞান বিশ্বকোষ ৰচনা হ'লে ভাষাটোৰ শ্ৰীবৃদ্ধি হোৱাৰ উপৰিও জ্ঞান জিজ্ঞাসু ছাত্ৰ-ছাত্ৰী বা অন্যান্য ব্যক্তিসকল যথেষ্ট উপকৃত হ'ব । একবিংশ শতিকাৰ আৰম্ভণিতে তেনে কেইখনমান উন্নত বিজ্ঞান বিশ্বকোষ আশা কৰিলোঁ । ❑

# অসমীয়া নাট্য সাহিত্যত নৱতম সংযোজনা ঃ কল্পবিজ্ঞান নাটক

যোগেন চেতিয়া

অসমীয়া সাহিত্যত কল্পবিজ্ঞান প্ৰবন্ধ, চুটি গল্প, উপন্যাস ৰচিত হোৱাৰ লগে লগে কল্পবিজ্ঞান নাটক সৃষ্টি হৈ অসমীয়া সাহিত্যত এক নতুন আয়তন সংযোজিত হোৱাটো আশা আৰু আনন্দৰ কথা । এই দিশত বেছি সংখ্যক নাটক ৰচিত নহ'লেও যি কেইখন নাটক ৰচিত হৈছে সেইবিলাকেই গভীৰ প্ৰত্যয় আৰু প্ৰেৰণা কঢ়িয়াই আনিছে। বিজ্ঞান সাহিত্যিক হিচাপে এই বছৰৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰোঁতা বিজ্ঞান-লেখক ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে কল্পবিজ্ঞান, চুটি গল্প, উপন্যাস আৰু নাটকৰ সমৃদ্ধি ঘটোৱাই নহয়, এই সাহিত্যৰ এক স্পষ্ট পথ উদঘাটন কৰিছে। ড° গোস্বামীৰ এই নাটকবিলাকে মঞ্চ আৰু অনাতাঁৰ মাধ্যমৰ জৰিয়তে জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছে ।

১৯৭৫ চনত আকাশবাণীৰ সকলো কেন্দ্ৰৰ যোগেদি ভাৰতীয় বিভিন্ন ভাষাত প্ৰচাৰিত হোৱা ড° গোস্বামীৰ 'পৰিব্ৰাজক' নামৰ কল্পবিজ্ঞান নাটকখনত এটা বৈজ্ঞানিক সম্ভাৱনা বাস্তৱায়িত কৰাৰ প্ৰচেষ্টা কৰা হৈছে । মানুহৰ মৃত্যুৰ লগে লগে মানুহৰ পৰিপক্ক মন, অভিজ্ঞতাসমূহ চিৰদিনৰ বাবে হেৰাই নোযোৱাকৈ ৰক্ষা কৰিবলৈ বিজ্ঞানী ৰঞ্জন চৌধুৰীয়ে তেওঁৰ সহাযোগী গৱেষিকা মালবিকাৰ সৈতে এটা সক্ৰিয় বাকচ নিৰ্মাণ কৰি উলিয়ালে । ইয়াৰ 'আৰ-ছি টাইম কনষ্টেন্ট', সলনি কৰি অতীতৰ বুকুলৈ উভতি যাব পাৰি । কিন্তু এই সক্ৰিয় বা 'একটিভ্ বক্স'ৰ পৰীক্ষা-নিৰীক্ষা কৰি থাকোঁতে ৰঞ্জন চৌধুৰীয়ে হাতৰ আঙঠিৰে শ্বৰ্ট-ছাৰ্কিট হৈ শ্বক পালে ফলত টাইম কন্‌ষ্টেন্ট সলনি হ'ল । ৰঞ্জনে অশৰীৰী এক শক্তি অশ্বনৰৰ নৰ-অংশ হৈ অতীতত বিচৰণ কৰি ফুৰিবলৈ ধৰিলে । সেই অৱস্থাত তেওঁ লগ পালে বহু দিনৰ আগতে মৃত্যু ঘটা নিজৰ মাক আৰু ককাদেউতাকক । অবাৰিত আৰু অসীম এক ইচ্ছা শক্তিৰ নানা খেল চাই চাই শেষত তেওঁৰ সহযোগী আৰু সমব্যথী মালবিকাৰ দুই ওঠৰ স্পৰ্শ লাভৰ কাৰণে কামনা কৰিলে । মালবিকাই ৰঞ্জন চৌধুৰীক বৈদ্যুতিক শ্বকৰপৰা ত্ৰাণ কৰি কিছ্-অব-লাইফ পদ্ধতিৰে চৌধুৰীৰ ওঠত নিজৰ ওঠ দি ফু-মাৰি বতাহ সুমুৱাই তেওঁক জাগ্ৰত কৰি তুলিলে । উচ্চ-



ভ'ল্টেজ বৰ্তনী. সময় ধ্ৰুৱক আদিৰ মাজেৰে গৈ শৰীৰবিহীন মনৰ সৃষ্টিৰ ৰাজ্যলৈ গতি কৰা অতি উচ্চস্তৰীয় বিজ্ঞানৰ কথাক নাট্যকাৰে জনসাধাৰণে উপভোগ কৰিব পৰাকৈ নাটকখন লিখি উলিয়াইছে। নাটকখনে শ্ৰোতাৰ মনত বিস্ময়ৰ এক মায়াজাল্ সৃষ্টি কৰিবলৈ সক্ষম হৈছে ।

ড° গোস্বামীৰ 'বিজ্ঞাপন বিজ্ঞাপন' নামৰ নাটকখনত এটা বিজ্ঞাপনদাতা কোম্পানীয়ে শূন্যতে, বায়ুৰ মাজতে বিজ্ঞাপন লিখি ত্ৰি-মাত্ৰিক (Three-dimensional) চিত্ৰেৰে সজাই-পৰাই দিয়া বিজ্ঞাপনবোৰে নগৰ-চহৰবোৰত লাহে লাহে এক সমস্যাৰ সৃষ্টি কৰিলে । ইয়াৰ প্ৰভাৱত ৰাস্তা-ঘাটৰ পোহৰ কমি যাবলৈ ধৰিলে । মন ৰোমাঞ্চিত কৰা বিজ্ঞাপনবোৰ চালকে চাই যাওঁতে যান-বাহনৰ যান-বাহন দুৰ্ঘটনাৰ সম্মুখীন হ'ল । গতিকে নগৰ পালিকাই তাৰ প্ৰতিকাৰ সাধন কৰিবৰ কাৰণে এই বিজ্ঞাপনবোৰ খাই নিশ্চিহ্ন কৰিবপৰা অণুজীৱৰ প্ৰজাতি এটা বিজ্ঞানীসকলৰ দ্বাৰা সৃষ্টি কৰোৱালে । বিজ্ঞানীসকলে সৃষ্টি কৰা এই বেছিলাছ এড'মেনিয়াকবোৰে শূন্যত ওপঙি থকা বিজ্ঞাপনবোৰ খাই নিঃশেষ কৰি উঠি সিহঁতৰ ক্ষুধা নিবাৰণ কৰিবলৈ অন্য বিজ্ঞাপনবোৰো গ্ৰাস কৰিবলৈ ধৰিলে । এইদৰে গ্ৰাস কৰি যাওঁতে কোনোবাই গৌৰৱ কৰি থকা নিজৰ সৌন্দৰ্য্য, ধন দৌলত, যশস্যা, পদবীবোৰো এই এড'মেনিয়াকে তাৰ উদৰাস্থ কৰি পেলালে ।

নাটকখনে শ্ৰোতাই আগতে কেতিয়াও কল্পনা কৰিব নোৱৰা এক পৰিৱেশৰ সৃষ্টি কৰি সকলোকে তন্ময় কৰি ৰাখে ।

আমাৰ বিভিন্ন অভিজ্ঞতা, বিভিন্ন অনুভূতিয়ে আমাৰ মস্তিষ্কৰ কোষ নিউৰনবোৰৰ নানা জটিল সমষ্টিৰ সৃষ্টি কৰে। তাৰে স্থায়ী সমষ্টিবোৰেই পাছত আমাৰ সেই অভিজ্ঞতা-অনুভূতিৰ স্মৃতি জাগৰুক কৰি তোলে । আমাৰ মস্তিষ্কৰ দুখৰ অনুভূতি সৃষ্টি কৰা নিউৰন গ্ৰুপিংবোৰ বাহিৰা অনুনাদ কম্পনাংকৰ সহায়ত ভাঙি দি আমাৰ দুখৰ অনুভূতি নোহোৱা কৰি দিব পাৰিলে এই সমস্যাটো লৈ 'নিস্পৃহ' নামৰ অনাতাঁৰ আৰু মঞ্চ নাটকখন ড° গোস্বামীয়ে ৰচনা কৰিছে। নাটকখনত থকা কাহিনীটোৰ মতে অতি মেধাৱী ছাত্ৰ প্ৰাঞ্জলৰ ঘৰখনত টকা পইচাৰ অভাৱ নাছিল। কিন্তু তাৰ চৈধ্য বছৰ বয়সতে তাৰ মাক-দেউতাকে টোপনি অহা পিল খাই আত্মহত্যা কৰিলে। এদিন চিকিৎসাৰ কাৰণে সময় নিদিয়াকৈ তাৰ মৰমৰ ভায়েকেও মৃত্যুক সাৱটি ল'লে। তাৰ মৰমৰ অনুৱেও তাক চৰম আঘাত দি অন্য এজনৰ লগত বিয়াত সোমাল। এনেদৰে নিজৰ আৰু সমাজৰো বহুজনৰ দুখ-বেদনাত প্ৰাঞ্জল অভিভূত হৈ পৰিল । বিজ্ঞানৰ আৱশ্যকীয় শিক্ষা গ্ৰহণ কৰি প্ৰাঞ্জল যথাসময়ত এজন কৃতবিদ্য বিজ্ঞানী হৈ উঠিল। মাকৰ নামত স্থাপন কৰা শকুন্তলা সত্যানুসন্ধান কেন্দ্ৰত মানুহক দুখৰ যন্ত্ৰণাৰপৰা মুক্তি দিয়াৰ বাবে পালছ জেনেৰেটৰ, কন্‌ডেন্‌ছাৰ ৰেজিষ্টৰেৰে

তেওঁ আশ্বৰ্য্যকৰ যন্ত্ৰ সাজি উলিয়ালে । চহৰৰ কেইটামান দুখৰ ঘটনাত সেই যন্ত্ৰই দক্ষতাৰে কাৰ্য্যনিৰ্বাহ কৰিলে। কিন্তু এদিন অসাৱধানতাৰে যন্ত্ৰ চলাই প্ৰাঞ্জল নিজেই সেই যন্ত্ৰৰদ্বাৰা প্ৰভাৱান্বিত হ'ল। তাৰ স্মৃতিশক্তি হেৰাই গ'ল।

ওৰে জীৱন দুখ-বেদনাৰে জৰ্জৰিত হৈ থকা আৰু ক্ৰমে প্ৰাঞ্জলৰ লগত একাত্ম হৈ পৰা সহযোগী বিজ্ঞানী নিৰ্মালিয়ে প্ৰাঞ্জলক স্মৃতি পুনৰ উদ্ধাৰৰ কাৰণে চেষ্টা কৰি যাবলৈ ধৰিলে । নাটকখনত ফ্লেছবেক পদ্ধতি ব্যৱহাৰ কৰি উত্থাপন কৰা সংঘাতপূৰ্ণ পৰিস্থিতিকেইটাই দৰ্শক শ্ৰোতাৰ মন প্ৰাণ আতংকিত কৰি তোলে । কেৱল অনাতাঁৰ নাটক হিচাপেই নহয়, কেইবাটাও মঞ্চত হোৱা ইয়াৰ অভিনয়ে সফলতা লাভ কৰিবলৈ সক্ষম হৈছিল ।

চাৰিটাখণ্ডত প্ৰচাৰিত হোৱা 'ৰবট বিজয় নাট' নামৰ নাটকখন ড° গোস্বামীৰ এক উল্লেখযোগ্য সৃষ্টি । ১৯৮৬ চনত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰপৰা প্ৰচাৰিত হোৱা এইলানি কল্পবিজ্ঞান নাটকে শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি এক সুকীয়া জগতলৈ লৈ গৈছিল । নাটকৰ কাহিনীৰ মতে মানুহে নিজৰ শ্ৰম লাঘৱ কৰিবৰ কাৰণে মানৱ-সদৃশ ৰবট নিৰ্মাণ কৰি বিভিন্ন কামত ইয়াক ব্যৱহাৰ কৰিবলৈ ধৰিলে । ৰবটৰ কামকাজৰ মনোৰম দৃশ্যৰাজিৰে নাটকৰ আৰম্ভণি কৰা হৈছে । কালক্ৰমত ৰবটবোৰ অধিক বুদ্ধিমান আৰু দক্ষ হৈ পৰিল । সিহঁতে ঘৰ, অফিছ, কাৰখানাৰ যাৱতীয় কাৰ্য্য সম্পন্ন কৰিবলৈ দায়িত্ব ল'লে । অকল সেয়ে নহয় সিহঁতৰ মাজত এখন নতুন সমাজ গঢ় লৈ উঠিল । ৰবটবোৰে এদিন মানুহৰ আধিপত্য স্বীকাৰ নকৰা হৈ পৰিল আৰু মানুহৰ বিৰুদ্ধে ষড়যন্ত্ৰ কাৰিবলৈও আৰম্ভ কাৰলে । ।কন্তু বুদ্ধি-বিৱেকবান মানুহে শেষত ৰবটৰ ওপৰত নিজৰ আধিপত্য আৰু প্ৰভূত্ব প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ল । ৰবট আৰু মানুহৰ পাৰস্পৰিক ক্ৰিয়া-প্ৰক্ৰিয়াৰ এক দলিল স্বৰূপ এই লানি নাটকে শ্ৰোতাক প্ৰৱলভাৱে আকৃষ্ট কৰি অনাগত দিনৰ কাৰণে মানুহক সন্থম আৰু বিস্ময়াভূত কৰি ৰাখে ।

## মানুহৰ চিৰন্তন অনুভূতি

ড° গোস্বামীৰ 'আলফা স্পন্দন' নাটকখনৰ কাহিনী অতি আমোদজনক । নিজৰ একে নামৰ চুটি গল্পক নাটকৰ স্থাপত্য দান কৰিছে । সুদক্ষিণা স্মৃতি বিজ্ঞানাগাৰত এছিটেণ্ট ডাইৰেক্টৰ ড° বিৰাজ দত্ত, ছিনিয়ৰ বিজ্ঞানী ড° মিছ লাৱন্য ভূএগ্ৰা, ড° অজিত কাকতি, ৰেখা আৰু কেইজনমানলোকেৰে গঠিত বিজ্ঞানীৰ দলটোৱে নানা পৰীক্ষা-নিৰীক্ষাৰ অন্তত এটা অদ্ভুত যন্ত্ৰ এণ্টি-আল্‌ফা হেলমেট সাজি উলিয়ালে । মানুহৰ মস্তিস্কৰ স্বাভাৱিক আল্‌ফা স্পন্দন নিষ্ক্ৰিয় কৰি ই মানুহৰ মনৰপৰা গৈ থকা সময়ৰ ধাৰণাটো নাইকিয়া কৰি দিয়ে । ফলত মানুহ



স্থবিৰ হৈ ৰৈ যায় । পৰিৱেশত কিবা নতুন ঘটনা ঘটিলেহে সাৰ পাই উঠাদি উঠি তেওঁ তাৰ প্ৰতি প্ৰতিক্ৰিয়া দেখুৱায় । ইয়াৰ ফলত মানুহৰ আলস্য আৰু বিৰক্তি নোহোৱা হৈ পৰিল । ইয়াৰ ফলত মানুহৰ দক্ষতা আৰু কৰ্মস্পৃহা বৃদ্ধি পালে ।

কিন্তু বিজ্ঞানগাৰৰ জটিল যন্ত্ৰপাতিৰে ভৰা জগতখনত মানুহৰ চিৰন্তন অনুভূতিবোৰে খেলা কৰি থাকিল । পাৰ্ছনেল এছিটেণ্ট তৃষ্ণা ড° বিৰাজ দত্তৰ প্ৰতি গভীৰভাৱে আকৃষ্ট হ'ল । কিন্তু ড° দত্তৰপৰা তেওঁ ইতিবাচক সঁহাৰি নাপালে। ড° দত্ত আৰু ড° লাবন্য ভূএগ্ৰাৰ মাজত গঢ়ি উঠা সৌহাদ্য দেখি তৃষ্ণা জ্বলি উঠিল। ফলত আন এজন হতাশাগ্ৰস্ত বিজ্ঞানী ড় সুনীল ৰাজখোৱাক প্ৰৰোচিত কৰি তেওঁৰ হতুৱাই ড° মিছ লাবন্য ভূএগ্ৰাৰ আল্‌ফা-হেলমেট 'মেনিপুলেট' কৰাই দুয়োৰে মাজত গঢ়ি উঠা সম্পৰ্ক ছেদ কৰি পেলালে। এই সাহায্যৰ কাৰণে আগৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি তৃষ্ণাই ড° সুনীল ৰাজখোৱাক 'সকলো' দিবলগীয়া হ'ল ।

বিজ্ঞানগাৰৰ ভিতৰৰ জগতখনৰ শব্দ আৰু দৃশ্যৰ ইন্দ্ৰজালেৰে নাটখনে শ্ৰোতা আৰু দৰ্শকৰ মোহাচ্ছান্ন কৰি ৰাখিব পৰাটো কম কৃতিত্বৰ কথা নহয় । নাটকখন লক্ষীমপুৰৰ মঞ্চতো সফলতাৰে অভিনীত হৈছিল ।

বিশ্ববিদ্যালয়ৰ নতুন ইলেকট্ৰনিকছ্ বিভাগত যোগদান কৰিবলৈ অহা প্ৰফেছাৰ ৰংগনাথক লগ পোৱাৰ পাছত উৎপল চৌধুৰী নামৰ স্কুলৰ শিক্ষকগৰাকীৰ জীৱনে নতুন মোৰ ল'লে। প্ৰফেছাৰ ৰংগনাথনে তেওঁৰ নতুন অদ্ভুত ইলেকট্ৰনিকছ যন্ত্ৰ পাতিবোৰেৰে যেন সকলো সমস্যা সমাধান কৰি দিব পাৰে। বিপ্লৱ আৰু আদৰ্শৰ নামত নৱ-বিবাহিতা পত্নীক এৰি নিৰুদ্দেশ হৈ যোৱা হীৰেনৰ হতাশাগ্ৰস্ত পত্নী কল্যাণীক তেনে এটা যতনেৰে তেওঁ আনন্দ-উত্তেজনা আনি দিলে। সেই যতনৰ ক্ৰিয়াশীলতাত উৎপল চৌধুৰী আৰু তাৰ কল্যাণী নবৌ একে ছন্দেৰে উটি-ভাঁহি গৈ একাত্ম হৈ পৰিল আৰু শেষত উৎপলে কল্যাণীক বিয়া কৰিলে। এই যতনৰ সহায়তে প্ৰফেছাৰ ৰংগনাথনে সুদীপ্তা নামৰ গৱেষিকা ছাত্ৰী গৰাকীৰ ক্ষয়িষ্ণু ঘৰখনলৈ নতুন জীৱন আনি দিলে। কিন্তু ৰংগনাথনৰ ঘৰলৈ কল্যাণী, সুদীপ্তাহঁতৰ অহা-যোৱা সহ্য কৰিব নোৱাৰি ৰংগনাথনক তেনে যতনেৰেই কোনোবাই হত্যা কৰিলে ।

উৎপল-কল্যাণী, সুদীপ্তাহঁতৰ হিয়া ভাঙি থৈ ৰংগনাথনৰ নশ্বৰ দেহ তেওঁ আৱিষ্কৃত যতন এটাৰ ভিতৰতে অদৃশ্য আৰু নিশ্চিহ্ন হৈ গ'ল । তাৰপৰা মাত্ৰ ধূপ-ধূনাৰ সুবাস বিয়পি পৰিল । এক তৰংগৰ দৰে এই কল্পবিজ্ঞান নাটকখনৰ কাহিনী ভাগ এনে ৰোমাঞ্চকৰ । একে নামৰ প্ৰকাশিত এটা চুটি গল্পৰ আধাৰত ৰচনা কৰা এই কল্পবিজ্ঞান নাটকখনত বিজ্ঞানৰ তৰংগৰ লগত নাট্যকাৰে জীৱন তৰংগৰ মনোৰম সংযোগ ঘটাবলৈ সক্ষম হৈছে ।

ড° গোস্বামীৰ 'আলস্য' কল্পবিজ্ঞান নাটকখন ১৯৮৩ চনত আকাশবাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰপৰা প্ৰচাৰিত হৈ শ্ৰোতাক আনন্দ দান কৰিছিল ।

অহল্যাদেৱী স্মৃতি বিজ্ঞানাগাৰ নামৰ বিশেষভাৱে খাদ্য বিষয়ক গৱেষণা চলোৱা অনুষ্ঠানটোত সহকাৰী সঞ্চালক হিচাপে যোগদান দিবলৈ অহা ড° প্ৰকাশ দত্তই আৱিষ্কাৰ কৰিলে যে গৱেষণাগাৰটোৰ প্ৰশাসন, গৱেষণা, নিয়মানুবৰ্তিতা, দায়িত্ববোধ সকলোৱে জৰাজীৰ্ণ অৱস্থা । এই অৱস্থা নিৰাময় কৰিবৰ কাৰণে ড° দত্তই প্ৰথমৰেপৰা প্ৰচেষ্টা আৰম্ভ কৰি দিলে । সঞ্চালকৰ ব্যক্তিগত সহায়ক অলকানন্দা কাকতিৰ সহযোগত তেওঁ বিজ্ঞানাগাৰটোৰ সবলতা-দুৰ্বলতাখিনি উদ্‌ঘাটন কৰিলে ।

এদল বিজ্ঞানীৰ সহযোগত চলোৱা তেওঁৰ প্ৰজেক্ট সঞ্জীৱনীয়ে পইটাচোৰা আদি তজবজীয়া প্ৰাণীৰ 'ক্বাথেৰে' গৱেষণাগাৰত সৃষ্টি কৰিলে অহল্যা দেৱী সঞ্জীৱনী – ৱান, বা এ. ডি. এছ. – ৱান (ADS - 1) নামৰ সঞ্জীৱনী খাদ্য । এই এ. ডি. এছ. – ৱানৰ প্ৰথম পৰীক্ষাতে ই বিজ্ঞানাগাৰটোৰ আটাইকে কৰ্মতৎপৰ, নিষ্ঠাবান আৰু অত্যুৎসাহী কৰি তুলিলে ।

কিন্তু ইমান দীৰ্ঘদিন অলস নিষ্কৰ্মা জীৱন কটোৱা সঞ্চালক প্ৰফেছাৰ ভট্টাচাৰ্য্যৰ শৰীৰে এই নতুন উদ্যম আৰু কৰ্মতৎপৰতা সহ্য কৰিব নোৱাৰিলে। তেওঁ পক্ষাঘাতত আক্ৰান্ত হ'ল আৰু শেষত হস্পিটেলত মৃত্যু হ'ল । গোস্বামীৰ 'অলস্য' চুটি গল্পটোৰ বৈজ্ঞানিক বিস্ময় আৰু হৃদয়ৰ অনুকম্পা নাটকখনতো অক্ষুন্ন ৰাখিব পাৰিছে ।

ড° গোস্বামীৰ 'আশ্চৰ্য্য' নামৰ কল্পবিজ্ঞান নাটকত বিজ্ঞানৰ শেহতীয়া আৱিষ্কাৰ আৰু ইলেকট্ৰনিক যন্ত্ৰপাতি, হ'ম ৰবট আদিৰ কাৰ্য্যকলাপে মানৱৰ জীৱন যাত্ৰা কেনেদৰে সহজ আৰু আৰামদায়ক কৰি তুলিছে তাৰেই ইংগিত বহন কৰিছে। লগতে ইয়াৰ মাজেদি পুৰণি ঐতিহ্য নতুন উপায়েৰে ৰক্ষা কৰাৰ প্ৰচেষ্টা দেখি বয়সস্থসকলে যেনেদৰে বিস্মিত হৈছে তেনেদৰে নতুন পুৰুষে অতীতৰ দিনবোৰৰ কথা জানি সমানে বিস্ময়াভূত হৈ পৰিছে ।

নতুন শতিকাই ঘৰ, অফিছ, খেলপথাৰ, সমাজ ব্যৱস্থা আদি সকলোতে আনি দিয়া অদ্ভুত উদ্ভাৱনা আৰু পৰিবৰ্তনবোৰ 'উত্তৰণ' কল্পবিজ্ঞান নাটকখনৰ বিষয়বস্তু। কম্পিউটাৰ নেটৱৰ্কৰ জৰিয়তে ঘৰত বহিয়েই কৰ্মচাৰীয়ে কাৰ্য্যালয়ৰ যাৱতীয় কাৰ্য্য সম্পাদন কৰিছে । ছাত্ৰই কম্পিউটাৰৰ নেটৱৰ্কৰ যোগেদি শিক্ষা লাভ কৰিছে। আগৰ পদ্ধতিৰ স্কুল, কাৰ্য্যালয় আজি পাবলৈ নোহোৱা হৈছে । এক নতুন কৰ্মপ্ৰেৰণাই সকলোকে তৎপৰ কৰি তুলিছে । কিন্তু ইয়াৰ মাজতো নানা ধৰণৰ সংঘাতে সকলোকে জোকাৰি গৈছে ।

'সংঘাত' নাটকত পাৰ্বতী প্ৰসাদ ভট্টাচাৰ্য্যই এটা দীঘলীয়া জীৱন-যাপন কৰি



জীৱনৰ শেষৰ দিনৰ টি ভি নেটৱৰ্কৰ যোগেদি বাণী জ্ঞাপন কৰিছে । তেওঁৰ দাঁত, চুলি, চকু, কাণ ইতিমধ্যে সলোৱা হৈ গ'ল । তেওঁৰ সহধৰ্মিণী আৰু পূৰ্বৰ প্ৰণয়ী লতাই ইতিমধ্যে দেহৰ সন্মুখভাগৰ পৰিবৰ্তন ঘটাই যৌৱন দীপ্ত হৈ পৰিছে। লতাৰ অত্যুৎসাহৰ বাবে ভট্টাচাৰ্য্যক "নিজে নিজে" সকলো কৰিবলৈ নিদি বিদ্যুৎজনৰ সঁচেৰে লতাই জন্ম দিয়া ইঞ্জিনীয়াৰ ইঞ্জিক্ৰমে নতুন পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে ।

সকলোৱে শেষত নিৰ্দিষ্ট দিনত ক্ষয়প্ৰাপ্ত হ'বলগীয়া দেহটোৰ নতুন ফ্ৰেমটোৰ ম্যাদ উকলি যোৱাৰ আগে আগে 'এটা জীৱনত কি পালোঁ, কি হেৰুৱালোঁ' তাৰ লেখ দি পাৰ্ব্বতী প্ৰসাদে সকলোৰেপৰা বিদায় মাগিছে । ১৯৯৭ চনত আকাশবাণীৰ ডিব্ৰুগড় কেন্দ্ৰৰপৰা প্ৰচাৰিত 'সংঘাত' নাটকৰ এই বিষয় বস্তুৱে শ্ৰোতাক ভৱিষ্যতৰ দিনবোৰৰ সম্পৰ্কে চিন্তা কৰিবলৈ সজাগ কৰি দিব । ঠিক তেনেদৰে 'সংযোগ' নাটকত মানুহৰ জীৱন ধাৰণৰ আগৰ আহিলা আৰু পদ্ধতিবোৰৰ সলনি ৱাৰ্ল্ডৱাইড ৱেব, ইণ্টাৰনেট আদিয়ে মানুহক নতুন জীৱন যাত্ৰাৰ গতিবেগ দান কৰিছে । ফলস্বৰূপে আগৰ সৌহাৰ্দ্য, পৰস্পৰৰ সম্পৰ্কৰ মাজত যতি পৰিল । নতুন কল্পিত বাস্তৱ বা ভাৰ্চুৱেল ৰিয়েলিটিয়ে মানুহক গ্ৰাস কৰি পেলালে । মানুহৰ মনোজগতখনো অভাৱনীয় পৰিবৰ্তন ঘটিল । পঁয়ষষ্ঠি বছৰীয়া যোগানন্দ ঠাকুৰে এইবোৰ প্ৰত্যক্ষ কৰি যেন বিভ্ৰান্ত হৈ পৰিছে ।

ড° গোস্বামীৰ ওপৰত আলোচনা কৰা নাটকবোৰৰ লগতে তেখেতৰ 'যুগসন্ধি', 'ভদ্ৰতামাপক যন্ত্ৰ', 'কথা শিল্পী', 'সৃষ্টিৰ সুবাস শেষ প্ৰস্তুতি', 'এনিমেল থট্‌ ৰেকৰ্ডাৰ' আৰু 'নতুন শতিকাৰ সপোন' আদি নাটকৰ কথা উল্লেখ কৰিব লাগিব ।

'বিজ্ঞান জেউতি' আলোচনীত ১৯৬৯ চনত ৫ম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত ড° শ্যামা প্ৰসাদ শৰ্মাৰ 'দেৱতাৰ অন্যৰূপ' এখন সফল বিজ্ঞান ভিত্তিক নাটক। ইয়াৰ বাহিৰে অন্য লেখকৰ কেইখনমান নাটক প্ৰকাশিত হৈছে যদিও বেছি ভাগেই কল্পবিজ্ঞান নাটকৰ পৰিপূৰ্ণতা, লাভ কৰিবপৰা নাই। সেইবিলাক ফেণ্টাছিৰ পৰ্য্যায়ৰ। বিজ্ঞানভিত্তিক প্ৰবন্ধ, উপন্যাস, চুটি গল্পৰ জৰিয়তে অসমীয়া সাহিত্য সমৃদ্ধি ঘটোৱা আন কৃতী লেখক সকলৰ ভিতৰত ড° বিজয়কৃষ্ণ দেৱশৰ্মা, ড° কালীনাথ শৰ্মা, সুৰেন্দ্ৰনাথ মেধি, ড° ভুবনমোহন দাস, ড° প্ৰতুল গোস্বামী, শান্তনু তামুলী, ড° অমৰজ্যোতি চৌধুৰী, ড° শিৱনাথ বৰ্মন, ডিম্বেশ্বৰ চলিহা, ড° মহেন্দ্ৰ বৰা, ক্ষীৰধৰ বৰুৱা, ড° কিশোৰী মোহন পাঠক, ড° কুলেন্দু পাঠক ড° পৰমানন্দ মহন্ত, ড° পৱিত্ৰ কুমাৰ বৰগোহাঁই, ড° প্ৰদীপ কুমাৰ দাস, দীনেশ বৈশ্য, বন্দিতা ফুকন, ড° ৰমেশ চন্দ্ৰ গোস্বামীৰ আদিৰ নাম সদায় উল্লেখনীয় হৈ ৰ'ব।

ড° গোস্বামীৰ কল্পবিজ্ঞান নাটকসমূহৰ কাহিনী প্ৰধান তত্ত্ব গৱেষণাগাৰ আৰু

অত্যাধুনিক কম্পিউটাৰ, ইলেকট্ৰনিক যন্ত্ৰপাতি আদিৰ মাজত আধাৰিত । কিন্তু সেইবুলি কাহিনী বা বিষয়বস্তুৱে বিজ্ঞানৰ শেহতীয়া থিয়ৰি আৰু কম্পিউটাৰৰ কাৰ্য্যকলাপৰ মাজত মানবীয়তা হেৰুৱাই পেলোৱা নাই । প্ৰত্যেকখন নাটকৰ কাহিনীৰ মাজেদি মানুহৰ চিৰন্তন ভাব-অনুভূতিবিলাক জাগ্ৰত কৰি ৰাখিব পৰাটো এটা অতি তাৎপৰ্য্যপূৰ্ণ কথা । নাটকসমূহ অনাতাঁৰ নাটকৰ কলাকৌশল প্ৰয়োগ কৰি লিখা হৈছে । কিন্তু সেইবোৰৰ মঞ্চ নাটকৰো ৰূপৰীতিৰ অভাৱ হোৱা নাই । অৱশ্যে কল্পবিজ্ঞান নাটকত বিষয়বস্তুৱে প্ৰাধান্য লাভ কৰে । বিষয়টোৰ এটা বৈজ্ঞানিক ভিত্তি থাকিব লাগে । বিজ্ঞানৰ প্ৰক্ৰিয়াৰ লগত এই কল্পকাহিনীবোৰৰ পোনপটীয়া সম্পৰ্ক থাকে । কাৰণ বিজ্ঞানৰ অতীত, বৰ্তমান বা ভৱিষ্যতৰ তথ্য কিছুমানৰ উপজীব্য কৰি ইয়াৰ কাহিনী ভাগ গঢ়ি তোলা হয় । কল্পবিজ্ঞান নাটক বা সাহিত্য প্ৰকৃততে জীৱন নিৰ্ভৰ, ভৱিষ্যত বিকাশৰ ইংগিত বহন কৰোঁতা আৰু প্ৰধানতঃ বৈজ্ঞানিক তত্ত্বৰ ওপৰত আধাৰিত। এই ক্ষেত্ৰতেই ফেণ্টাছিৰ অন্য লগত ইয়াৰ পাৰ্থক্য। ফেণ্টাছি জগতখন অদ্ভুত কল্পনাৰে ভৰপূৰ ।ইয়াৰ কোনো বিজ্ঞান-ভিত্তি নাই। বিজ্ঞানৰ কল্পকাহিনীত এনে কিছুমান কথা বা তথ্য প্ৰকাশ পায় যিবিলাকে ভৱিষ্যতৰ মানৱ সভ্যতাত বিজ্ঞানে কেনে ভূমিকা গ্ৰহণ কৰিব তাৰ ইংগিত দিয়ে। আমাৰ ব্যক্তিগত আৰু সমাজ জীৱনত বিজ্ঞানৰ প্ৰভাৱ বাঢ়ি অহাৰ লগে লগে সাহিত্যতো ইয়াৰ প্ৰভাৱ অনিবাৰ্য্য হৈ পৰিছে । মানুহৰ মানসিক জগতখনত সুকুমাৰ সাহিত্যৰ দৰে বিজ্ঞানৰ কাহিনীৰো এটা গুৰুত্বপূৰ্ণ ভূমিকা আছে । কাৰণ বিজ্ঞান মানসিকতাৰ অবিহনে অহা শতিকাত মানৱ জাতিৰ জীৱন যাত্ৰা স্বচ্ছল নহ'ব । গতিকে আজিৰ কল্পনা অৰ্থাৎ ভৱিষ্যতৰ বাস্তৱতাৰ সীমা মূৰিয়লিৰ এই সাহিত্যকৃতি অতি তাৎপৰ্য্যপূৰ্ণ । এই দৃষ্টিকোণৰ ড° গোস্বামীৰ কল্পবিজ্ঞান নাটকসমূহ আমাৰ সাহিত্য ক্ষেত্ৰত নিঃসন্দেহে মূল্যবান সংযোজনা ।

যশস্বী নাট্যকাৰ অৰুণ শৰ্মাই আধুনিক অসমীয়া নাটকৰ নতুন বেগ দান কৰি নিজকে তাৰ কৃতবিদ্য নাট্যকাৰ হিচাপে অসমীয়া নাটকলৈ আপুৰুগীয়া সম্পদ কঢ়িয়াই আনিছে । 'স্থাৱৰ' শ্ৰীশৰ্মাৰ কল্পবিজ্ঞান নাটক হিচাপে অসমীয়া সাহিত্যৰ প্ৰথম নাটকৰ দাবী কৰিব পাৰে বুলি মোৰ ধাৰণা । আজি ৩০/৩৫ বছৰৰ আগতে ৰচনা কৰা এই নাটকখন গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰপৰা প্ৰথম প্ৰচাৰিত হওঁতে ইয়াৰ অগতানুগতিক বিষয়বস্তুৱে মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল । কাৰণ কল্পবিজ্ঞান সাহিত্য তেতিয়া আমাৰ সাহিত্যত অচিনাকি আছিল । সাম্প্ৰতিক কালত কল্পবিজ্ঞান সাহিত্যৰ দ্ৰুত প্ৰচলনৰ ফলস্বৰূপে নাটকখনৰ প্ৰাসংগিকতা সকলোৰে বোধগম্য হৈ পৰিছে । আন্তঃগ্ৰহ যাত্ৰা, নক্ষত্ৰ যুদ্ধ, পৰমাণু অস্ত্ৰৰ ভয়াবহতা আজি আৰু অলীক কল্পনা হৈ থকা নাই । তেনে আত্মঘাতী সংঘৰ্ষত



মানবজাতি নিশ্চিত হৈ যাব পৰা আশংকা আৰু কেনিউটৰ প্ৰতি বন্ধুপত্নী মূৰ্চ্ছনাৰ সৃষ্টিৰক্ষাৰ কাৰণে কৰা আকুল আহ্বান আৰু এই দুয়োজনৰ মিলনৰ ফলত দীপৰ জন্ম সম্ভৱ হ'ল । দীপ আৰু শকুন্তলাৰ আৱশ্যম্ভাবী অথচ ব্যতিক্ৰমী যুগ্ম জীৱনৰ মাজত অনাগত মানৱ সমাজৰ আদি পিতামাতা, নাৰী পুৰুষৰ স্বপ্ন দেখি সিহঁতৰ মাতৃ মূৰ্চ্ছনাই শেষ নিশ্বাস ত্যাগ কৰিলে । কল্পবিজ্ঞান নাটকৰ ই এক সাৰ্থক প্ৰচেষ্টা বুলি অভিহিত কৰিব লাগিব । নাট্যকাৰে সম্পাদনা কৰা অনাতাঁৰ নাট্যাৱলীত 'স্থাৱৰ' প্ৰকাশিত হৈছে ।

সুদক্ষ অভিনেতা আৰু নাট্যকাৰ ড° সুশীল গোস্বামীৰ "মন গুহাৰ অন্ধকাৰত" মনোবিজ্ঞানী ড° ভাৰ্গৱৰ প্ৰচাৰিত তথ্য "হিংস্ৰতা মানৱ প্ৰকৃতিৰ এটা অপৰিহাৰ্য্য অংগ" ইয়াৰ সত্যাসত্য পৰীক্ষা কৰিবলৈ সমাজ বিজ্ঞানী ড° আচাৰ্য্যই তিনিগৰাকী যুৱক গৱেষক আৰু এগৰাকী যুৱতী গৱেষক দল লৈ বিহাৰৰ এটা অঞ্চলত গৱেষণা আৰম্ভ কৰিছিল । এই গৱেষণাৰ শোকাবহ পৰিণতিৰ কথা উত্থাপন কৰা হৈছে । ড° আচাৰ্য্যৰ নেতৃত্বত এই গৱেষকৰ দলটোৱে তেওঁলোকৰ গৱেষণা সম্পূৰ্ণ কৰিলে । সত্য প্ৰমাণিত কৰা চৰম মুহূৰ্তত ঘটিল এক অভাৱনীয় দুৰ্ঘটনা । নাৰী দেহৰ প্ৰতি লোলুপতা আৰু ধনৰত্নলৈ দানবীয় প্ৰলোভনে দলটোৰ গৱেষক যুৱক-যুৱতীসকলক উন্মাদ কৰি পেলালে । সিহঁতে পৰস্পৰৰ মাজত সংঘৰ্ষত লিপ্ত হোৱা কাৰ্য্যই আদিম গুহাবাসী মানুহৰ নগ্নতাৰে পৰিচয় দিলে । এই দুৰ্ঘটনাৰ পাছত ড° আচাৰ্য্যই মন্তব্য কৰিছিল "মোৰ পৰিকল্পনা আছিল একে এটা পৰিৱেশ সৃষ্টি কৰা যিটো পৰিৱেশত মানুহ সহজে হিংস্ৰ হৈ উঠিব পাৰে । কিন্তু এই পৰীক্ষা কাৰ্য্যৰ ফল এনে ভয়াবহ হ'ব বুলি মই কল্পনাও কৰিব পৰা নাছিলোঁ। মোৰ থিঅ'ৰি ভুল । হিংস্ৰতা মানৱ প্ৰকৃতিৰ এটা অংশ । ইট্ ৰিমেইনছ ইনহিবিটেড ইন মেন ।" এই নাটকখন গুৱাহাটী অনাতাৰ কেন্দ্ৰৰপৰা প্ৰচাৰিত হৈছিল আৰু অৰুণ শৰ্মাই সম্পাদনা কৰা 'অনাঁতাৰ নাট্যাৱলী' গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে । বিজ্ঞানভিত্তিক নাটক হিচাপে 'মন গুহাৰ অন্ধকাৰত' চিত্তাকৰ্ষক হৈছে ।

---

**সম্পাদকৰ টোকা :**
ড° অমৰজ্যোতি চৌধুৰীৰ 'সাংকেতিক' নামৰ এখন কল্পবিজ্ঞান নাটক আকাশবাণী গুৱাহাটীদ্বাৰা ১৯৮৮ চনত প্ৰচাৰিত হৈছিল । সেই সময়ত কম্পিউটাৰ ভাইৰাছৰ ধাৰণাৰ আৰম্ভণি হৈছে মাথোন । তাৰ ভৱিষ্যতলৈ চায়েই এই নাটকখন লিখা হৈছিল । নাটকখনৰ নায়ক কম্পিউটাৰ বিজ্ঞানৰ ছাত্ৰ । তেওঁৰ নাম অমিত । অমিতৰ পিতৃয়ে আকৌ এটা প্ৰতিৰক্ষা গৱেষণাগাৰৰ সফল কম্পিউটাৰ গৱেষক আৰু তত্ত্বাৱধায়ক । অমিতৰ পঢ়াশুনাৰ বাহিৰেও বিভিন্ন বিষয়ত ৰাপ । অমিতৰ পিতৃয়ে কিন্তু পঢ়াশুনাত অমিতক আৰু সফলৰূপত পাবলৈ বিচাৰে । তাতেই আৰম্ভ হয় দুয়োজনৰ সংঘাত । শেষত অমিতে পিতৃৰ কম্পিউটাৰ নেটৱৰ্কৰ প্ৰতিৰক্ষা ভেদ কৰি তাত ভাইৰাছৰ প্ৰৱৰ্তন কৰে । ফলত গৱেষণাগাৰৰ কেতবোৰ অতি গোপন পৰীক্ষা ব্যাহত হৈ পৰে । কম্পিউটাৰৰ প্ৰতিৰক্ষাৰ দায়িত্বত থকা অমিতৰ পিতৃ অসহায় হৈ পৰে । পিতৃ গৰাকীয়ে এই সংকটৰপৰা পৰিত্ৰাণ পোৱাৰ সকলো আশা পৰিত্যাগ কৰিবলৈ বাধ্য হয় । অৱশেষত বিবেকৰ দংশনত জৰ্জৰিত অমিতে নিজে সেই সংকটৰ যোগান ধৰি পিতৃক নিশ্চিত বিপদৰপৰা ৰক্ষা কৰে ।এ যিকোনো ব্যৱস্থাক সহনশীল ক্ষমতাৰ বাহিৰলৈ টানি নিলে যে অচল অথবা বিদ্ৰোহী হৈ পৰে । অমিতৰ কাৰ্য্যই তাৰেই সাংকেতিক ইংগিত দিয়ে ।

# অসমীয়া শিশুৰ উপযোগী বিজ্ঞান-সাহিত্য

বিজয়কৃষ্ণ দেৱশৰ্মা

### ভূমিকা

শিৰোনামাটো বিৱচ্ছেদ কৰিলে আমি পাওঁ চাৰিটা অংশ — 'সাহিত্য', 'বিজ্ঞান', 'শিশু উপযোগী' আৰু 'অসমীয়া' । অৰ্থাৎ আমাৰ আলোচ্য বিষয়ৰ দিশ হ'ব সাহিত্য, যি বিজ্ঞান-অৱধাৰিত, যি শিশুৰ উপযোগী, বিশেষকৈ অসমীয়া শিশুৰ বাবে উপযোগী হয় । প্ৰবন্ধটোত আমি ইতিমধ্যে প্ৰকাশিত শিশুৰ বাবে উপযোগী বিজ্ঞান-সাহিত্যৰ খতিয়ান দিয়াতকৈ এনে সাহিত্যৰ প্ৰকৃতি-পৰিচয় আদি কেনে ধৰণৰ হোৱা উচিত তাৰ ওপৰতহে গুৰুত্ব দিম ।

### সাহিত্যৰ সংজ্ঞা

পোনতে সাহিত্য কি বিশ্লেষণ কৰি চাওঁ । প্ৰকৃততে সাহিত্যৰ খাটাং সূত্ৰ বা সংজ্ঞা এটা দিয়া টান ; কাৰণ, ই উপলব্ধিৰ বস্তু । এই উপলব্ধিও আকৌ সাধাৰণতে মনৰ বুদ্ধিদীপ্ত কথা নহয় ; বৰং, ই হ'ল সত্য আৰু সুন্দৰৰ ওপৰত নিৰ্ভৰশীল । ইয়াৰ বাবে ধীমন্তাৰ প্ৰয়োজন নহয়, প্ৰয়োজন হয় চিত্ত বিনোদিত সুকুমাৰজাত কলাপ্ৰীতি বা কলাপ্ৰেম । এটা উদাহৰণেৰে কথাটো সৰল কৰা ভাল হ'ব । 'গোলাপ' ফুল সকলোৱে দেখিছে; সাধাৰণতে সুন্দৰ ফুল বুলি তাক কেৱল গতানুগতিকভাৱে প্ৰশংসা কৰে । কিন্তু কবি ৰঘুনাথ চৌধাৰীদেৱে সেই গোলাপতে দেখা পালে অন্য এক জগতৰ ৰং-ৰূপ, যি কলাৰ বস্তু বা নন্দন তত্বৰ কথা । সেইদৰে কেতেকীৰ মাতত আমি কেৱল এক বিহঙ্গৰ সুৰহে শুনোঁ । কিন্তু কবি চৌধাৰীৰ দৰে কেতেকীৰ মাতত সুন্দৰৰ ৰূপ-প্ৰতিফলন আমি কেইজনে পাওঁ ? বা যতীন্দ্ৰ নাথ দুৱৰাদেৱৰ দৰে কেতেকীৰ নিঃস্বাৰ্থ প্ৰেমৰ স্বৰূপ দুৱাৰাদেৱৰ 'কেতেকী' নপঢ়াজনে সাধাৰণতে নাপায় । এনে হয়তো বিশেষ মানসিকতাৰ কথা, সূক্ষ্ম চেতনাৰ প্ৰতিফলন, যাক আমি এই প্ৰসংগত ক'ব পাৰোঁ । সাহিত্যৰ প্ৰতিফলন, কলাৰ প্ৰতিভাত ৰূপ এক কলাগত গুণ বুলি ক'ব পাৰোঁ । এনে গুণ বা প্ৰকাশ নিহিত আছে যদিও সৰ্বসাধাৰণৰ দৃষ্টিত অগোচৰ হৈ থাকে । কিন্তু যেতিয়াই সাহিত্যিকে কলাৰ মাধ্যমেৰে তাক প্ৰকট কৰে, তেতিয়া ই প্ৰতিজন পাঠকৰ মন চুই যায় ; অন্ততঃ প্ৰশংসা কৰিবপৰা অৱস্থা এটি আহি যায় । এনেকুৱা বিশেষ ব্যক্তিৰ বিশেষ প্ৰকাশ — সত্য আৰু সুন্দৰৰ নন্দন তাত্বিক প্ৰতিফলন যেতিয়া ৰূপ-ৰস-ছন্দৰ মাধ্যমেৰে বাক্যাশ্ৰিত



হয়, তেতিয়াই ই সাহিত্যৰূপে পৰিগণিত হয় ; আৰু সাহিত্য সৃষ্টিকৰ্তা বিশেষ ব্যক্তিজনক বোলা হয় সাহিত্যিক ।

### সাহিত্যৰ সাধাৰণ গুণাৱলী

সাহিত্য সৃষ্টিশীল মনৰ সৃষ্টি । সেয়েহে ই ব্যক্তি সাপেক্ষ বুলি বিবেচিত হয় । সাহিত্য সৃষ্টি কৰা ব্যক্তিজনৰ মন-চকুৰ বিচৰণ, সৃষ্টিৰ বাবে থকা তেওঁৰ সৃজনীমূলক বিচক্ষণতা আৰু তেওঁৰ মনৰ অভিৰুচি, বিশেষকৈ সত্য-সুন্দৰ দ্ৰষ্টা হিচাপে -- আদিৰ দৰে বিমূৰ্ত গুণাৱলীৰ ওপৰত নিৰ্ভৰশীল হৈহে সাহিত্যৰ সৃতি বৈ পৰে । এইবাবেই যিকোনো শব্দ-সম্ভাৰ বা বাক্য-বৰ্ণনাই সাহিত্য হ'ব নোৱাৰে । সাহিত্য হ'বলৈ হ'লে বৰ্ণনা হ'ব লাগিব স্বাদ-যুক্ত, ৰস-সিক্ত, সুখ-পাঠ্য, যি পঢ়ি পাঠকে মনত আনন্দ অনুভৱ কৰে । সাহিত্যৰ সোৱাদে পাঠকক কেতিয়াও আমনি নিদিয়ে। ইয়াৰ কাৰণ কেৱল সত্য আৰু সুন্দৰৰ প্ৰতিফলনেই একমাত্ৰ গুণ নহয় । ইয়াৰ লগতে আছে সাৰ্বজনীনতা, যাক ইংৰাজীত ইউনিভাৰছেলিটি (universality), আৰু উদ্বুদ্ধতা বা ছাজেষ্টিভনেছ (suggestiveness) । এই বাবেই যি কোনো ঠাইৰ সাহিত্যই যিকোনো পাঠকক আকৰ্ষিত কৰিবলৈ সমৰ্থ হয় । সমাজ-ব্যৱস্থা পৃথক হ'লেও মানুহৰ মনৰ সুখ-দুখ, ভয়-ক্ৰোধ আদিকে ধৰি আৱেগ-অনুভূতিবোৰ জানো একে নহয় ? আমি ইয়াত যাৰ ইঙ্গিতত বা যি মূলৰ উত্তেজনাত হাহোঁ বা কান্দোঁ, ভাল পাওঁ বা ঘৃণা কৰোঁ, সেই একে চেতনা বা অনুভৱৰ বশবৰ্ত্তী হৈয়েই ইংলণ্ড বা আমেৰিকা বা ৰুছদেশৰ মানুহেও হাঁহে-কান্দে বা ভাল পায়, ঘৃণা কৰে। গতিকে দেখা যায় সাহিত্য জীৱনৰ তথা সমাজৰ প্ৰতিচ্ছবি সদৃশ । আচল কথা হ'ল সকলো মানুহে একেদৰে চিন্তা কৰে আৰু সাহিত্যত এনে সদৃশ চিন্তাৰেই বাঙময় ৰূপ বৰ্ণিত হয় ।

ওপৰত আলোচনা কৰা সাহিত্যৰ সাধাৰণ গুণৰ আধাৰতেই আমি ক'ব পাৰোঁ যে সাহিত্য দেশ-কাল নিৰপেক্ষ হয় । পাত্ৰ অৰ্থাৎ সাহিত্যৰ চৰিত্ৰ হ'ল এক প্ৰতীক, যাৰ আধাৰত সাহিত্যিকে মানৱ-চৰিত্ৰৰ বা সত্য-সিদ্ধ ঘটনাৰ বিশ্লেষণ দাঙি ধৰে । ৰামায়ণ-মহাভাৰতৰ কথাকেই নাচাওঁ কিয় । হেজাৰ বছৰ পুৰণি হ'লেও সেই মহাকাব্যৰ সমাদৰ আজিও কমি যোৱা নাই ।

### শিশু-সাহিত্য

এতিয়া আমি এক বিশেষ শ্ৰেণীৰ সাহিত্যৰ কথালৈ আহোঁ । শিশুৰ উপযোগীকৈ ৰচনা কৰা সাহিত্যক সাধাৰণভাৱে শিশু-সাহিত্য বুলি কোৱা হয় । কথা হ'ল - শিশুৰ সীমাৰেখা ক'ত নিৰ্দ্ধাৰণ কৰা । জন্মৰপৰা কৈশোৰ নোহোৱালৈ এই ১৫-১৬ বছৰীয়া সময়ছোৱাক আমি যদি শৈশৱ-কাল বুলি ধৰি লওঁ, তেনেহ'লে

মনোবিজ্ঞানৰ ফালৰপৰা এই কালাংশৰ দুটা ছেদ গ্ৰহণ কৰা উচিত — আঠ বছৰলৈ এছোৱা আৰু আঠ বছৰৰপৰা তদুৰ্ধৰ আনছোৱা । শিশু-মনৰ আহৰণ বা সঞ্চয়ন সীমাৰেখা বোলে আঠ বছৰ অৰ্থাৎ আঠ বছৰলৈ মানৱশিশুৱে ইন্দ্ৰিয়গ্ৰাহ্য শক্তিৰে বোধ-জ্ঞান আদি সংগ্ৰহ কৰে । তাৰ পাছত সেই সঞ্চয়ৰ জুমুঠি সবল হয় আৰু পূৰ্ণ বিকশিত হয় মাথোন । সেয়ে শিশু-সাহিত্য ৰচনা কৰিবলৈ যাওঁতে সাহিত্যিকে প্ৰথমতেই নিৰ্ধাৰণ কৰি লোৱাৰ প্ৰয়োজন (প্ৰকৃততে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত ই এক বাঞ্ছনীয় কথা ; কাৰ বাবে ৰচিত হৈছে নাজানিলে বা নিৰ্ধাৰণ কৰি নল'লে সাহিত্যৰ জঁকা বা দেহ সুদৰ্শন নহ'ব) কাৰ বাবে তেওঁ সাহিত্য ৰচনা কৰিব ।

বয়স-সীমা নিৰ্ধাৰণ কৰি লোৱাৰ পাছত শিশু-মনৰ মনস্তাত্বিক বিশ্লেষণ এটি জনাৰ প্ৰয়োজন । তেতিয়াহে শিশুৰ বাবে ৰচনা কৰিব খোজা সাহিত্যৰ বিষয় বস্তুৰ সঠিক নিৰ্বাচন কৰিব পাৰি । এটা উদাহৰণ দিছোঁ ঃ আজিকালিৰ শিশুৱে 'কমিক' শ্ৰেণীৰ পুথি পঢ়ি ভাল পায় । কাৰণ, তাত সেই বয়সৰ উৎকণ্ঠা, কল্পনা-বিলাস আৰু অভিযান বা আৱিষ্কাৰসূচক বোধ-শক্তিৰ প্ৰতিফলন পায় । সেইদৰে, সকলো দেশৰ সকলো শিশুৱে, বিশেষকৈ আঠ বছৰৰ ভিতৰত, সাধু শুনি ভাল পায় । তাৰ কাৰণ হয়তো সাধুৰ আঁৰত থকা অলৌকিকতাৰ বৰ্ণনা আৰু সেই অলৌকিক প্ৰত্যয়ৰদ্বাৰা নৈতিক সত্যতাৰ উদঘাটন আদিয়ে শিশুৰ পবিত্ৰ মনৰ সৈতে ৰজিতা খায় ।

বীৰত্বসূচক ঘটনাৰ বৰ্ণনাই শিশুক সদায় আকৰ্ষিত কৰে । কাৰণ, প্ৰতিজন শিশুৰ মনত বীৰত্ব দেখুওৱাৰ হেপাহ থাকে । একেদৰে আদৰ্শবান পুৰুষৰ জীৱনীয়েও শিশু মনক প্ৰভাৱিত কৰে । শিশু কালছোৱা সাধাৰণতে অপ্ৰপঞ্চৰ কাল । সত্য, সুন্দৰ আৰু বিশ্বাসৰ প্ৰত্যয়েৰে ভৰা এই কালছোৱা যি কোনো দেশৰ যি কোনো শিশুৰ বাবে এক নিষ্কলুষ কাল । সেয়ে এই কালপ্ৰাপ্ত শিশুৰ বাবে ৰচনা কৰা সাহিত্যৰ কৰ্ম আৰু ষ্টাইল (form and style) সৰ্বসাধাৰণ প্ৰাপ্তবয়স্কৰ বাবে ৰচিত সাহিত্যৰ কৰ্ম আৰু ষ্টাইলতকৈ বেলেগ হ'বই লাগিব । ইয়াত কৰ্ম আৰু ষ্টাইলৰ দ্বাৰা ৰচনা-ৰীতি, ৰচনাৰ ভাষা-ছন্দ-অলঙ্কাৰ আদিকে ধৰি সাহিত্যৰ অঙ্গসজ্জা, লগতে বিষয়বস্তুৰ নিৰ্বাচনকো বুজোৱা হৈছে ।

## বিজ্ঞান-সাহিত্য

আমাৰ আলোচ্য বিষয়ৰ অন্য এক ছেদাংশ হ'ল বিজ্ঞান-সাহিত্য । শব্দ দুটাৰ আঁৰত থকা অৰ্থ-ভাঙনি কৰিলেই দেখা যায় যি সাহিত্যৰ আধাৰ বা বিষয়বস্তু বিজ্ঞানপুষ্ট বা বিজ্ঞান-সুবাসিত, তাকেই বিজ্ঞান-সাহিত্য বোলা হয় । সেইবুলি বিজ্ঞান বৰ্ণনা মাত্ৰেই বিজ্ঞান-সাহিত্য নহয় বা হ'ব নোৱাৰে, যিদৰে বাক্যাশ্ৰিত



শব্দ-সম্ভাৰ মাত্ৰেই সাহিত্য হ'ব নোৱাৰে । সাহিত্যৰ গুণাৱলী বা লক্ষণেৰে সমৃদ্ধ বৈজ্ঞানিক ধ্যান-ধাৰণাযুক্ত বিষয়বস্তুৰ ৰসসিক্ত ৰচনাকহে আমি বিজ্ঞান-সাহিত্যৰ আয়তীত ৰখা উচিত ।

## শিশুৰ উপযোগী বিজ্ঞান-সাহিত্য

শিশুৰ বাবে ৰচিত বিজ্ঞান-সাহিত্য বুলিলে সেয়ে আমি শিশুৰ গ্ৰাহিতা শক্তিৰ সামানুপাতে ৰচিত বৈজ্ঞানিক বিষয়বস্তুপুষ্ট সাহিত্যকহে বুজিম । এনে ৰচনাৰ ভিতৰত পৰিব বিজ্ঞানীৰ জীৱনী, বৈজ্ঞানিক আৱিষ্কাৰৰ সৰস বৰ্ণনা - গল্পৰ মাধ্যমেৰে বৰ্ণিত বৈজ্ঞানিক কল্প-কাহিনী বা নাট কবিতা উপন্যাস আদিক থ'ব পাৰি । জনপ্ৰিয় বিজ্ঞানৰ লেখনী মাত্ৰেই বিজ্ঞান সাহিত্যৰ বিশেষ অংগ বুলি স্বীকৃত হয় ।

## অসমীয়া শিশুৰ উপযোগী বিজ্ঞান-সাহিত্য

যদিও সাহিত্যৰ সাধাৰণ ধৰ্ম এটি হ'ল দেশ-কাল-পাত্ৰ নিৰপেক্ষতা, তথাপি আমি স্বীকাৰ কৰা উচিত হ'ব যে বিজ্ঞান-সাহিত্যৰ ক্ষেত্ৰত এই কথাটো সম্পূৰ্ণৰূপে প্ৰযোজ্য নহয় । কাৰণ, বিজ্ঞান-মানসিকতা গঢ় লয় সমাজ আৰু পৰিৱেশৰ ওপৰত নিৰ্ভৰ কৰি । বিজ্ঞানত প্ৰগতিপ্ৰাপ্ত দেশৰ শিশুৰ বিজ্ঞান-মানসিকতা বিজ্ঞানত প্ৰগতিকামী দেশৰ শিশুৰ লগত ৰজিতা নোখোৱাই স্বাভাৱিক। অসমীয়া শিশুৰ বিজ্ঞান-জগতখন ইংলণ্ড-আমেৰিকা বা জাপানৰ শিশুৰ বিজ্ঞান-জগতৰ লগত তৰ্কৰ খাতিৰত (বা ঔচিত্যৰ খাতিৰত) একে বুলি ধৰি ল'বহে পাৰি, কিন্তু একে বুলি নদি ক'ব নোৱাৰি (কোৱা উচিতো নহ'ব) । অপ্ৰিয় হ'লেও সত্য যে শিল্প উদ্যোগেৰে ভৰি থকা নগৰীয়া অঞ্চলৰ শিশু এটিৰ বিজ্ঞান-মানসিকতা বা বৈজ্ঞানিক দৃষ্টিভংগী - ৰেলগাড়ী বা টি ভি নেদেখা গাঁও অঞ্চলৰ শিশু এটিৰ লগত জানো একে স্থানত থ'ব পাৰি ? এইখিনিতে মোৰ কথা এটা মনত পৰিছে । কথাটো মোক এজন বিদেশত থকা বন্ধুৱে কৈছিল । কথাটো এনেকুৱা ঃ আমেৰিকাত থকা বন্ধুজন এবাৰ অসমৰ গাঁও অঞ্চলত থকা ঘৰলৈ আহক - সপৰিবাৰে । বন্ধুজনৰ আৰু বন্ধু ভাতৃৰ (অসমত থকা) প্ৰত্যেকৰে সাতবছৰীয়া পুত্ৰ একোটি আছে । তেনে দিনতে হওক পূৰ্ণিমা । পূৰ্ণিমাৰ ৰাতি চোতালত বহি দুয়ো শিশুৱে জোনৰ অপৰূপ মাধুৰ্য্য উপভোগ কৰিছে । তেনেতে অসমস্থ শিশুটোৱে প্ৰাৰ্থনা এটা জনাই জোনক নমস্কাৰ কৰি ক'লে, "দেখিলা চন্দ্ৰ-দেৱতা কিমান ধুনীয়া ?" তাৰ প্ৰত্যুত্তৰত আমেৰিকাস্থ শিশুজনে আচৰিত হৈ ক'লে - "কি ক'লা ? চন্দ্ৰ দেৱতা ? চন্দ্ৰটো দেখোন আমাৰ পৃথিৱীৰ উপগ্ৰহ । তাত মানুহ নামিছে ।"

কথাটো ইয়াতেই এৰি আমি যদি শিশুদুটিৰ মানসিকতালৈ আহোঁ, তেন্তে নিশ্চয় উপলব্ধি কৰিব পাৰোঁ যে কোনজন শিশুৰ বাবে কেনেধৰণৰ বিজ্ঞান-সাহিত্য

ৰচনা কৰাৰ প্ৰয়োজন হ'ব । আমাৰ সৰ্বসাধাৰণ অসমীয়া শিশুৱে এতিয়াও বিজ্ঞানৰ জ্ঞান পাঠ্যপুথিত বৰ্ণিত বৰ্ণনাৰে আয়ত্ব কৰি আছে । ব্যাৱহাৰিক বিজ্ঞানৰ হাতে-কামে আয়ত্ব কৰিবলগীয়া বোধ বহুতৰে ক্ষেত্ৰত (অসমীয়া শিশুৰ) এতিয়াও পুৰঠ হোৱা নাই । তদুপৰি কু-সংস্কাৰ, অন্ধ-বিশ্বাসৰ প্ৰভাৱতো আছেই । এইবাবেই আমি অসমীয়া শিশুৰ উপযোগী বিজ্ঞান-সাহিত্য ৰচনা কৰিবলৈ যাওঁতে এনেধৰণৰ ফৰ্ম আৰু ষ্টাইল গ্ৰহণ কৰা উচিত হ'ব, যিয়ে আমাৰ শিশুসকলৰ মনত বিজ্ঞান মানসিকতা পুৰঠ কৰি তেওঁলোকক বিজ্ঞান-প্ৰেমী কৰি তোলে, তেওঁলোকৰ মনত বৈজ্ঞানিক দৃষ্টিভংগীৰ উন্মেষণ হয় — যাতে সময়ত বিজ্ঞান-সাহিত্যৰ মোল যথাযথভাৱে গ্ৰহণ কৰিব পৰা হয় ।

এইখিনিতে আমি বিশেষভাৱে মন কৰিবলগীয়া কথাটো হ'ল সম্প্ৰতিক যুগৰ প্ৰাসংগিকতা বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ পয়োভৰেৰে পূৰ্ণ বিজ্ঞান- সংস্কৃতি বা বিজ্ঞান-সভ্যতা । সম্প্ৰতি বিজ্ঞানো হৈ পৰিছে মানৱ সভ্যতাৰ অন্য এক অপৰিহাৰ্য্য উৎপাদক । সাহিত্য যদি বাস্তৱ জীৱনৰ প্ৰতিচ্ছবি হয়, তেন্তে আজিকালিৰ বাস্তৱতাত অঙ্গাঙ্গীভাৱে সাঙোৰ খাই থকা বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰভাৱ সাহিত্যৰ জৰিয়তে প্ৰতিফলিত হ'বই লাগিব - তেহেঁলে ই শিশুৰ বাবে ৰচিত সাহিত্যই হওক বা সৰ্বসাধাৰণ প্ৰাপ্তবয়স্কৰ বাবে ৰচিত সাহিত্যই হওক ।

### কোনে ৰচিব এই শিশু বিজ্ঞান-সাহিত্য ?

আমাৰ বহুতৰে এটা ভুল ধাৰণা আছে যে বিজ্ঞান-সাহিত্য ৰচিবলৈ হ'লে বিজ্ঞানী হোৱাৰ প্ৰয়োজন । বৈজ্ঞানিক দৃষ্টিভংগী বা বিজ্ঞান-মানসিকতা অকল বিজ্ঞানীৰ ক্ষেত্ৰতহে প্ৰযোজ্য বুলি ভাবিলে ভুল হ'ব । প্ৰতিজন ব্যক্তিৰ, প্ৰতিজন নাগৰিকৰ বাবে বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ প্ৰয়োজন । বিজ্ঞানক প্ৰশংসা কৰিব পৰা বা বিজ্ঞানক ভাল পোৱা ব্যক্তিকো বিজ্ঞানী বুলি গণ্য কৰিলে জানো কিবা ভুল কৰা হ'ব ? এই অৰ্থত প্ৰতিজন সাহিত্য স্ৰষ্টাই বিজ্ঞানী-সদৃশ ; কিয়নো, সাহিত্য সৃষ্টিৰ বাবে প্ৰয়োজন হোৱা চিন্তাশৈলী, ৰচনাৰ কলা-কুশলতা আদি সকলোতে বৈজ্ঞানিক পদ্ধতি নিৰ্হিত হৈ থাকে । গতিকে গল্প, উপন্যাস, কবিতা, নাট বা সংগীতৰ দৰে সুকুমাৰ কলা ৰচকসকলে বিজ্ঞান-সাহিত্যৰ বাহক হ'ব পাৰে আৰু হোৱাৰ প্ৰয়োজনো আছে — বিশেষকৈ আমাৰ অসমীয়া শিশুৰ বাবে ৰচনা কৰিবলগীয়া বিজ্ঞান-সাহিত্যৰ ক্ষেত্ৰত । সেয়ে অসমীয়া শিশুৰ বাবে উপযোগী বিজ্ঞান-সাহিত্য ৰচনা কৰিব খোজা বা কৰি থকা সকলৰ প্ৰতি আমাৰ অনুৰোধ হ'ল বৈজ্ঞানিক-পদ্ধতিপুষ্ট মননশীলতাৰ আশ্ৰয়ী হৈ যেন এনে সাহিত্য সৃষ্টি কৰে, যাতে পঢ়ুৱৈসকলে তেনে সাহিত্য অধ্যয়ন বা পঠনৰ জৰীয়তে বিজ্ঞান-মানসিকতা আয়ত্ব কৰিবলৈ উদ্‌গনি পায় । ❑



# শিশুৰ বাবে বিজ্ঞান-সাহিত্য

বন্দিতা ফুকন

কথা ক'বলৈ শিকাৰ লগে লগে শিশুৱে তেওঁ চৌপাশৰ জগতখনৰ বিষয়ে ডাঙৰক প্ৰশ্ন কৰিবলৈ ধৰে । ইয়াৰ প্ৰধান কাৰণ হ'ল, নজনাক জানিব খোজাৰ এক চিৰন্তন কৌতূহল । নজনাৰ প্ৰতি থকা কৌতূহলেই মানৱ সভ্যতাৰ উন্নতিৰ প্ৰধান কাৰণ । এটা কথা আমি সদায়েই মন কৰিব লাগিব যে শিশুৰ মনত যি ধৰণৰ প্ৰশ্নৰ উদ্ৰেক হয়, সেই বেছিভাগ প্ৰশ্নৰ সৈতে বিজ্ঞান জগতখন জড়িত হৈ আছে । আনহাতে শিশুক ডাঙৰে কোৱা সাধুকথা, উপকথাবোৰে বিজ্ঞানৰ সত্যতাক এটা কল্পনাৰ আৱৰণেৰে ঢাকি ৰখাৰ বাবেহে যেন চেষ্টা চলায় । উদাহৰণ স্বৰূপে, অসমৰ শিশু এটিয়ে সোধে যে - "সৌ জোনবাইটোত কি আছে ?" তেন্তে, সেই প্ৰশ্নৰ উত্তৰত বেছিভাগ বয়স্ক লোকেই যদি কয় যে জোনবাইত তুলসী গছ আছে, এটা শহাপহু আছে নতুবা এগৰাকী বুঢ়ী আইতাই যতঁৰত সূতা কাটি আছে - তেনেহ'লে এনে উত্তৰ শিশুটিৰ বাবে যথাযথ নহ'ব । সেয়ে শিশুটিয়ে এনে প্ৰশ্ন কৰাৰ লগে লগে যি উত্তৰ দিয়া হয়, সি, বিজ্ঞানৰ সত্যতাৰ ওপৰতহে প্ৰতিষ্ঠিত হ'ব লাগে । জোনবাইত তুলসী গছ, শহাপহু আছে - ধৰণৰ উত্তৰ এটাই আমাৰ শিশুটিৰ মনৰ জগতখনক উন্নত দেশ আমেৰিকাৰ, ইংলণ্ডৰ শিশু এটিৰ মনৰ জগতখনৰ তুলনাত বহুগুণে পিছ পেলাই থ'ব । কাৰণ বিদেশৰ শিশু এটিয়ে ভালকৈয়ে জানে যে জোনবাইত বায়ু, পানী একো নাই, তাত আছে মাথোঁ খাল, গহ্বৰ, শিল, বালিভৰা পাহাৰ-পৰ্বত, ধূলি । এইখিনি কথাকে আমাৰ দেশৰ শিশু এটিক মনোগ্ৰাহীকৈ কোৱাৰ দায়িত্ব আছে বয়স্কসকলৰ বা শিশুৰ বাবে বিজ্ঞান কাহিনী লিখা লেখকসকলৰ । লেখকৰ প্ৰাণৱন্ত কলমত বিজ্ঞানৰ নিৰস কাহিনীয়েও শিশু মনত খোৰাক যোগাব পাৰে ।

লেখকসকলে ৰচনা কৰা সাধুকথাবোৰত একোখন কাল্পনিক জগত থাকে, কিছুমান অবাস্তৱ চৰিত্ৰ থাকে, অবাস্তৱ ঘটনাও ঘটিব পাৰে । কিন্তু শিশুৰ বাবে লেখা বিজ্ঞানৰ কাহিনীবোৰ সদায় সঁচা, বাস্তৱ হ'ব লাগিব । যিমানেই বিজ্ঞানভিত্তিক বিষয় বস্তু কঠিন নহওক তাক শিশুৰ মনে ঢুকি পোৱাকৈ সৰল ভাষা, সৰল চিত্ৰ ব্যৱহাৰ কৰি লিখিবলৈ চেষ্টা কৰিব লাগে ।

আধুনিক জগতখনত বিজ্ঞান হ'ল অপৰিহাৰ্য্য । সেয়ে শিশুক বিজ্ঞানৰ

উপাদনসমূহৰ জ্ঞান দিয়াটো অভিভাৱক আৰু লেখকসকলৰ কৰ্তব্যৰ ভিতৰতে পৰে । শিশুৱে প্ৰশ্ন কৰা বিজ্ঞানমূলক বিষয় এটা উত্তৰ দিয়া বা লেখাৰ আগতে উত্তৰটো যিমান পাৰি সৰলীকৰণ কৰি ল'ব লাগে । আজি যিমান দ্ৰুত গতিৰে আমাৰ ঘৰুৱা জীৱনত বৈজ্ঞানিক সা-সৰঞ্জামে ঠাই পাইছে, সেইবোৰ ব্যৱহাৰ কিয় সাৱধানে কৰিব লাগে, সেই বিষয়ে শিশুক সচেতন কৰা উচিত । নহ'লে তেওঁলোকে বহুত ভয়াবহ দুৰ্ঘটনাৰ সন্মুখীন হ'ব লাগিব পাৰে । উদাহৰণ স্বৰূপে, শুদা ভৰিৰে থকা শিশু এটিয়ে তিতা হাতেৰে বিজুলীৰ তাঁৰ বা বৈদ্যুতিক যন্ত্ৰ-পাতি কিয় চুব নালাগে সেই বিষয়ে শিশুটিক বুজাই দিব লাগে । কিন্তু এটি ছয় বা সাত বছৰীয়া শিশুক যদি বুজোৱা হয় যে বিজুলীৰ সোঁত মানে হ'ল ইলেকট্ৰনৰ সোঁত তেন্তে তেওঁ একো বুজি নাপাব । কিন্তু পানী বৈ থকা নলা বা নৈ এখন দেখুৱাই যদি পানীৰ সোঁতৰ উদাহৰণ দি শিশুটিক বিজুলীৰ সোঁতৰ বিষয়ে কোৱা হয়, তেনে শিশুটিৰ মনত বিজুলী সোঁতৰ বিষয়ে এটা ধাৰণা দিব পৰা যাব । সেইদৰে এটি শিশুৱে যদি প্ৰশ্ন কৰে যে তৰাবোৰ বা জোনবাইটো আকাশৰপৰা কিয় সৰি নপৰে তাৰ উত্তৰটো 'মাধ্যাকৰ্ষণ শক্তি' বুলি চমুকৈ ক'লে শিশুটিয়ে একো বুজি নাপাব । এই ক্ষেত্ৰত এটি সৰল ব্যৱহাৰিক উদাহৰণ দিব পৰা যায় । এডাল ৰছীৰ মূৰত শিল বা গধুৰ বস্তু বান্ধি দি ৰছীডালৰ আনটো মূৰ শিশুটিৰ গাৰ কেউপিনে ঘূৰাবলৈ ক'ব লাগে। শিশুটিক বুজাব লাগে যে ৰছীডালে শিশুটিৰ গাৰ পিনে টানি আছে বাবেই শিলটো বাহিৰৰ পিনে উফৰি যোৱা নাই । ঠিক এনে ধৰণৰ 'টান' থকা বাবেই জোনবাইটো পৃথিৱীৰ চাৰিওপিনে ঘূৰি আছে বা আমাৰ পৃথিৱীখনো সূৰ্য্যৰ কেউপিনে ঘূৰি আছে । এটা ৰবাব টেঙাৰ ওপৰত ঘূৰি ফুৰা পৰুৱা এটা যেনেকৈ টেঙাটোৰপৰা সৰি নপৰে আমি মানুহবোৰো পৃথিৱীখনৰপৰা ক'তো সৰি নপৰোঁ । পৃথিৱীত থকা মাধ্যাকৰ্ষণ শক্তিয়ে যে মানুহ, জীৱ-জন্তু, বল-শিলগুটি সকলোকে অনবৰত মাটিলৈ টানি থাকে তাৰ দুটা সাধাৰণ উদাহৰণ দিয়েই বুজাব পৰা যায় । যেনে - ওপৰলৈ বল বা শিলগুটি এটা মাৰি দি দেখুৱাই দিব লাগে যে যিমানেই শিলগুটি বা বলটো ওপৰলৈ নাযাওক সি ঘূৰি আহি মাটিত পৰিবই । আনটো উদাহৰণ হ'ল - শিশুটিক ওপৰলৈ জপিয়াবলৈ ক'ব লাগে । শিশুটিয়ে যিমানেই ওপৰলৈ নজপিয়াওক কিয় তেওঁ দেখিব যে তেওঁ প্ৰতিবাৰেই মাটিত পৰিছেহি । এতিয়া শিশুটিক বুজাব পৰা যায় যে জোনবাই বা আন গ্ৰহত পৃথিৱীত থকাৰদৰে এই টানটো একে নহয় । এনেকৈয়ে শিশুটিক মাধ্যাকৰ্ষণ শক্তিৰ বিষয়ে থূলমূল জ্ঞান দিব পাৰি ।

বিজ্ঞানৰ প্ৰতি শিশুৰ ধাউতি জন্মাবলৈ ন বছৰমানৰপৰা শিশুক পঢ়িবৰ বাবে সৰল ভাষাত লেখা মহান বিজ্ঞানীসকলৰ জীৱনকাহিনী অথবা বিজ্ঞানীসকলৰ



জীৱনৰ কিছুমান উল্লেখযোগ্য ঘটনা বা আৱিষ্কাৰৰ বিষয়ে বৰ্ণনা থকা লেখনীসমূহ দিব পাৰিলে ভাল । পৃথিৱীৰ প্ৰতিটো আৱিষ্কাৰৰ মূলতে যে একো একোজন বিজ্ঞানীৰ কঠোৰ পৰিশ্ৰম তথা অধ্যৱসায় জড়িত হৈ আছে তাৰ বিষয়ে শিশু উপযোগী মনোগ্ৰাহী লেখনীৰ খুবেই প্ৰয়োজন । একো একোজন অধ্যৱসায়ী, দুখীয়া পৰিয়ালৰপৰা অহা বিজ্ঞানীৰ পাছৰ সফল জীৱনৰ কাহিনীবোৰে শিশুক অধ্যৱসায়ী হ'বলৈ শিকায় । নানা ঘাত-প্ৰতিঘাতৰ মাজতো তেওঁলোকক লক্ষ্যত স্থিৰ হৈ থাকিবলৈ প্ৰেৰণা দিয়ে । বহুতো মহান বিজ্ঞানীৰ ল'ৰালি কালবোৰ সুষম নহয়। টমাছ আলভা এডিছনে বাতৰিকাকত বিক্ৰী কৰিছিল। অৰ্থৰ অভাৱত মাইকেল ফেৰাডেই স্কুলীয়া শিক্ষাও আনকি সাং নকৰাকৈ কিতাপৰ দোকানত কিতাপ বন্ধা চাকৰি কৰিব লগাত পৰিছিল। মহিলা বিজ্ঞানী মেৰী কুৰীয়ে বিশ্ববিদ্যালয়ত পঢ়িবলৈ যাওঁতে পইচাৰ অভাৱত তাপৰ যোগান নথকা ঠাণ্ডা কোঠাত থাকি কেইবাদিনৰো লঘোণীয়া পেটেৰেও পঢ়া-শুনাত নিজকে ব্যস্ত ৰাখিছিল। সেইদৰে বিখ্যাত বিজ্ঞানী আব্দুছ চালেমৰ নিজা বুলিবলৈ পঢ়া কোঠা এটাও নথকাত ছটা ভাইভনীৰ লগতে গণ্ডগোলৰ মাজতে পঢ়ি মেট্ৰিকত ৰাজ্যখনৰ ভিতৰতে প্ৰথম হৈ উত্তীৰ্ণ হ'ব পাৰিছিল । এনেবোৰ কাহিনীয়ে গাঁৱৰ বা চহৰৰ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ শিশুক সদায় অনুপ্ৰাণিত কৰিব ।

আজিকালি জীৱনী গ্ৰন্থ লিখাৰ ধৰণ-কৰণো সলনি হৈছে । বিজ্ঞানীজনৰ জন্মৰ তাৰিখ, পিতৃ-মাতৃৰ নাম, জন্মস্থান আদিৰ গতানুগতিক খবৰবোৰ প্ৰথমেই লিখিবলৈ নলৈ সেইবোৰ কিছু পাছত লিখা ভাল । জীৱনীখন প্ৰথমেই যদি বিজ্ঞানীজনাৰ ল'ৰালি কালত বা আনকি পূৰ্ণবয়স্ক অৱস্থাতো ঘটা এটা আকৰ্ষণীয় ৰোমাঞ্চকৰ অথবা খুহুটীয়া কাহিনী এটিৰে আৰম্ভ কৰিব পৰা যায়, তেনে জীৱনীখন শিশুৱে পঢ়ি আমোদ পাব । এনেকৈয়ে আমোদৰ মাজেৰে শিশুটিক বিষয়-বস্তুৰ গভীৰতাৰ পিনে আকৰ্ষণ কৰিব পৰা যাব। ৰূপকথাৰ সাধুবোৰৰ কাল্পনিক চৰিত্ৰবোৰৰ তুলনাত মহান বিজ্ঞানীসকলৰ জীৱনীবোৰ হ'ল সঁচা মানুহৰ জীৱন কাহিনী । এনে বাস্তৱ কাহিনীয়ে শিশুক নিজৰ বাস্তৱ জীৱনৰ বিষয়ে নানা কথা শিকাব পাৰিব । প্ৰতিকূল অৱস্থা বা পৰিৱেশতো এইবোৰ প্ৰেৰণাৰ উৎস হ'ব পাৰিব । তদুপৰি বিজ্ঞানীজনৰ পাছৰ জীৱনৰ সফলতা আৰু স্বীকৃতিবোৰে শিশুটিৰো মনত নিজকে এজন বিজ্ঞানী হিচাপে গঢ়ি তোলাত উৎসাহ যোগাব পাৰিব ।

আমি জানো যে বিজ্ঞানৰ প্ৰতিটো আৱিষ্কাৰে পৰীক্ষা-নিৰীক্ষা কিছুমানৰ ওপৰতহে ভিত্তি কৰি সফলতা লাভ কৰে । আৱিষ্কাৰ এটি কৰিবলৈ হাতে-কামে পৰীক্ষা কিছুমান কৰিব লাগিবই । বিজ্ঞানৰ পৰীক্ষা-নিৰীক্ষাৰ বিষয়ে চমু আভাস দিবৰ বাবে শিশুটিৰ দৃষ্টি আকৰ্ষণ কৰা লিখনী কিছুমানৰ প্ৰয়োজন । বিজ্ঞান

কাহিনীৰ লেখকসকলে শিশুৰ বাবে পৰীক্ষা-নিৰীক্ষা কৰাৰ সম্পৰ্কে লিখিবলৈ হ'লে কিছুমান কথালৈ সদায় লক্ষ্য ৰখাটো উচিত, যেনে, (১) হাতৰ কাষতে পোৱা বস্তুৰেই শিশুক কিছুমান পৰীক্ষাৰ কথা বুজাব পৰা যায় । বহল পাত্ৰত পানী সোনকালে বাষ্পীভূত হয় – এই পৰীক্ষাটো শিশুৱে নিজেই কৰিব পাৰে । এনে পৰীক্ষাত শিশুটিয়ে মাত্ৰ এখন বহল কাঁহী আৰু এখন চামুচত পানী ভৰাই ৰ'দত থ'লেই হ'ব । আমি জানো এই পৰীক্ষাৰ বাবে অতি দুখীয়াৰ ঘৰতো এখন কাঁহী আৰু চামুচৰ অভাৱ নহ'ব । পানীত যে অনবৰতে জলীয় ভাপ থাকে তাৰ প্ৰমাণ কৰিবলৈ শিশুটিক লাগে এটি আইনাৰ গিলাছ আৰু এটুকুৰা বৰফ । এই বৰফৰ টুকুৰা শিশুটিয়ে ঘৰত ফ্ৰিজ নেথাকিলেও খুচুৰা সস্তীয়া আইছক্ৰিম বিক্ৰেতাৰপৰাও সস্তাতে কিনি ল'ব পাৰিব । ড্ৰাই ছে'ল বা শুকান কোষৰ বেটাৰিৰপৰা যে বিজুলী পাবলৈ বেটাৰি এটাৰ পজিটিভ বা ধনাত্মক মূৰটোক, নিগেটিভ বা ঋণাত্মক মূৰটোৰ লগত ধাতুৰ তাঁৰেৰে সংযোগ কৰিব লাগে, সেই পৰীক্ষাটোৰ বিষয়ে শিশুক সহজে শিকাব পাৰি । ইয়াৰ বাবে শিশুটিক লাগিব মাত্ৰ এটি টৰ্চৰ বেটাৰি, এডাল ধাতুৰ তাঁৰ আৰু টৰ্চ লাইটৰ সৰু বাল্‌ব । এনেবোৰ সৰঞ্জাম হাতৰ কাষতে পাব পাৰি । অক্সিজেন গেছে দহনত সহায় কৰে । এই গেছ বায়ুত মিহলি হৈ থাকে । এই কথাৰ পৰীক্ষা কৰিবলৈ শিশুটিক লাগিব এডাল জ্বলন্ত মমবাতি, এটা আইনাৰ গিলাছ আৰু এটা পাত্ৰত অলপ পানী । জ্বলন্ত মমবাতিডাল পানীৰ পাত্ৰত থিয়কৈ ৰাখি মমবাতিডালক আইনাৰ গিলাছটোৰে শিশুটিক ঢাকি দিবলৈ ক'ব লাগে । গিলাছটোতে ঢকাৰ পাছতে খন্তেক পৰ মমবাতিডাল জ্বলি থাকি শেষত নুমাই যাব ; তাৰ পাছতেই শিশুটিয়ে দেখিব যে গিলাছটোৰ ভিতৰত থকা পানীৰ মাত্ৰা কিছু ওপৰলৈ উঠিছে । ইয়াৰপৰা শিশুটিয়ে সহজে বুজিব যে আমি চকুৰে দেখা নোপোৱা আমাৰ কেউপিনে থকা বায়ুত, মিহলি হৈ থকা অক্সিজেনে দহন কাৰ্য্যত সহায় কৰে । জ্বলি থকা মমডালৰ ওপৰত গিলাছেৰে ঢাকি দিয়াৰ পাছত মমডাল খন্তেকপৰ জ্বলি আছিল । কাৰণ গিলাছৰ ভিতৰৰ বায়ুখিনিতো অক্সিজেন গেছ মিহলি হৈ আছিল । পিছে দহন কাৰ্য্যত অক্সিজেনখিনি পুৰি শেষ হোৱাৰ পাছত গিলাছৰ ভিতৰত থকা বায়ুত কিছু ঠাই খালী হৈ পৰিল । এতিয়া সেই খালী ঠাই পুৰাবলৈ গিলাছৰ ভিতৰত থকা পানীখিনি অলপ ওপৰলৈ উঠি আহিল ।

উপৰোক্ত ধৰণৰ পৰীক্ষাবোৰ বাছি লৈহে লেখকে শিশুৰ বাবে লেখিব লাগে। কাৰণ এনেবোৰ পৰীক্ষা বিপদজনক নহয় । এনেবোৰ পৰীক্ষাৰ বাবে প্ৰয়োজন হোৱা আহিলাবোৰো সুলভ আৰু সস্তীয়া । গতিকে বিজ্ঞানৰ জগতখনৰ প্ৰতি শিশুৰ আকৰ্ষণ বঢ়াবৰ বাবে এনে বহুত সহজ পৰীক্ষা আৰু তাৰ ফলাফলবোৰৰ



বিষয়ে সহজ ভাষাৰে লিখি শিশুৰ বাবে প্ৰকাশ কৰিলে ভাল হয় । এনে ধৰণৰ সহজ পৰীক্ষা আৰু বিভিন্ন যন্ত্ৰপাতিৰ বিষয়ে সৰল ভাষাত কিছু জ্ঞান দিবৰ বাবে এই নিবন্ধৰ লেখিকায়ো ব্যক্তিগতভাৱে কিছু কাম হাতত লৈছে ।

অসমীয়া সাহিত্যত এনেয়েও শিশু সাহিত্যৰ অৱস্থা চালুকীয়া হৈ আছে । সহজ ভাষাত লেখা শিশুৰ বাবে উপযোগী বিজ্ঞান সম্পৰ্কীয় লেখনী নিচেই কম। এই ক্ষেত্ৰত বিজ্ঞান সম্পৰ্কীয় লিখা-মেলাত ব্যস্ত থকা লেখকসকলে শিশুসকলৰ বাবে যথেষ্ট লিখা-মেলা কৰিবলগীয়া হৈ আছে । গাঁৱে-ভূঞে থকা, অসমীয়া মাধ্যমত পঢ়া শিশুসকলৰ হাতত অসমীয়া ভাষাত সহজে বুজিব পৰাকৈ পুথি তুলি দিবলৈ বিজ্ঞান বিষয়ৰ লেখকসকল তথা প্ৰকাশক গোষ্ঠী সচেতন হ'ব লাগিব । বিজ্ঞানৰ নতুন আৱিষ্কাৰ, পদক্ষেপ আদি ডাঙৰৰ আলোচনীবোৰত যেনেকৈ প্ৰকাশ হয় তেনেকৈ সেইবোৰ কথা চমুকৈ সহজ ভাষাত শিশু আলোচনীতো প্ৰকাশ হ'ব লাগে । শিশুসকলৰ বাবে অসমীয়া ভাষাত বিজ্ঞান বিষয়ৰ আলোচনী নিচেই কম, নাই বুলিলেও হয় । শিশুৰ বাবে সুকীয়া বিজ্ঞান আলোচনী আমাৰ বাবে বৰ প্ৰয়োজন । এই দিশত শান্তনু তামুলীৰ সম্পাদনাত ওলোৱা 'নতুন আৱিষ্কাৰ' নামৰ শিশু-বিজ্ঞান আলোচনীখন উল্লেখযোগ্য আৰু অসমীয়া ভাষাত একমাত্ৰশিশুৰ বাবে উপযোগী বিজ্ঞান আলোচনী।নিয়মীয়াকৈ প্ৰকাশ হৈ থকা 'নতুন আৱিষ্কাৰ'ৰ বাবে শ্ৰীতামুলী নিসন্দেহে প্ৰশংসাৰ পাত্ৰ । অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা 'বিজ্ঞান জেউতি' আৰু ড° দীনেশ চন্দ্ৰ গোস্বামীৰ সম্পাদনাত প্ৰকাশিত 'দৃষ্টি' হ'ল আন দুখন বিজ্ঞান আলোচনী । পিছে এই দুখন আলোচনী কিছু উচ্চ স্তৰৰ । বিজ্ঞানৰ বিষয়ে অধ্যয়ন কৰিবলৈ লোৱা ছাত্ৰ-ছাত্ৰী বা বিজ্ঞানী তথা পূৰ্ণবয়স্ক লোকৰ বাবেহে এই দুখন আলোচনী উপযুক্ত।

বৰ্তমান দৈনন্দিন জীৱনত পৰা বিজ্ঞানৰ প্ৰভাৱৰ কথা লক্ষ্য কৰি বিজ্ঞানৰ বিভিন্ন বিষয়-বস্তু বাছি লৈ তাক শিশুৰ উপযোগীকৈ প্ৰকাশ কৰিব লাগে । অসমীয়া ভাষাত যথেষ্ট পৰিমাণে এনে লিখনী প্ৰকাশ পোৱাটো অতি প্ৰয়োজনীয় হৈ পৰিছে । বিজ্ঞানৰ জগতত নিতৌ নতুন আৱিষ্কাৰ হ'ব লাগিছে তাক অবিলম্বে শিশুসকলকো জানিবলৈ নিদিলে বিজ্ঞানৰ সাময়িক জ্ঞান আহৰণৰ ক্ষেত্ৰত তেওঁলোক আন দেশৰ শিশুৰতুলনাত পিছ পৰি যাব । ◻

# কল্পবিজ্ঞান সাহিত্য

## ইও বাৰু সাহিত্যৰ ভিতৰুৱা নে ?

ড° দীনেশ চন্দ্ৰ গোস্বামী

কল্পবিজ্ঞান বা বিজ্ঞানভিত্তিক কল্পকাহিনীবোৰ প্ৰথমতে কাহিনী, তাৰ পাছতহে এইবোৰ বিজ্ঞান । বিজ্ঞানৰ অতীত, বৰ্তমান বা ভৱিষ্যতৰ তত্ত্ব বা তথ্য কিছুমানক উপজীব্য হিচাপে লৈ এই কাহিনীবোৰ ৰচনা কৰা হয় । কল্পবিজ্ঞান ৰচনা কৰোঁতে বিজ্ঞানৰ প্ৰকৃত জগতখনৰ নিশ্চিত তথ্য বা তত্ত্বৰ ওপৰত ভিত্তি কৰি ৰচনা কৰাতকৈ কল্পনাৰ নাকীজৰি কিছু ঢিলাই দি, প্ৰকৃত বিজ্ঞানৰ জগতখনৰপৰা সম্ভাব্য বিজ্ঞানৰ জগত এখনলৈ আগ বাঢ়ি গৈ, তাত সৃষ্ট হোৱা পৰিস্থিতিৰ ভিত্তিত এটা কল্পিত কাহিনী ৰচনা কৰা হয় । এই কাহিনীও মানুহ বা অন্য কোনো 'চৰিত্ৰ'ৰ সাফল্য-সংঘাত, হৰ্ষ-বিষাদৰ কাহিনী, মাত্ৰ বিজ্ঞানখিনি বা সম্ভাব্য বিজ্ঞানখিনি তাৰ উপজীব্য; তাক বাদ দি সেই কাহিনী ৰচিত হ'ব নোৱাৰে । সেইবাবে সি হ'ল বিজ্ঞানভিত্তিক কল্পকাহিনী বা কল্পবিজ্ঞান কাহিনী । কাহিনী বা সাধু কোৱাৰ এই দিশটোৰপৰা চালে এই কাহিনীবোৰ অন্য গল্প-উপন্যাসৰ কাহিনীতকৈ বৰ বেলেগ নহয় । মাত্ৰ কেতিয়াবা বিজ্ঞানৰ বা সম্ভাব্য বিজ্ঞানৰ কথাবোৰত বৰ বেছিকৈ জোৰ দিয়া বাবে আমাৰ দৈনন্দিন অভিজ্ঞতাৰ সুখ-দুখ, বিৰহ-মিলনৰ কাহিনীবোৰতকৈ সেইবোৰৰ পৰিস্থিতি-সমাপ্তি কিছু বেলেগ হৈ পৰে । কল্পবিজ্ঞান গল্প এটা বা উপন্যাস এখনে সদায় আমি দেখি-শুনি-জানি থকা জগতখনতকৈ বেলেগ জগত এখনৰ ছবি দাঙি ধৰে (বা হয়তো আমাৰ চিনাকি জগতখনতে আমাৰ অচিনাকি অথচ সম্ভাব্য পৰিবেশ এটা দাঙি ধৰে) । আমাৰ জগতখনতকৈ বা পৰিবেশটোতকৈ বেলেগ হোৱা কথাটো নানা ধৰণে, নানা প্ৰকাৰে হ'ব পাৰে । এইদৰে বেলেগ হোৱাৰ উদ্দেশ্যটোও বেলেগ বেলেগ হ'ব পাৰে । একেবাৰে নতুন ধৰণৰ প্ৰাণী, উদ্ভিদ, পৰ্বত-পাহাৰ, জান-জুৰিৰে ভৰা বেলেগ জগত এখন ৰচনা কৰাৰদৰে বৈপ্লৱিক কথাও ইয়াৰ উদ্দেশ্য হ'ব পাৰে ; নাইবা, মাত্ৰ বিশেষ ধৰণৰ অস্ত্ৰ এপাতৰ 'সৃষ্টি' কৰাটোও হ'ব পাৰে ।

ভৱিষ্যত সম্বন্ধে আমি নিশ্চিত হৈ ক'ব পৰা কথাটো হ'ল — আমি এতিয়া নজনা বহুতো আৱিষ্কাৰ আৰু বৈজ্ঞানিক নীতি তেতিয়া সচৰাচৰৰ ঘটনা হৈ পৰিব। কল্পবিজ্ঞান কাহিনীত এনে ভৱিষ্যতৰ দৃশ্যকে ৰচনা কৰা হয় । এনে কল্পিত জগত



বা পৰিৱেশৰ সৃষ্টিৰে কল্পবিজ্ঞান কাহিনীয়ে পাঠকক ভৱিষ্যতৰ জগতখনৰ প্ৰতি সাজু কৰি শ্বকৰপৰা (shock) ৰক্ষা কৰে আৰু এক বিমল ৰসৰ সোৱাদ দি বিজ্ঞানৰ জগতখনলৈ আকৰ্ষিত কৰে।

### জনপ্ৰিয় বিজ্ঞানৰ ৰচনা নহয়

বিজ্ঞানভিত্তিক সাহিত্য বা কল্পবিজ্ঞান সাহিত্যনো আচলতে কি সেই বিষয়ে কল্পবিজ্ঞান সাহিত্যৰ সৃষ্টি কৰোঁতাসকলেও বৰ স্পষ্টকৈ ক'ব নোৱাৰে । সাহিত্যৰ সমালোচকসকলে কয় যে আগতেও অ'ত-ত'ত প্ৰকাশ হৈছিল যদিও 'কল্পবিজ্ঞান সাহিত্য' বুলি সাহিত্যৰ এটা নতুন স্পষ্ট ধাৰাৰ কুৰি শতিকাৰ আদি ভাগতহে আৰম্ভণি হ'ল । কল্পবিজ্ঞানৰ সূত্ৰ দি এনছাইক্ল'পেডিয়া ব্ৰিটানিকাই কৈছে — "কুৰি শতিকাত বিকশিত হোৱা সাহিত্যৰ এটা শ্ৰেণী । ইয়াত কাহিনীকাৰে বৈজ্ঞানিক আৱিষ্কাৰ, কাৰিকৰী বিকাশ আৰু ভৱিষ্যতৰ ঘটনাপ্ৰৱাহ আৰু সামাজিক পৰিৱৰ্তনে মানুহৰ ওপৰত কিদৰে প্ৰভাৱ বিস্তাৰ কৰে তাকে বৰ্ণনা কৰে ।" এই শ্ৰেণীৰ সাহিত্যবোৰত সাধাৰণতে বিজ্ঞানৰ পৰিৱেশ এটাৰ ভিত্তিতে গল্প বা উপন্যাসখন ৰচিত হয় । কিন্তু ই বিজ্ঞানৰ আৱিষ্কাৰৰ কাহিনী নহয় বা বিজ্ঞানৰ তত্ত্ব বৰ্ণোৱা পাঠ্যপুথিৰ শাৰীৰ ৰচনাও নহয় । এই সাহিত্যৰ ঘটনা প্ৰৱাহ হয় ভৱিষ্যতৰ বুকুত ক'ৰবাত, নহয় বৰ্তমানৰ ক'ৰবাত, নহয় অতীতৰ ওলোটামুৱা সময়ৰ ক'ৰবাত স্থাপিত হয় ।

কিন্তু ই বিজ্ঞানৰ আৱিষ্কাৰৰ কাহিনী নহয় বাবে ই কোনো অজ্ঞাত বা এতিয়াও অনাৱিষ্কৃত কথাৰ ভিত্তিতহে ৰচিত হয় । সেইবাবে এই কাহিনীৰ পৰিৱেশ আমি জনা পৰিৱেশ এটা নহয় । ই হয়তো আমাৰ জ্ঞাত পৰিৱেশবোৰতকৈ ভাল, নাইবা অন্ততঃ বেলেগ । এইবোৰক ছাইন্স ফিকছন (Science Fiction) বা কল্পবিজ্ঞান কাহিনী বোলাৰ অৰ্থ এইটোৱেই যে এইবোৰ প্ৰধানতঃ কাহিনী বা কল্পনাৰ বস্তুহে। জনপ্ৰিয় বিজ্ঞানৰ ৰচনা এখনতকৈ এইবোৰ সম্পূৰ্ণ বেলেগ । লেখকৰ উদ্দেশ্য আৰু তেওঁৰ কল্পনাৰ দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰি ইয়াত বিজ্ঞানৰ জনা কথাবোৰৰপৰা নজনা কথা কিছুমানলৈ ঘটনাপ্ৰৱাহ চলি যায় । ইয়াৰ ঘটনা সম্পূৰ্ণ মানৱ আবেদনপূৰ্ণ, কিন্তু বিজ্ঞানখিনিও এনেদৰে ইয়াত গঁথা থাকে যে তাক বাদ দিলে ঘটনাটো আগুৱাব নোৱাৰি ভাগি পৰিব । ইয়াত বিজ্ঞানৰ কল্পিত কথাৰ ফালে আগ বাঢ়োঁতে কেতিয়াবা কেতিয়াবা কথাবোৰ বৰ অদ্ভুত বিধৰ হৈ পৰে, আনকি আমি জনা কিছুমান কথাৰ বিপৰীতো হৈ পৰে । কিন্তু এই ঘটনাপ্ৰৱাহৰ কল্পনাৰ এটা মূল ধাৰা হৈছে এইটোৱে যে ইয়াত ঘটনাসমূহ সদায়ে সম্ভাব্য হৈ থাকে আৰু ই বিজ্ঞানৰ নীতি, প্ৰক্ৰিয়া, প্ৰথা আৰু শব্দৰাজিৰ লগত সম্পৰ্ক ৰক্ষা

কৰি ক্ৰমে ক্ৰমে দূৰলৈ আগ বাঢ়ে ।

বিজ্ঞানৰ প্ৰক্ৰম বা প্ৰক্ৰিয়াৰ লগত পোনপটীয়া সম্পৰ্ক এটা থকাৰ বাবেই এই কল্পকাহিনীবোৰ ফেন্টাছি (fantasy) বা অলীক কল্পনাজাতীয় বস্তুতকৈ সম্পূৰ্ণ পৃথক হৈ পৰে । ফেন্টাছিবোৰত সাধাৰণতে কল্পনাই কোনো নিয়ন্ত্ৰণ ৰাখিবলগীয়া নহয় আৰু সেইবাবেই সেইবোৰ বিজ্ঞানৰ কথা মানি চলাতকৈ অদ্ভুত-কল্পনা আৰু ৰহস্যৰ ফালেহে ধাৱমান হয় ।

## কল্পবিজ্ঞানৰ সূত্ৰ

কল্পবিজ্ঞান কাহিনীৰ সূত্ৰ এটা দিবলৈ আনকি এডগাৰ এলেন পো, উইলিয়াম উইলছন আৰু এডগাৰ ফছেট আদিৰ দৰে শীৰ্ষস্থানীয় সাহিত্যিকসকলেও চেষ্টা কৰিছিল । কিন্তু কল্পবিজ্ঞান কাহিনীক এটা দৃঢ় সূত্ৰেৰে বান্ধি লোৱাৰ সন্মান হিউগো গাৰ্নছবেকৰহে প্ৰাপ্য । তেওঁৰ নামেৰেই বিজ্ঞানভিত্তিক কল্প কাহিনীৰ উচ্চ সন্মানিত হিউগো পুৰস্কাৰ দিয়া হয় । গাৰ্নছবেকে এই শ্ৰেণী সাহিত্যক বিজ্ঞান-কাহিনী (Scientifiction) নাম দিছিল । তেঁৱেই 'এমেজিং ষ্ট'ৰিজ' নামৰ আলোচনী এখন উলিয়াই এই সাহিত্যৰ ধাৰাটোৰ ক্ষেত্ৰত এটা বিপ্লৱৰ সৃষ্টি কৰিছিল ।

গাৰ্নছবেকে কৈছিল, "বিজ্ঞান-কাহিনী শব্দটোৰে মই জুল ভাৰ্ন, এইচ জি ৱেলছ, এডগাৰ এলেন পো আদিয়ে লেখা ধৰণৰ গল্পহে বুজাওঁ । তাত থাকে বৈজ্ঞানিক সত্য আৰু ভৱিষ্যতৰ দৃষ্টিৰে মিশ্ৰিত এটা মনোমোহা ৰোমাঞ্চ । এইবোৰ ৰুচিকৰ ধৰণেৰে জ্ঞান দিয়ে । এই বিজ্ঞান কাহিনীত অংকিত কৰা আজিৰ নতুন আৱিষ্কাৰসমূহ কাইলৈ সঁচা হৈ পৰাটো মুঠেই অসম্ভৱ নহয় ।" ইয়াৰ আগে-পাছে কল্পবিজ্ঞান কাহিনীৰ ৰচনা আৰু প্ৰচাৰ চলি গৈ থাকিল আৰু এই সাহিত্যৰ অনুৰাগী একশ্ৰেণী পাঠক-পাঠিকাৰো সৃষ্টি হ'ল ।

কিন্তু কুৰি শতিকাৰ মাজভাগত কল্পবিজ্ঞান কাহিনীৰ হোতা বুলি স্বীকৃত আমেৰিকাৰ জন ডব্লিউ কেম্পবেল জুনিয়ৰে কল্পবিজ্ঞান কাহিনীক নতুন আৰু আগতকৈও দৃঢ় সূত্ৰেৰে বান্ধিবলৈ যত্ন কৰিলে । আইজাক এছিমভ, ৰবাৰ্ট হেইনলিন আৰু আৰ্থাৰ ছি ক্লাৰ্ক আদি নতুন, সম্ভাৱনাময় লেখকসকলৰ ধাত্ৰী হিচাপে কাম কৰি কল্পবিজ্ঞান কাহিনীৰ সোণালী যুগটোৰ আদৰণি জনোৱা সময়তে তেওঁ ঘোষণা কৰিলে যে "কল্পবিজ্ঞান কাহিনীক বিজ্ঞানৰ লগত যথেষ্ট সাদৃশ্য থকা এক সাহিত্যিক মাধ্যম বুলি গণ্য কৰিব লাগে। বৈজ্ঞানিক প্ৰণালীত এই সম্ভাৱনা সদায়ে থাকে যে এটা সুচিন্তিত তত্ত্বই যে অকল ইতিমধ্যে জনা পৰিঘটনাবিলাকক ব্যাখ্যা কৰিব পাৰে সেয়া নহয়, অনাবিষ্কৃত নতুন পৰিঘটনাৰো সি ভৱিষ্যতবাণী কৰিব পাৰে। কল্পবিজ্ঞান কাহিনীয়েও প্ৰায় একে ধৰণৰ কামকে কৰে। ই বিজ্ঞানৰ কোনো ফল



কেৱল যন্ত্ৰপাতিৰ ওপৰতে নহয়, মানৱ সমাজৰ ওপৰত প্ৰয়োগ কৰিলে তাৰ ফলাফলনো কেনে হয় সেই বিষয়েও গল্পৰ ৰূপত প্ৰকাশ কৰে।" তদুপৰি সাহিত্যৰ এই ধাৰাটোক কল্পবিজ্ঞান কাহিনী বা ছাইন্স ফিকছন বুলিও তেৱেঁই নামকৰণ কৰে ।

থিঅ'ডৰ ষ্টুৰজিয়ন নামৰ আন এগৰাকী বিশিষ্ট লেখকে এই সূত্ৰক আৰু স্পষ্ট কৰি তোলে – "কল্পবিজ্ঞান কাহিনী হ'ল মানুহৰ চৌপাশে সৃষ্টি কৰা, মানুহৰ সমস্যাৰে সৃষ্টি হোৱা আৰু মানবীয় সমাধান থকা কাহিনী । বিজ্ঞানৰ বিষয়বস্তু নথকা হ'লে অৱশ্যে এই গল্পটোৱেই নহ'লহেঁতেন ।" তাৰ পাছত ডেমন নাইট, জেমছ ব্লিছ, বেছিল ডেৱেনপ'ৰ্ট আৰু ৰবাৰ্ট হেইনলিন আদি বিশিষ্ট কল্পবিজ্ঞান লেখকসকলৰ হাতত পৰি ই স্পষ্ট সূত্ৰ পালে – "কল্পবিজ্ঞান কাহিনী হ'ল বৰ্ণনাত্মক গদ্যৰ এটা বিশেষ শ্ৰেণী । ইয়াত আমি জনা জগতখনত ঘটিব নোৱৰা পৰিস্থিতি এটা হাতত লোৱা হয় ।" প্ৰকৃত বা ভুৱা বিজ্ঞান আৰু প্ৰযুক্তিবিজ্ঞানৰ কিছু উন্নতীকৰণৰ পাছত কল্পিত এক জগতত ঘটিব পৰা পৰিস্থিতি ইয়াত থাকে । সি অৱশ্যে মানবীয় বা বহিঃপাৰ্থিৱ মূলৰো হ'ব পাৰে ।

কিন্তু কাৰ বাবে এই বিজ্ঞান সাহিত্যবোৰ ? এইবোৰ বাৰু কেৱল বিজ্ঞানীৰ বাবেইহেনে ? সেই সময়ৰ সমালোচকসকলৰ মুখ বন্ধ কৰি ব্ৰিয়ান এলডিছ নামৰ এগৰাকী কল্পবিজ্ঞান কাহিনীৰ বিশিষ্ট লেখকে এই বুলি কৈছে, "ভূতৰ গল্প ভূতৰ বাবে বুলি ক'লে যেনে কথা হ'ব, কল্পবিজ্ঞান গল্প-উপন্যাসবোৰো কেৱল বিজ্ঞানীৰ বাবেই বুলি ক'লে ঠিক তেনেকুৱা কথাই হ'ব ।"

## কল্পবিজ্ঞানৰ ধাৰা

কল্পবিজ্ঞান সাহিত্যৰ ধাৰাটো সঠিক অনুসৰণ কৰা সমালোচকসকলে জানে যে কল্পবিজ্ঞান কাহিনীৰ বিকাশ চাৰিটা সুনিৰ্দিষ্ট পৰ্য্যায়ৰ মাজেৰে আগবাঢ়ি আহিছে। এই মাধ্যমৰ প্ৰথম সৃষ্টিনো কেতিয়া হৈছিল সেই কথা কোৱা টান । কিছুমানে বেবিলনৰ মহাকাব্য গিলগামেছৰ (Gilgamesch) সৃষ্টিৰ দিনতে কল্পবিজ্ঞান কাহিনীৰ সৃষ্টি হোৱা বুলি ভাবে । তেতিয়াই কল্পনাৰ দৌৰ বহু দূৰলৈ আগ বঢ়াই লৈ যোৱা হৈছিল । সেই একে ধৰণে আমাৰ দেশতো বহুতে ভাবে যে আধুনিক বিজ্ঞান আৰু কাৰিকৰীবিজ্ঞানৰ বেছিভাগ কথাকেই কল্পবিজ্ঞানৰ ৰূপত বেদতেই সৃষ্টি কৰা হৈছিল ।

কিন্তু আধুনিক কল্পবিজ্ঞানৰ প্ৰথম চিন পোৱা যায় মেৰি শ্বেলিৰ ধ্ৰুপদী সাহিত্য ফ্ৰেংকেনষ্টেইনৰ (Frankenstein) সৃষ্টিৰ লগে লগে (ৰচনা ১৮১৬, প্ৰকাশ ১৮১৮ চন)। ইয়াত এগৰাকী সৃষ্টিশীল বিজ্ঞানীয়ে তেওঁৰ পৰীক্ষাত ভুলবশতঃ এটা ভয়ানক

হিংস্র দানৱৰ সৃষ্টি কৰিছিল । সেই দানৱটোৱে প্ৰায় পগলা হৈ পৰি মানুহৰ জীৱনৰ নানা পয়মাল ঘটালে । এই কাহিনী আছিল এডভেঞ্চাৰ বা আশ্চৰ্য্য-সন্ধানৰ কাহিনীহে । কল্পবিজ্ঞান কাহিনীৰ প্ৰাথমিক যুগটোত এনে এডভেঞ্চাৰক সদায় প্ৰথম স্থান দিয়া হৈছিল । এই শতিকাৰ তৃতীয় আৰু চতুৰ্থ দশকলৈ এই কালছোৱা এই পৰ্য্যায়টো বিয়পি আছিল ।

কিন্তু গাৰ্নছবেক আৰু কেম্পবেলৰ সূত্ৰ আৰু তেওঁলোকে ধাত্ৰী হিচাপে পালন কৰা সম্ভাৱনাময় লেখকসকলৰ পূৰ্ণতাপ্ৰাপ্তিয়ে কল্পবিজ্ঞান সাহিত্যক দ্বিতীয় পৰ্য্যায়লৈ আগবঢ়াই নিলে। এই পৰ্য্যায়ৰ লেখকসকলে বিজ্ঞান আৰু কল্পনাৰ কাহিনীৰ মাজত সমন্বয় সৃষ্টি কৰিবলগীয়া হ'ল। এহাতে নিৰ্বিকাৰ নৈৰ্ব্যক্তিক যুক্তিবাদী বিজ্ঞান আৰু আনহাতে অযুক্তিকৰ স্বপ্নালু-আবেগ বিজড়িত কাহিনীৰ সমন্বয় ঘটোৱাটো এক প্ৰকাৰ ক্ষুৰধাৰ ৰজ্জুৰ ওপৰেৰে খোজ কাঢ়ি যোৱাৰ নিচিনা কথা । কিন্তু এই প্ৰত্যাহ্বান এই সম্ভাৱনাপূৰ্ণ লেখকসকলে দক্ষতাৰে গ্ৰহণ কৰিলে। সেইবাবেই এই যুগটোক কল্পবিজ্ঞান কাহিনীৰ সোণালী যুগ বুলিও বহুতে ঘোষণা কৰে ।

ইয়াৰ পাছত দ্বিতীয় মহাযুদ্ধৰ প্ৰত্যাহ্বানে মানৱজাতিৰ জীৱনৰ মূল্যমানেই যেন সলনি কৰি পেলালে । প্ৰথমবাৰৰ বাবে মানুহে এই কথাত পতিয়ন যাবলগীয়া হ'ল যে সমাজৰ গঠন আৰু প্ৰমূল্য বিজ্ঞানে একেবাৰে ধ্বংসাত্মকভাৱে পৰিৱৰ্তিত কৰি পেলাব পাৰে । কল্পবিজ্ঞান সাহিত্যৰ তৃতীয় পৰ্য্যায়টোও ইয়াৰ লগে লগে আৰম্ভ হ'ল আৰু তাত বিজ্ঞানৰ প্ৰভাৱে মানৱজাতিক আনি দিয়া সকলো সম্ভাৱনা প্ৰত্যাহ্বান চিত্ৰিত কৰা হ'ল । শেষত এই কাহিনীবোৰ বাস্তৱৰ বৰ ওচৰ হৈ পৰি তাৰ কল্পনা আৰু কাহিনীত্ব লাহে লাহে হেৰুৱাই পেলাই অতি ৰূঢ় বাস্তৱ, ৰূঢ় বিজ্ঞান হৈ পৰিবলৈ ধৰিলে ।

সাহিত্যৰ সমালোচকসকলে জানে যে সাহিত্যই যেতিয়াই এটা পূৰ্ণাৱস্থা পায় তেতিয়াই লেখক আৰু পাঠকসকলে তাৰ বিষয়বস্তুৰ ওপৰত বেছি মনোযোগ দিয়াতকৈ গঠন আৰু ৰীতিৰ ওপৰতহে বেছি মনোযোগ দিবলৈ আৰম্ভ কৰে । কল্পবিজ্ঞান সাহিত্যয়ো এই ৰীতি নিৰ্ভৰশীল চতুৰ্থ পৰ্য্যায়লৈ গতি কৰিলে। ষাঠিৰ দশকৰ আৰম্ভণিৰেপৰা বিজ্ঞান-নিৰ্ভৰশীল আৰু বিজ্ঞানৰ প্ৰভাৱেৰে ৰঞ্জিত কল্পবিজ্ঞান কাহিনী লাহে লাহে তাৰ সেই আগৰ ভেটিৰপৰা আঁতৰি গৈ ৰীতি আৰু কৌশল-নিৰ্ভৰশীল হৈ পৰিল ।

## বিখ্যাত কল্পবিজ্ঞান সাহিত্য

গোটেই পৃথিৱীতে কোটি কোটি মানুহে পঢ়া মেৰি শ্বেলিৰ 'ফ্ৰেংকেনষ্টেইন'



(Frankenstein or the Modern Prometheus) ১৮১৮ চনত প্ৰকাশিত হৈছিল। তেনেদৰে আন এখন বিখ্যাত কিতাপ ৰবাৰ্ট লুই ষ্টিভেনছনৰ 'ষ্ট্ৰেঞ্জ কেছ অব ডক্টৰ জেকিল এণ্ড মিষ্টাৰ হাইড (Strange Case of Dr. Jekyll and Mr. Hyde) ১৮৮৬ চনত ৰচিত হৈছিল । তেতিয়া কোনেও সেইবোৰক কল্পবিজ্ঞান কাহিনী বুলি কোৱা নাছিল যদিও সেইবোৰ কিন্তু সম্পূৰ্ণ কল্পবিজ্ঞান কাহিনী বা ছাইন্স ফিক্‌ছনেই আছিল । আনহাতে, অদ্ভুত কল্পনাৰে ব্ৰাম ষ্টোকাৰে (Bram Stoker) ১৮৯৭ চনত ৰচনা কৰা 'ড্ৰেকুলা'ৰ (Dracula) কল্পনাবোৰ অদ্ভুত সম্ভাৱনাময় আছিল যদিও, বিজ্ঞানৰ লগত সম্পৰ্ক নথকা বাবে তাক কিন্তু বিজ্ঞানভিত্তিক কল্পকাহিনীৰ পৰ্য্যায়লৈ আনিব নোৱাৰি । তাক মাত্ৰ ফেন্টাছি বুলিহে ক'ব পাৰি । ছাইন্স ফিকছনৰ প্ৰধান গুণ হ'ল এয়ে যে তাৰ আচল বিজ্ঞানখিনি যথেষ্ট নিখুঁত আৰু যথাযথ হ'ব লাগিব ।

## মন পৰশা কাহিনী

বিজ্ঞানে আমাৰ জীৱন চাৰিওফালৰপৰা আগুৰি ধৰাৰ লগে লগে বা বিজ্ঞানৰ লগত আমি পোনপটীয়া, দৈনন্দিন সম্পৰ্ক স্থাপন কৰাৰ লগে লগে পৃথিৱীৰ সকলো দেশৰে মানুহৰ বিজ্ঞানৰ প্ৰতি আগ্ৰহো বাঢ়িবলৈ ধৰিলে আৰু সেইবাবে কল্পবিজ্ঞান কাহিনীবোৰেও মানুহৰ মন পৰশি গ'ল । ১৭৫২ চনতে ভলটেয়াৰে প্ৰকাশ কৰা 'মাইক্ৰোমেগাজ' (Micromegas) নামৰ কল্পনাৰ উচ্চ স্তৰত থকা সাহিত্যত বহুতো কল্পবিজ্ঞান কাহিনী প্ৰকাশিত হৈছিল । তাত মহাকাশ উৰণৰ কথাও বৰ্ণিত হৈছিল ।

সেইদৰে ১৭২৬ চনত প্ৰকাশ কৰা জনাথন ছুইফ্‌টৰ 'গালিভাৰ্‌ছ ট্ৰেভেলছ'ত (Gulliver's Travels) পৃথিৱীৰ বাহিৰৰপৰা অহা বুদ্ধিমান জীৱৰ কথা বৰ্ণনা কৰা হৈছিল । এনে ধৰণৰ কল্পবিজ্ঞান কাহিনী অতি পুৰণি কালৰপৰাই চলি আহিছিল যদিও সেইবোৰক কিন্তু তেতিয়া কল্পবিজ্ঞান কাহিনী বুলি কোনেও শ্ৰেণীভুক্ত নকৰিছিল । সেইবোৰ তেতিয়া সাধাৰণ সাহিত্যই আছিল । মেৰি শ্বেলিৰ 'ফ্ৰেংকেনষ্টেইন' বা নেথানিয়েল হথৰ্নৰ কিছুমান কাহিনী বা এডগাৰ এলেন পোৰ কিছুমান কাহিনী অতি উচ্চস্তৰৰ কল্পবিজ্ঞান কাহিনী আছিল । কিন্তু বিজ্ঞান ভিত্তিক ৰচনাৰ স্থান সেই সময়ত উচ্চ নোহোৱা বাবে সেইবোৰক তেতিয়া কোনো সাহিত্যৰ পাঠক বা সমালোচকে কল্পবিজ্ঞান কাহিনী বুলি কোৱা নাছিল ।

কল্পবিজ্ঞান কাহিনী বুলি শ্ৰেণীভুক্ত কৰিব পৰা এক বিশেষ সাহিত্যৰ সৃষ্টি উনবিংশ শতিকাৰ শেষৰ দশকটোতহে হ'বলৈ আৰম্ভ কৰে আৰু এই কামৰ প্ৰধান হোতা হৈ পৰে জুল ভাৰ্ন আৰু এইচ জি ৱেলছ । তেওঁলোকে আমোদ সৃষ্টি

কৰিবলৈ বা সমাজখনক চোকাকৈ সমালোচনা কৰিবলৈ বা সমাজলৈ আহিব ধৰা কেতবোৰ ঘটনাক্রম বৰ্ণাবলৈ এইবোৰ কল্পকাহিনীৰ সৃষ্টি কৰিছিল । নতুনকৈ আবিষ্কাৰ হ'বলৈ ধৰা বিজ্ঞানৰ জগতখনৰ নানা কথাই তাত ঢোকা দি কল্পনাক ওপৰলৈ লৈ যোৱাত সহায় কৰিছিল ।

১৮৮৬ চনতে ছুইডেনৰপৰা প্ৰথম কল্পবিজ্ঞান পত্ৰিকা 'ষ্টেলা' প্ৰকাশিত হয়। কিন্তু কল্পবিজ্ঞান কাহিনী একেবাৰে কাহিনীৰ পৰ্য্যায়লৈ আহি এটা সম্পূৰ্ণ বেলেগ শ্ৰেণীত বিভক্ত হৈ পৰিবলৈ আৰম্ভ কৰে ১৯২৬ চনমানৰ পৰাহে । তেতিয়া আমেৰিকাৰ হিউগো গাৰ্নছবেকে 'এমেজিং ষ্ট'ৰিজ' নামৰ এখন আলোচনী প্ৰকাশ কৰিবলৈ লয় । এই আলোচনীত কেৱল বিজ্ঞানভিত্তিক গল্প-উপন্যাসকহে ঠাই দিয়া হৈছিল । গাৰ্নছবেকৰ এই প্ৰচেষ্টা ইমানেই সফল হৈছিল যে আমেৰিকা আৰু পৃথিৱীৰ বিভিন্ন উন্নত দেশত তেওঁক অনুকৰণ কৰি এনেদৰে কল্পবিজ্ঞান কাহিনীৰ আলোচনী আৰু কিতাপ উলিয়াবলৈ বিভিন্ন প্ৰকাশক আগ বাঢ়ি আহিল।

## পাতল ৰচনা নেকি ?

কিন্তু ইয়াৰ এটা কুফলো দেখা গ'ল । 'এমেজিং ষ্ট'ৰিজ' আৰু এই শ্ৰেণীৰ অন্যান্য আলোচনী আৰু কিতাপ-পত্ৰবোৰত যিবোৰ কল্পবিজ্ঞান কাহিনী প্ৰকাশ হৈছিল সেইবোৰ গহীন পাঠকসকলে বৰ সন্মাজনক ৰচনা বুলি গণ্য নকৰা হ'ল । এনে আলোচনী আৰু কিতাপ-পত্ৰবোৰত সাধাৰণতে যি অলংকৰণ আৰু বেটুপাতৰ চিত্ৰ ব্যৱহাৰ কৰা হৈছিল সেইবোৰও যেন এইদৰে তাক পাতল ৰচনা বুলি গণ্য কৰিবলৈ সমালোচকসকলক উদগনি জনাইছিল ।

ইয়াৰ পাছত জন ডব্লিউ কেম্পবেল জুনিয়ৰ আদি দক্ষ সম্পাদকসকলে 'এষ্টাউণ্ডিং ছাইন্স ফিক্‌ছন' নামৰ কেৱল কল্পবিজ্ঞান কাহিনী প্ৰকাশ কৰা এখন সন্মাজনক আলোচনী উলিয়াবলৈ আৰম্ভ কৰিলে । তাৰ লগে লগে ওলাই আহিল এচাম অতি সুদক্ষ কল্পবিজ্ঞান কাহিনীৰ ৰচয়িতা । তেওঁলোকৰ ভিতৰত আছিল আৰ্থাৰ ছি ক্লাৰ্ক, আইজাক এছিম'ভ, ৰে ব্ৰেডবাৰি আৰু ৰবাৰ্ট এ হেইনলিন । এইসকল লেখকৰ অৰিহণা ইমানেই সাহিত্যিক মূল্য থকা বিধৰ আছিল যে তেতিয়াৰপৰা কল্পবিজ্ঞান কাহিনীৰ সমালোচকসকলেও কল্পবিজ্ঞানক সাহিত্যৰ এটা প্ৰধান ধাৰা বুলি গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে ।

এডৱাৰ্ড বেলামিৰ 'লুকিং বেকৱাৰ্ড' (Looking Backward 2000-1887) ১৮৮৭ চনত প্ৰকাশিত হৈছিল । সেইদৰে আলডুৱাছ হাক্সলি'ৰ 'ব্ৰেভ নিউ ৱাৰ্ল্ড' (Brave New World) ১৯৩২ চনত প্ৰকাশিত হৈছিল আৰু জৰ্জ অৰৱেলৰ 'নাইনটিন এইটি ফোৰ' (Nineteen Eighty Four) ১৯৪৯ চনতে প্ৰকাশিত



হৈছিল । কিন্তু তেতিয়াৰ সেই লেখসকলে তেওঁলোকৰ ৰচনাৰ সন্মান লাঘৱ হ'ব বুলিয়েই সেইবোৰক কল্পবিজ্ঞান কাহিনী বুলি ক'তো উল্লেখ কৰা নাছিল । ইয়াৰ পাছত যেতিয়া বিজ্ঞানভিত্তিক কল্পকাহিনীয়ে সাহিত্যৰ এক বিচিত্ৰ আৰু সন্মানিত ধাৰা বুলি প্ৰতিষ্ঠা লাভ কৰিলে তেতিয়া কিন্তু নতুন নতুন লেখকসকল ওলাই আহিল । বিজ্ঞানভিত্তিক সাহিত্যই পাঠক আৰু সমালোচকৰো সন্মান লাভ কৰিবলৈ আৰম্ভ কৰিলে । মন কৰিবলগীয়া যে অসমীয়াতো প্ৰথম কল্পবিজ্ঞান গল্প সৌৰভ কুমাৰ চলিহাৰ ১৯৫০/১৯৬৬ চনৰ 'মিনি নয়জ'ক কল্পবিজ্ঞানৰ লেবেল নলগোৱাকৈহে প্ৰকাশ কৰা হৈছিল । (অৱশ্যে তাৰ আগতে ১৯৪৭ চন মানত কুমুদেশ্বৰ বৰঠাকুৰে 'এটম বোমা' নামৰ কাহিনীৰ সৰু পুথি এখন প্ৰকাশ কৰিছিল; কিন্তু তাত কল্পবিজ্ঞানৰ চৰিত্ৰতকৈ ফেন্টাছিৰ চৰিত্ৰহে বেছি আছিল ।)

## ভবিষ্যৎ-বক্তা লেখক

দ্বিতীয় মহাযুদ্ধৰ পাছৰপৰা কল্পবিজ্ঞান কাহিনীবোৰলৈ মন কৰিলে দেখা যায় যে মহাকাশ উৰণ, ইলেকট্ৰনিক কম্পিউটাৰ, পাৰমাণৱিক শক্তি নাইবা বংশগতিৰ নানা কথাৰ নানা ধাৰণা কল্পবিজ্ঞান কাহিনীতহে প্ৰথমতে কিছুমান লেখকে উপস্থাপন কৰিছে আৰু পাছত বিজ্ঞানৰ জগতখনত সেই কথা ঘটি যাব লাগিছে । এই কথায়ো ছাইন্স ফিক্‌ছন বা কল্পবিজ্ঞান কাহিনীৰ ধাৰাটোক এটা অতি সন্মানিত ধাৰা বুলি প্ৰতিষ্ঠা কৰিলে ।

কিন্তু অকল ভবিষ্যৎবাণী কৰিব পৰা গুণটোৰ বাবেই কোনো কল্পবিজ্ঞানক সাৰ্থক কল্পবিজ্ঞান বোলা নহয় ।

আয়াৰলেণ্ডত জন্মা ইংৰাজ সাহিত্যিক জনাথন ছুইফ্‌টে (১৬৬৭-১৭৪৫) তেওঁৰ বিখ্যাত উপন্যাস 'গালিভাৰ্ছ ট্ৰেভেল্‌ছ'ত ১৭২৬ চনতে মঙল গ্ৰহটোৰ দুটা উপগ্ৰহৰ কথা বৰ্ণনা কৰিছিল । তেওঁ উপগ্ৰহ দুটাৰ মঙলৰপৰা দূৰত্ব আৰু পৰিভ্ৰমণ কালৰ যি বৰ্ণনা দিছিল, তাৰ লগত প্ৰায় মিলি যোৱাকৈ ১৮৭৭ চনত - - ছুইফ্‌টে লিখি যোৱাৰ ৫১ বছৰ পাছত মঙলৰ দুটা উপগ্ৰহ আৱিষ্কৃত হয় । কিন্তু তাৰ বাবে কোনোৱে 'গালিভাৰ্ছ ট্ৰেভেল্‌ছ'ক সাৰ্থক কল্পবিজ্ঞান বুলি দাবী নকৰে।

১৯৬৪-৬৮ চনৰ ভিতৰত ৰচিত আৰ্থাৰ ছি. ক্লাৰ্কৰ '২০০১ - এ স্পেছ অ'ডিছি'ত বৰ্ণিত বহুতো দৃশ্য আৰু ঘটনা পাছত আখৰে আখৰে মিলি গৈছে । কিন্তু, সেইবাবে নহয়, কাহিনীৰ অভিনৱত্ব আৰু দৰ্শনৰ গভীৰতাৰ বাবেহে ক্লাৰ্কৰ ২০০১ সৰ্বকালৰ এক উচ্চ কল্পবিজ্ঞান বুলি সমাদৃত হৈছে ।

সম্পাদকৰ টোকা ঃ
আমাৰ ইয়াতো তেনে উদাহৰণ আছে ।

ড° দীনেশ চন্দ্ৰ গোস্বামীৰ কল্পবিজ্ঞানৰ প্ৰসংগত উৎপল দত্তই লিখিছে ('আমাৰ অসম' ১৮ মাৰ্চ ১৯৯৮, পৃষ্ঠা ৪) ঃ "ড° গোস্বামীৰ এটা গল্পত এবাৰ পঢ়িছিলোঁ এটা ছপা যন্ত্ৰৰ বৰ্ণনা, যিটো যন্ত্ৰৰ ওচৰত কথা ক'লে সেই কথাখিনি যন্ত্ৰটোৱে ছপা কৰি উলিয়াব পাৰে । এই গল্প পঢ়াৰ প্ৰায় ডেৰ দশকৰ পাছত বাতৰিকাকতত পঢ়িবলৈ পালোঁ, ইউৰোপৰ এগৰাকী বিজ্ঞানীয়ে 'অডিঅ' এক্টিভ টাইপ ৰাইটাৰ' এটাৰ আৱিষ্কাৰ কৰিছে যিটো টাইপ ৰাইটাৰৰ ওচৰত কথা ক'লে কথাখিনি টাইপ হৈ ওলায় । তেওঁৰ আন এটা গল্পত আছিল 'মানৱ সম্পদ উন্নয়ন বিভাগ' এটিৰ কথা । এই গল্প প্ৰকাশৰ বহুদিনৰ পিছত ভাৰত চৰকাৰে 'মানৱ সম্পদ উন্নয়ন' নামৰ দপ্তৰ এটাৰ সৃষ্টি কৰিছিল।"

কিন্তু এই ভৱিষ্যৎবাণীৰ বাবে নহয়, আন কাৰণতহে ড° গোস্বামীৰ কল্পবিজ্ঞানৰ উচ্চ সাহিত্যিক মূল্য আছে । উৎপল দত্তৰ ভাষাতেই ঃ "তেওঁৰ আটাইবোৰ কাহিনীৰ কেন্দ্ৰবিন্দুত বিজ্ঞান থাকিলেও মানৱ মনৰ অনুভূতিৰ জগতখনৰ বিভিন্ন স্তৰৰ ছবিও সূক্ষ্মভাৱেই অংকিত হৈছে । মানুহ আৰু বিজ্ঞান – দুয়োটাৰে সাৰ্থক উপস্থিতিয়ে তেওঁৰ কাহিনীবোৰক মগজু আৰু হৃদয় দুয়োটাৰে ওচৰৰ কৰি তুলিছে।"

ড° গোস্বামীৰ কল্পবিজ্ঞান গল্প-উপন্যাসৰ কথা ক'বলৈ গৈ দত্তই ইয়াত উচ্চশ্ৰেণীৰ কল্পবিজ্ঞানৰ সাধাৰণ লক্ষণৰ কথাহে অধিক স্পষ্টকৈ দাঙি ধৰিছে ।

---

## ভাৰতীয় কল্পবিজ্ঞান সাহিত্য

ভাৰতীয় কল্পবিজ্ঞান সাহিত্যও এই একেইকেইটা পৰ্য্যায়ৰ মাজেৰে বিকশিত হৈছে । শতিকাটোৰ আৰম্ভণিৰ সময়তে কল্পবিজ্ঞান সাহিত্য নামৰ শাখাটোৱে ভাৰতীয় বিভিন্ন ভাষাত ভুমুকি মাৰিবলৈ আৰম্ভ কৰিছিল । বাংলাভাষাত জগদীশ চন্দ্ৰ বসুৱে প্ৰথম কল্পবিজ্ঞান কাহিনী লিখা বুলি ভবা হয় । ১৮৯৬ চনত তেওঁ এনে কল্পবিজ্ঞান কাহিনী প্ৰকাশ কৰিছিল । 'নিৰুদ্দেশেৰ কাহিনী' (পাছত পৰিমাৰ্জিত, 'পলাতক তুফান') নামৰ গল্পটোত চুলিত সনা তেল এবটল ঢালি সাগৰৰ ধুমুহা কমোৱাৰ অদ্ভুত কাহিনী আছিল যদিও, কল্পবিজ্ঞান কাহিনীৰ সকলো লক্ষণ, যেনে — প্ৰায় ব্যাখ্যা কৰিব নোৱৰা ধৰণৰ পৰিঘটনা এটাৰ বৈজ্ঞানিক নীতিৰ ভিত্তিত গল্প এটা মাধ্যমেৰে ব্যাখ্যা দিবলৈ কৰা যত্ন ফুটি ওলাইছিল ।

মাৰাঠী ভাষাতো সেই একে সময়তে কল্পবিজ্ঞান কাহিনী ৰচিত হৈছিল । এফ-বি ৰাণাডেৰ 'তেৰেছে হাস্য' আৰু নাথ মাধৱৰ উপন্যাস 'শ্ৰীনিবাস ৰাও' প্ৰায় একে সময়তে সেই সময়ত ওলাইছিল । কেৰালাতো 'কেৰালা কোকিল' নামৰ প্ৰকাশন এখনত জুল ভাৰ্নৰ 'জাৰ্নি-টু দা মুন'ৰ অনুবাদ প্ৰকাশ হোৱা বুলিও উল্লেখ পোৱা যায় । তেতিয়াৰ প্ৰকাশনত বেছিভাগেই আছিল ভাৰ্ন, ৱেলছ আৰু তেনে ধৰণৰ লেখকসকলৰ ৰচনাৰ অনুবাদ আৰু সেইবোৰ আছিল কল্পবিজ্ঞান কাহিনীৰ প্ৰথম পৰ্য্যায়টোৰ দুঃসাহসী কাৰ্য্যকলাপৰ বৰ্ণনাহে মাথোন ।

তথাপিও উল্লেখনীয় কথা হ'ল ১৯৬৩ চনতে ভাৰতীয় ভাষাৰ প্ৰথম কল্পবিজ্ঞান পত্ৰিকা বাংলা ভাষাৰ 'আশ্চৰ্য্য' প্ৰকাশিত হয় । ইয়াৰ সম্পাদক আছিল



আকাশ সেন (প্ৰকৃত নাম অদ্ৰীশ বৰ্ধন) । ষাঠিৰ দশকৰ শেষলৈ, আনকি সত্তৰৰ দশকৰ আদি ভাগলৈ, ভাৰতীয় কল্পবিজ্ঞান কাহিনী প্ৰথম পৰ্য্যায়তে চলি থাকিল। কিন্তু সেই সময়ত ভাৰতীয় ভাষাৰ কাহিনীৰ অন্য ধাৰাবোৰে ৰীতিৰ বিভিন্নতা আয়ত্ত কৰি এনে এক পৈণত অৱস্থালৈ গৈছিল যে কল্পবিজ্ঞান কাহিনীবোৰক তেতিয়া সমালোচকসকলে মাত্ৰ পৰীৰ সাধুকথাৰ পৰ্য্যায়তে ধৰি সেইবোৰক কিশোৰ বা শিশুৰ সাহিত্যৰ মৰ্য্যাদাহে দিছিল ।

সত্তৰৰ দশকলৈ এই অৱস্থাই চলি থাকিল । কিন্তু তাৰ পাছত ভাৰতীয় কল্পবিজ্ঞান কাহিনীয়ে পোনে পোনে দ্বিতীয় পৰ্য্যায়লৈ খৰতকীয়াকৈ জাঁপ মাৰি আনকি শেষত তৃতীয় পৰ্য্যায়ো পালে ।

সেই সময়ত বিজ্ঞানৰ উপস্থাপন কলাটোৰ ক্ষেত্ৰত যথেষ্ট পৰিৱৰ্তন আহিছে। ফলস্বৰূপে সকলো ভাৰতীয় ভাষাতে জনসাধাৰণৰ ওচৰলৈ একেবাৰে সৰল আৰু জনপ্ৰিয়ভাৱে বিজ্ঞানক কথা-সাহিত্যৰ ধাৰাৰ মাজেৰে লৈ যাবলৈ প্ৰচেষ্টা চলোৱা দেখা গ'ল আৰু তাৰ পাছৰ সময়খিনিত এই প্ৰচেষ্টাই কাহিনী ৰচনাত যথেষ্ট অৰিহণা যোগালে । সেইবাবে জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ গল্প হিচাপে, চুটি নাটক হিচাপে বা সাহিত্যিক ৰচনা হিচাপে উপস্থাপন কৰাও দেখা গ'ল । সেইদৰে বৈজ্ঞানিক আৱিষ্কাৰ একোটা সম্ভৱ কৰি তোলা ঘটনা একোটাকো চুটি গল্প হিচাপেহে ৰূপ দিয়া হ'ল । এনেকুৱা উপস্থাপনকে প্ৰায়ে কল্পবিজ্ঞান কাহিনী বুলিও ভুলতেই ধৰা হ'ল । কিন্তু চিন্তাশীল ৰচক, সমালোচক বা পাঠকে এইলানি ৰচনাক কল্পবিজ্ঞান কাহিনী বুলি গণ্য নকৰে ।

প্ৰায় সকলো ভাৰতীয় কল্পবিজ্ঞান কাহিনীৰ লেখকেই সাধাৰণতে সম-সাময়িক মাৰ্কিন আৰু ব্ৰিটিছ লেখক সকলৰদ্বাৰা প্ৰভাৱান্বিত । গতিকে মাজৰ পৰ্য্যায়ত সেই লেখকসকলে যিদৰে ভুৱা-বিজ্ঞান আৰু ভুৱা কাৰিকৰী বিজ্ঞানৰ আশ্ৰয় লৈছিল সেইদৰে ভাৰতীয় লেখসকলেও আশ্ৰয় লোৱা দেখা গৈছিল । তাৰ বাহিৰেও তেওঁলোকে এইবোৰ গল্পৰ প্ৰভাৱৰপৰা মুক্ত নোহোৱা বাবে ভাৰতৰ চৰিত্ৰৰ লগত নিমিলা কথা-বতৰা, আচাৰ-ব্যৱহাৰ প্ৰয়োগ কৰিছিল । এইবোৰ সাহিত্যত লেখকজন ভাৰতীয় হোৱাত বাহিৰে তাত বিশেষ ভাৰতীয়ত্ব একো নাই । তদুপৰি ভাৰতত বিজ্ঞানৰ বিকাশৰ ধাৰাটো একেবাৰে পশ্চিমীয়া বিকাশৰ ধাৰাটোৰ লগত পোনপটীয়াকৈ মিলি যোৱা হোৱা বাবে এইবোৰ কল্পবিজ্ঞান কাহিনীৰ ভাৰতীয়ত্ব একেবাৰে সুস্পষ্ট নহয় । কাৰণ বিজ্ঞানৰ কথাৰ ওপৰত ভিত্তি কৰি লিখিলেও সি এক আন্তৰ্জাতিক বিজ্ঞানৰ পৰ্য্যয়তহে পৰে । আন এটা অসুবিধাজনক কথা হ'ল যে আমাৰ ভাৰতীয় চৰিত্ৰসমূহৰ বেছিভাগৰে ওপৰত বিজ্ঞানৰ তেনে কোনো পোনপটীয়া প্ৰভাৱ নাই বা বিজ্ঞান তেওঁলোকৰ জীৱনৰ

প্ৰধান উপজীব্যও নহয় । সেইবাবে এনে চৰিত্ৰক লৈ বিজ্ঞান কাহিনী লেখাটো বৰ কষ্টকৰ কাম আৰু সি পাঠকৰ বাবে বিশ্বাসযোগ্যও হৈ নুঠে ।

সেইবাবে ষ্টুৰজিয়নৰ সূত্ৰ অনুসৰণ কৰা ধৰণৰ বিজ্ঞানৰ প্ৰভাৱহে ভাৰতীয় চৰিত্ৰবোৰৰ ওপৰত দেখা গৈছে আৰু সাধু বা গল্পটোৰ ওপৰতহে ভাৰতীয় লেখকসকলে বেছি জোৰ দিছে । ষ্টুৰজিয়নে কোৱা মতে বিজ্ঞানৰ প্ৰভাৱৰদ্বাৰা সৃষ্টি হ'লেও গল্পটোৰ যে মানৱ চৰিত্ৰ কিছুমানৰ চৌপাশেহে সৃষ্টি হ'ব লাগিব এই কথাৰ ওপৰতে ভাৰতীয় কল্পবিজ্ঞান কাহিনীৰ লেখকসকলে প্ৰধানকৈ জোৰ দিয়া দেখা গৈছে। ইয়াৰ উপৰিও এই কথা ক'বই লাগিব যে বেছিভাগ আধুনিক ভাৰতীয় কল্পবিজ্ঞান কাহিনী দ্বিতীয় বা তৃতীয় পৰ্য্যায়ৰহে। তাত যিমানেই সামান্য নহওক কিয় বিজ্ঞানৰ ভেটি এটাৰ ওপৰত সাধুটোৱে ভেঁজা দি থিয় হ'বলৈ চেষ্টা কৰা যেন লাগে।

বিজ্ঞান বিশ্বজনীন। বিশ্বব্ৰহ্মাণ্ডৰ সকলো স্থানতে প্ৰকৃতিৰ নিয়ম আৰু সূত্ৰবোৰ একে একে ধৰণে খাটে। বিজ্ঞানৰ এই নীতি নিয়মবোৰহে একে একে ধৰণে খাটে, কিন্তু মানৱীয় ধৰ্ম, প্ৰতিক্ৰিয়া, আবেগ-অনুভূতি আদিৰ নিচিনা কথাৰ ওপৰত এইবোৰৰ প্ৰভাৱ বিবেচনা কৰিলে দেখা যায় যে ব্যক্তি বা সমাজখনক যি সাংস্কৃতিক পৰিবেশে আচ্ছন্ন কৰি ৰাখিছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে সেই প্ৰভাৱবিলাক হয়। ভাৰতীয় কল্পবিজ্ঞান কাহিনীৰ বিখ্যাত লেখক বাল ফোণ্ডকেই এটা সুন্দৰ উদাহৰণ দিছে । জীৱ-বিজ্ঞানৰ বিকাশৰ ফলত বৰ্তমান ভোৱোণীয়া মাতৃৰ সহায়ত সন্তান জন্ম দিয়াটো এতিয়া আৰু একো আচৰিত হৈ থকা নাই । কিন্তু পৃথিৱীৰ বিভিন্ন সমাজত ভোৱোণীয়া মাতৃৰ প্ৰতি প্ৰতিক্ৰিয়া কেতিয়াও একে হ'ব নোৱাৰে। সেইবাবে এই ক্ৰিয়া-প্ৰতিক্ৰিয়াবোৰৰ ভিত্তিত সৃষ্টি হোৱা কল্পবিজ্ঞান কাহিনী এটা একেবাৰে সম্পূৰ্ণ ভাৰতীয় (বা সম্পূৰ্ণ অসমীয়াও) হৈ পৰিব পাৰে। ভাৰতীয় কাহিনীবোৰ এই দৃষ্টিৰে চালে অন্য কল্পবিজ্ঞান কাহিনীতকৈ সম্পূৰ্ণ পৃথক বা অন্ততঃ কিছু পৃথক হোৱা উচিত। ভাৰতৰ ভিতৰতে আকৌ মাৰাঠী, বাংলা বা অসমীয়া কল্পবিজ্ঞান কাহিনী কেতিয়াও সম্পূৰ্ণ একে ধৰণৰ হৈ পৰিব নোৱাৰে । কাৰণ এইবোৰ সেই সেই সমাজৰ সাংস্কৃতিক আৰু মানসিক পৰিবেশৰ ওপৰত নিৰ্ভৰ কৰে ।

ভাৰতীয় কল্পবিজ্ঞান কাহিনীৰ ধাৰাটোত দেখা যায় যে মাৰাঠী ভাষাতে এতিয়ালৈকে সৰ্বাধিক কল্পবিজ্ঞান কাহিনীৰ সৃষ্টি হৈছে । ইয়াৰ পাছতে বাংলা আৰু তামিল ভাষা আছে । এতিয়ালৈকে মাৰাঠী ভাষাৰ আলোচনীসমূহৰ দেৱালীৰ বিশেষ সংখ্যাত প্ৰতি বছৰে দুকুৰিমান কল্পবিজ্ঞান কাহিনী প্ৰকাশিত হয় । বাল ফোণ্ডকেৰ মতে মাৰাঠী ভাষাৰ দৰে ভাৰতীয় অন্য ভাষাবোৰত কল্পবিজ্ঞান কাহিনীৰ ৰচনা সিমান খৰতকীয়া নহ'ল । সত্যজিৎ ৰায়ৰ কথা উল্লেখ কৰি তেওঁ কৈছে যে প্ৰথমতে যদিও তেওঁ কল্পবিজ্ঞান সাহিত্যৰ কিছু দক্ষতা দেখুৱাইছিল, পাছলৈ তেওঁৰ



ৰচনাবোৰত বিজ্ঞানক পিছৰ ঠাই দি অদূৰদৰ্শী অভিযানমূলক কথাবোৰকহে আগ ঠাই দি সেইবোৰ কল্পবিজ্ঞান কাহিনীৰ প্ৰথম পৰ্য্যায়টোলৈ ওলোটামুৱাকৈ ঘুৰাই লৈ গ'ল । তথাপিও এই ভাষাটোৱেও কল্পবিজ্ঞান কাহিনীক হীন বুলি এৰি থৈ গুচি নগৈ সেইফালে যথেষ্ট মনোযোগ দিয়া দেখা গৈছে ।

বিজ্ঞানভিত্তিক কল্পকাহিনী আধুনিক সাহিত্যৰ এনে এটা প্ৰতিষ্ঠিত শাখা হৈ পৰিছে যে উন্নত দেশবোৰত বহুতো কলেজ আৰু বিশ্ববিদ্যালয়ত সাহিত্যৰ পাঠ্যক্ৰমত কল্পবিজ্ঞান সাহিত্যৰ অধ্যয়নো (Science Fiction Studies) অন্তৰ্ভুক্ত কৰা হৈছে ।

## অসমত কল্পবিজ্ঞান ঃ সৌৰভ কুমাৰ চলিহাৰ 'মিনি নয়জ'

অসমতো বিজ্ঞানভিত্তিক কল্পকাহিনীৰ ধাৰাটো বহুদিন আগতেই আৰম্ভ হৈছিল। সৌৰভ কুমাৰ চলিহাৰ দৰে বিখ্যাত গল্পকাৰে আলোচনীৰ পাতত 'মিনি নয়জ' নামৰ এটা সুন্দৰ কল্পবিজ্ঞান কাহিনী লিখি ১৯৫০ চনতেই এই ধাৰাটো আৰম্ভ কৰিছিল (১৯৬৬ চনত 'অসম বাতৰি'ত 'মিনি নয়জ' নামেৰে প্ৰকাশিত, পাছত 'গোলাম'ত 'আৱাজ' নামত)। কিন্তু বিদেশত হোৱাৰ দৰে আমাৰ ইয়াতো তেতিয়া তাক কল্পবিজ্ঞান কাহিনী বুলি কোৱা হোৱা নাছিল, এটা সাধাৰণ গল্প হিচাপেহে তাক প্ৰকাশ কৰা হৈছিল । ড° বিজয়কৃষ্ণ দেৱ শৰ্মাই কল্পবিজ্ঞান কাহিনীৰ কেইবাখনো পুথি প্ৰকাশ কৰিছে আৰু সৌৰভ কুমাৰ চলিহাৰ পাছতে তেখেতে এই ধৰণৰ মৌলিক ৰচনাৰে অসমীয়া সাহিত্যলৈ অৰিহণা যোগাইছে । শান্তনু তামুলী আৰু বন্দিতা ফুকনেও কেইবাটাও কল্পবিজ্ঞান কাহিনী প্ৰকাশ কৰিছে । নৱকান্ত বৰুৱায়ো 'অ-পদাৰ্থ' নামৰ এখন কল্পবিজ্ঞান উপন্যাস প্ৰকাশ কৰিছে ।

আন কেইবাগৰাকী লেখকো অসমীয়াত কল্পবিজ্ঞান ৰচনা প্ৰকাশ কৰিছে । (এই সংকলনৰে স্থানান্তৰত তাৰ বিশদ উল্লেখ আছে ।) অৱশ্যে দুই একে বিজ্ঞান-ভিত্তিটো নিতান্তই সৰল কৰি ৰাখি আশ্চৰ্য্যৰ দিশটোত অধিক জোৰ দিয়া দেখা গৈছে।

আকাশবাণীযোগেও কেইবাখনো কল্পবিজ্ঞান নাটক প্ৰচাৰিত হৈছে । তাৰে কেইবাখনো নাটক কল্পবিজ্ঞান হিচাপে আৰু নাটক হিচাপে অতি উচ্চ পৰ্য্যায়ৰ হৈছে।

---

**সম্পাদকৰ টোকা ঃ**

এই প্ৰবন্ধৰ লেখক ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে অসমীয়া কল্পবিজ্ঞান সাহিত্যলৈ বিশিষ্ট বৰঙণি আগবঢ়াই আহিছে । গোস্বামীৰ 'এজাক জোনাকীৰ জিলিকনি', 'শব্দ, নিৰন্তৰ শব্দ' আৰু 'উষ্ণ প্ৰবাহ' নামৰ তিনিখন কল্পবিজ্ঞান উপন্যাস, 'পোৰ্টেব'ল স্মেল এবজৰ্বাৰ', 'ভদ্ৰতামাপক যন্ত্ৰ' আৰু 'এক তৰংগৰ দৰে' নামৰ তিনিখন কল্পবিজ্ঞান গল্প সংকলন আৰু 'ট্ৰাইটনৰ অভিযান' নামৰ এখন কল্পবিজ্ঞান শিশু নাটক প্ৰকাশ পাইছে । আকাশবাণীযোগে এখেতৰ কুৰিখনমান কল্পবিজ্ঞান নাটকো প্ৰচাৰিত হৈছে।

ড° কুলেন্দু পাঠকে 'অসমীয়া বিজ্ঞান সাহিত্যৰ বিষয়বস্তু' নামৰ তেখেতৰ প্ৰবন্ধত ('অসমীয়া বিজ্ঞান সাহিত্য', অসম বিজ্ঞান সমিতি, ১৯৮২) মন্তব্য কৰিছিল ঃ

"প্ৰযুক্তিভিত্তিক সমাজ ব্যৱস্থাত বিজ্ঞান কাহিনী ৰচনাৰ সমল বেছি পোৱা যায় ।..... বিজ্ঞানভিত্তিক সফল ৰহস্য কাহিনী বা উপন্যাস ৰচনাৰ বাবে দূৰ কল্পনাৰ লগতে ন্যূনতম পৰিৱেশৰ প্ৰয়োজন । টেলিফ'ন নেদেখা আৰু টেলিপ্ৰিণ্টাৰৰ নাম নুশুনা ভদাইৰ মনত ভাষা সংশ্লেষক যন্ত্ৰৰ ধাৰণাই বা কেলকুলেটৰ নেদেখা মঘাইৰ মনত কম্পিউটাৰ নিয়ন্ত্ৰিত মানৱৰ ধাৰণাই বিশেষ আলোড়নৰ সৃষ্টি কৰা টান ।

"উল্লিখিত কথাখিনিৰপৰা এটা সিদ্ধান্ত কৰিব পাৰি । ছাই-ফিৰ (Scientific Fiction = Si-Fi) জৰিয়তে অসমীয়া বিজ্ঞান সাহিত্যৰ ভিতৰ চ'ৰালৈ সোমাই অহাৰ সম্ভাৱনা কম ।"

অৱশ্যে লগতে তেখেতে যোগ দিছিল যে "দুই-এজন শক্তিশালী লেখকে এনে দিশত অৱদান আগ নবঢ়াব বুলি ক'ব নোৱাৰি ।" কিন্তু কল্পবিজ্ঞানতকৈ বিজ্ঞান-ৰচনাত বেছি গুৰুত্ব দি তেখেতে কৈছিল, "তথাপিতো বৈজ্ঞানিক তথ্যৰ সহজ বাস্তৱানুগ ব্যাখ্যা, প্ৰয়োজনীয় প্ৰযুক্তিৰ বৰ্ণনা, বৈজ্ঞানিক চিন্তা আৰু বিপ্লৱ সম্পৰ্কে প্ৰামাণ্য ৰচনাৰ প্ৰয়োজন আমাৰ ভাষাত বেছি ।" ড° পাঠকৰ ১৯৮০ চনৰ (১৯৮০ চনত অসম বিজ্ঞান সমিতিৰ আলোচনা চক্ৰত তেখেতে প্ৰবন্ধটো পাঠ কৰিছিল ) এই মন্তব্যৰ পাছত আমাৰ সমাজখনলৈও টেলিফ'ন, কেলকুলেটৰৰ কথাই নালাগে ৰঙীন টিভি, ফেক্স, ম'বাইল ফ'ন, ইণ্টাৰনেট, ডি.টি.পি.ৰ দৰে নানা বস্তু ক্ৰমে ক্ৰমে সোমাই আহিল । অসমীয়া কল্পবিজ্ঞান সাহিত্যয়ো বেগ, শ্ৰী আৰু শক্তি বৃদ্ধি কৰিবলৈ সক্ষম হ'ল ।

১৯৮০ চনত ড° পাঠকে কৈছিল যদিও এতিয়া অসমীয়া বিজ্ঞান সাহিত্যই কেৱল বিজ্ঞানৰ তথ্য আৰু প্ৰামাণ্য ৰচনাৰ ওপৰতে জোৰ দি কল্পবিজ্ঞানক অৱজ্ঞা কৰিলে অন্যায় কৰা হ'ব । পৃথিৱীৰ অন্য বহুতো সমাজৰ দৰে অসমীয়াতো কল্পবিজ্ঞানে সমাজক আৰু সমাজে কল্পবিজ্ঞানক আগ বঢ়াই নিব লাগিব ।

সগৌৰৱে ক'ব পাৰি যে অসমীয়াত যোৱা তিনিটা দশকত বহুতো কল্পবিজ্ঞান কাহিনী ৰচিত হৈছে । তাৰ ভিতৰত কেইবাখনো সম্পূৰ্ণ উপন্যাস আৰু গল্প সংকলনো আছে । পূজা আৰু বিহু সংখ্যা বিশেষ আলোচনীবোৰেও কল্পবিজ্ঞানক যথেষ্ট স্থান দিয়া দেখা গৈছে । (অৱশ্যে মাৰাঠী ভাষাত বছৰি প্ৰকাশ হোৱা ৫০ টাৰো অধিক কল্পবিজ্ঞান কাহিনীৰ তুলনাত অসমীয়া ভাষাত মাত্ৰ কুৰিটামান এনে কাহিনীহে বছৰি প্ৰকাশ পায় ।)

এতিয়া অসমীয়া ভাষাই বিজ্ঞানভিত্তিক গল্প, উপন্যাস আৰু নাটকৰ মৌলিকতাৰ ক্ষেত্ৰত ভাৰতৰ যিকোনো ভাষাৰ তুলনাতে গৌৰৱ কৰিব পাৰে ।



ভাৰতৰ কেইবাটাও ভাষাত ছাইন্স ফিক্‌ছনক কোনো সাহিত্য বুলি নধৰা বা একেবাৰে গণ্যই নকৰা অৱস্থা এতিয়াও চলি আছে । অসমত সম্পাদকসকলে এই শ্ৰেণীৰ সাহিত্যক স্বীকৃতি দিবলৈ আৰম্ভ কৰাটো বৰ সুখৰ বিষয় ।

প্ৰকাশকসকলেও কল্পবিজ্ঞান গল্প-উপন্যাস প্ৰকাশ কৰি কল্পবিজ্ঞানক সাহিত্যৰ বিশিষ্ট ধাৰা হিচাপে স্বীকৃতি দিছে । কিন্তু মন কৰিবলগীয়া কথা যে অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ আৰু বিজ্ঞান সাহিত্যৰ একনিষ্ঠ প্ৰকাশক অসম বিজ্ঞান সমিতিয়েও এতিয়ালৈকে কল্পবিজ্ঞানৰ এখনো কিতাপ প্ৰকাশ কৰা নাই ।

## জীৱন বসত জুবুৰিওৱা বিজ্ঞান

আন এটা মন কৰিবলগীয়া কথাও আছে । বহুতো ন-পুৰণি লেখকে (ভাৰতীয় বিভিন্ন ভাষাত, অসমীয়াতো) কিছুমান অলীক আৰু অদ্ভুত কল্পনা বা ফেণ্টাছিক কেতিয়াবা কল্পবিজ্ঞান কাহিনী বুলি চলাই দিবলৈ প্ৰয়াস কৰা দেখা গৈছে । ফলত স্কুলীয়া ছাত্ৰ স্কুললৈ যাওঁতে কথা নাই বতৰা নাই অদ্ভুত মহাকাশীয় জীৱই তাক মহাকাশলৈ লৈ গৈছে আৰু ফিৰাই থৈ গৈছে, বা ছোৱালীজনীৰ হাতত কিতাপখন বেলুন হৈ ওলমিছে, চুলিৰ ক্লিপ হৈ চুলিত সোমাইছে বা হাতৰ খাৰু হৈ চিনি নোপোৱা হৈ অদ্ভুত মাতেৰে কথা কৈছে । বিজ্ঞানৰ নীতি আৰু সম্ভাৱনীয়তাৰ ওপৰত প্ৰতিষ্ঠিত নহ'লে কেৱল অনিয়ন্ত্ৰিত কল্পনাৰ জোৰেৰে সি কল্পবিজ্ঞান নহয় । মহাকাশযান এখনত উঠাই বৰুৱা-শইকীয়াক মহাকাশলৈ পঠাই দিলেই কল্পবিজ্ঞান কাহিনী নহয়, সি এটা শ্লেষ-হাস্যৰ গল্প (satire) বা ফেণ্টাছি হ'বহে পাৰে । এই কথা লাহে লাহে আমাৰ সম্পাদক আৰু পাঠকসকলে বুজি আহিছে।

লেখকসকলেও বুজি আহিছে যে বিজ্ঞানৰ ভাল জ্ঞান নাথাকিলে কেৱল অদ্ভুত কল্পনাৰ নাকী এৰি বহি থাকিলেই ছাইন্স ফিকছন হৈ নুঠে । বিজ্ঞানখিনি ঠিক-ঠাক কৰি লৈ জীৱন বসত তাক জুবুৰিয়াব জানিলেহে সি ছাইন্স ফিকছন হ'ব পাৰে ।

কিন্তু, আচৰিত যেন লাগিলেও সঁচা যে আমাৰ সাহিত্যিক-সমালোচক-বুদ্ধিজীৱীসকলে এতিয়াও অসমীয়া বিজ্ঞানভিত্তিক কাহিনী বা কল্পবিজ্ঞান গল্প-উপন্যাসবোৰক গল্প বা উপন্যাস বুলি ক'বলৈ টান পায় আৰু তেওঁলোকৰ গল্প-উপন্যাস-নাটক আলোচনা-বিলোচনাবোৰত সেইবোৰৰ উল্লেখেই নকৰে । তেওঁলোকে হয়তো সেইবোৰক সাগৰ, আকাশ, বিশ্বব্ৰহ্মাণ্ড, জলবায়ু, ডাইন'ছৰ, মৰুভূমি, চন্দ্ৰপৃষ্ঠ আদিৰ বিষয়ে লেখা একোটা জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ বুলিহে ভাবে । বহুতো অসমীয়া কল্পবিজ্ঞান গল্প-উপন্যাস, ৰেডিঅ' নাটক যে অকল কল্পবিজ্ঞান হিচাপেই নহয়, অসমীয়া সাহিত্যৰ ভিতৰতে উচ্চ পৰ্যায়ৰ গল্প-

উপন্যাস-নাটক হৈছে — সেই কথাও তেওঁলোকে অনুভৱ নকৰে । তাৰ প্ৰধান কাৰণ হ'ল তেওঁলোকৰ প্ৰাক্‌ধাৰণাৰ বাবে তেওঁলোকে সেইবোৰ পঢ়ি নাচায় বা নুশুনে । বিশ্ব-সাহিত্যৰ এক বিশিষ্ট ধাৰা বুলি স্বীকৃত হোৱা কল্পবিজ্ঞানৰ প্ৰতি তেওঁলোকৰ এই অৱজ্ঞাই অকল যে তেওঁলোকৰ মানসিক দৈন্য আৰু পণ্ডিতমন্যতাকে উদঙাই দেখুৱাইছে তেনে নহয়, ই এটা বিকশিত ধাৰা আন্ধাৰত ৰাখি অসমীয়া সাহিত্যৰো ক্ষতি কৰিছে ।


প্ৰসংগ ঃ

১। It Happened Tomorrow - ed. Bal Phondke, National Book Trust, India (অসমীয়া অনুবাদ ঃ কাইলৈ এনে ঘটিছিল) ।

২। *2001*: June 1988, Elsewhen : Trends in Science Fiction, Bal Phondke.

৩। 100 Years of Science Fiction, ed. Damon Knight, Pan Books Ltd., London.

৪। The Science in Science Fiction, ed. Peter Nicholls, Michael Joseph Ltd., London.

৫। সেৰা কল্পবিজ্ঞান, সম্পাদনা অনীশ দেব, আনন্দ পাবলিশার্স প্ৰাঃ লিঃ, কলিকাতা, ১৯৯১।

৬। Encyolopedia Britannica


('সূত্ৰধাৰ'ৰ ১৬-২৮ ফেব্ৰুৱাৰী ১৯৯৫ সংখ্যাত প্ৰকাশিত প্ৰবন্ধৰপৰা পৰিবৰ্ধিত।)



# অসমীয়া কল্পবিজ্ঞান-সাহিত্য

ড° এ. কে. জিয়াউদ্দিন আহমেদ

সমাজৰ পটভূমিত যি ঘটনা আজি ঘটা নাই কিন্তু কালিলৈ ঘটিব পাৰে বা অতীতত ঘটিছিল তাকে লৈয়েই ৰচিত হয় 'কল্পবিজ্ঞান' বা 'ছাইন্স ফিকশ্যন' । এনে ঘটনাৰাজি যদিহে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতিৰ ফলত সৃষ্টি হোৱা সামাজিক পৰিৱৰ্তনৰ বাবে গঢ় লৈ উঠে তেনে কাহিনীকে আমি প্ৰকৃত কল্পবিজ্ঞান বুলি ক'ব পাৰোঁ । স্বাভাৱিকতে বিশেষ কোনো বৈজ্ঞানিক উপজীব্য নোহোৱাকৈ এনে কাহিনী ৰচিত হ'ব নোৱাৰে । লক্ষণীয় যে কল্পবিজ্ঞান জনপ্ৰিয় বিজ্ঞানৰ ৰচনাও নহয় নাইবা অলীক কাহিনীও (fantasy) নহয় ।

অসমীয়া ভাষাত প্ৰথম কল্পবিজ্ঞান যদিও ১৯৬৩ চনতে ৰচিত হৈছিল তথাপি ইংৰাজী নাইবা ভাৰতীয় ভাষাৰ তুলনাত ই প্ৰায় চালুকীয়া অৱস্থাতে আছে বুলি ক'ব পাৰি । সীমিত সংখ্যক লেখকৰ সীমিত সংখ্যক ৰচনাৰেই গঠিত হৈছে অসমীয়া ভাষাত কল্পবিজ্ঞানৰ সৰু জগতখন । অৱশ্যে এটা কথা উল্লেখনীয় যে এই সীমিত সংখ্যক ৰচনাৰ মাজতে সৃষ্টি হৈছে উচ্চ পৰ্য্যায়ৰ বিজ্ঞানভিত্তিক ৰচনা।

জনপ্ৰিয় বিজ্ঞান লেখক ড° বিজয়কৃষ্ণ দেৱশৰ্মা ৰচিত 'চন ২৪৬৬, এক এপ্ৰিল' (আমাৰ প্ৰতিনিধি, ১৯৬৩) অসমীয়া ভাষাত প্ৰকাশিত প্ৰথম কল্পবিজ্ঞান। সেই সময়ৰপৰাই ড° দেৱশৰ্মাই বিজ্ঞানভিত্তিক গল্প আৰু উপন্যাস আদি ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে । ড° দেৱশৰ্মা ৰচিত দুকুৰিৰো অধিক বিজ্ঞান-কাহিনী ইতিমধ্যে 'আমাৰ প্ৰতিনিধি', 'অসম বাতৰি', 'দৈনিক অসম', 'নৱযুগ', 'অসম সংবাদ' আদি আলোচনী আৰু বাতৰিকাকতত প্ৰকাশ পাইছে । ড° দেৱশৰ্মা ৰচিত 'চন্দ্ৰলোকত প্ৰথম মানুহ' (১৯৬৯) অসমীয়া সাহিত্যৰ সৰ্বপ্ৰথম কল্পবিজ্ঞান উপন্যাসিকা। তেখেতৰ আন কল্পবিজ্ঞান গ্ৰন্থসমূহৰ ভিতৰত 'সূৰ্য্যৰ সোণালী আপেল' (১৯৭৬), 'বিজ্ঞানভিত্তিক গল্পগুচ্ছ' (১৯৯১) আৰু 'তুলসী তলত মৃগ পহু চৰে' (১৯৯৪) উল্লেখযোগ্য। 'তুলসী তলত মৃগপহু চৰে' এখন শিশু উপন্যাস । এইখন গ্ৰন্থত ড° দেৱশৰ্মাই চন্দ্ৰলৈ যোৱাৰ দুৰন্ত অভিযানৰ এক সৰস বৰ্ণনা প্ৰকাশ কৰিছে ।

ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে যোৱা পঁচিছ-ত্ৰিছ বছৰধৰি অসমীয়া বিজ্ঞান-সাহিত্যলৈ বিশিষ্ট বৰঙণি আগ বঢ়োৱাৰ লগতে অসমীয়া কল্পবিজ্ঞানৰ এগৰাকী

অগ্ৰণী লেখকৰূপে নিজকে প্ৰতিষ্ঠিত কৰিছে । 'কঁকাল' (দৈনিক অসম, ১৯৭০) নামৰ এটি গল্পৰে তেখেতে অসমীয়া কল্পবিজ্ঞানৰ জগতখনত প্ৰৱেশ কৰে । ব্যঙ্গ ৰচনাৰ আৰ্হিৰ এই গল্পত ড° গোস্বামীয়ে 'কম্প্লেক্স ৰেডিয়েটৰ' নামৰ এবিধ যন্ত্ৰৰ আৱিষ্কাৰ বৰ্ণনা কৰিছে । তেখেতৰ বিজ্ঞানভিত্তিক কাহিনীৰ দুখন সংকলন 'ভদ্ৰতামাপক যন্ত্ৰ' আৰু 'পোৰ্টেব'ল স্মেল অৱজাৰ্বাৰ' প্ৰকাশ পায় যথাক্ৰমে ১৯৮৫ আৰু ১৯৮৬ চনত। ড° গোস্বামীৰ অন্যান্য প্ৰকাশিত কল্পবিজ্ঞান গ্ৰন্থসমূহ হ'ল 'ট্ৰাইটনৰ অভিযান' (১৯৯১), 'এজাক জোনাকীৰ জিলিকনি' (১৯৯২), 'শব্দ, নিৰন্তৰ শব্দ' (১৯৯২), 'এক তৰংগৰ দৰে' (১৯৯৫) আৰু 'উষ্ম-প্ৰৱাহ' (১৯৯৩)। ৰুছ কাহিনীৰ আলমত ৰচিত 'ট্ৰাইটনৰ অভিযান' এখন শিশুৰ উপযোগী গ্ৰন্থ । 'শব্দ, নিৰন্তৰ শব্দ' নামৰ গ্ৰন্থত ড° গোস্বামীয়ে তেওঁৰ স্বকীয় প্ৰকাশভংগীৰে গ্ৰন্থ-সম্পাদনা আৰু মুদ্ৰণ প্ৰযুক্তিবিদ্যাৰ অগ্ৰগতিয়ে কিদৰে এই দিশত আমাৰ অভাৱ পূৰাব পাৰে তাক সুন্দৰভাৱে ৰূপায়িত কৰিছে। 'এজাক জোনাকীৰ জিলিকনি' গ্ৰন্থখনি ড° গোস্বামীৰ এক সফল বিজ্ঞানভিত্তিক ৰচনা । ড° গোস্বামীয়ে ইতিমধ্যে প্ৰায় তিনিকুৰিমান কল্পবিজ্ঞান কাহিনী আৰু ১৫ খনমান কল্পবিজ্ঞান নাটক ৰচনা কৰিছে । তদুপৰি তেখেতে কেবাখনো ইংৰাজী ভাষাৰ কল্পবিজ্ঞান গ্ৰন্থ অনুবাদ কৰিছে । 'অবিকল' নামৰ আলোচনীখনত আৰম্ভণিৰেপৰা প্ৰতিটো সংখ্যাতে তেখেতৰ এক বিশেষ ধৰণৰ কল্পবিজ্ঞান গল্প প্ৰকাশ হৈ আহিছে ।

অসমীয়া কল্পবিজ্ঞানৰ ৰচনাসমূহত মহাকাশ যাত্ৰা আৰু অন্য গ্ৰহৰ জীৱৰপৰা আৰম্ভ কৰি প্ৰদূষণ আৰু জিনীয় অভিযন্ত্ৰণলৈকে বিজ্ঞানৰ বিভিন্ন বিষয় সামৰা হৈছে । সৌৰভ কুমাৰ চলিহাৰ 'আৱাজ' (অসম বাতৰি, ১৯৬৬) নামৰ কল্পবিজ্ঞান গল্পৰ বিষয়বস্তু হ'ল যান্ত্ৰিক সভ্যতাৰ অৱদান 'শব্দ প্ৰদূষণ' । 'মিনিনয়জ' নামৰ এটা যন্ত্ৰ (যাৰদ্বাৰা সকলোবোৰ চিঞৰ-বাখৰ, হুলস্থূলৰ ৬০ শতাংশ কমাব পৰা যায়) উদ্ভাৱনৰ পটভূমিত ৰচিত হৈছে 'আৱাজ'ৰ কাহিনীভাগ । নৱকান্ত বৰুৱাৰ উপন্যাস 'অপদাৰ্থ' অসমীয়া কল্পবিজ্ঞানৰ এক অনুপম সৃষ্টি । জৈৱ পদাৰ্থবিজ্ঞানৰ প্ৰয়োগেৰে ৰক্তহীন অস্ত্ৰোপচাৰৰ প্ৰযুক্তি উদ্ভাৱন কৰিবলৈ গৈ এজন চিকিৎসকে কিদৰে এক বিধ্বংসী শক্তি 'এন্টিমেটাৰ' বা 'অপদাৰ্থ' সৃষ্টি কৰিলে তাকে লৈয়েই ৰচিত হৈছে এই কল্পবিজ্ঞান উপন্যাস । অমূল্য কুমাৰ হাজৰিকাৰ কল্পবিজ্ঞান গ্ৰন্থ 'আক্ৰমণ' (১৯৮৩) ত যুদ্ধ বিগ্ৰহত জিনীয় অভিযন্ত্ৰণৰ সম্ভাৱনীয় প্ৰয়োগৰ কিছু আভাস দিছে । এই লেখকৰ দ্বিতীয়খন গ্ৰন্থ 'সন্ধান' (১৯৯২) অসমীয়া কল্পবিজ্ঞানৰ ক্ষুদ্ৰ জগতখনত এক উল্লেখযোগ্য সংযোজন । 'মংগলিকা' নামৰ গ্ৰহটোৰ বাসিন্দা মানৱ জাতিতকৈ উন্নত জীৱবোৰে কিদৰে পৃথিৱীত বিপৰ্যয়ৰ সৃষ্টি কৰি মানুহৰ ক্ষুদ্ৰতা প্ৰতিপন্ন কৰিছিল তাকেই 'সন্ধান'ৰ কাহিনীত দাঙি ধৰা হৈছে আৰু



লগতে ভৱিষ্যতৰ সম্ভাৱনাৰো আভাস দিয়া হৈছে ।

অসমীয়া কল্পবিজ্ঞান-সাহিত্য জনপ্ৰিয় কৰাৰ ক্ষেত্ৰত 'বিস্ময়' আলোচনীয়ে এক উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে । ভালে সংখ্যক লেখকে এইখন আলোচনীৰ জৰিয়তেই কল্পবিজ্ঞান-সাহিত্যৰ জগতখন প্ৰৱেশ কৰিছে । তেনে এগৰাকী লেখিকা বন্দিতা ফুকন ৰচিত প্ৰথম বিজ্ঞান কাহিনী 'প্ৰিয়তমা' (বিস্ময়, ১৯৮৭) । লেখিকাৰ একুৰিতকৈ অধিক বিজ্ঞান-কাহিনী বিভিন্ন আলোচনী আদিত প্ৰকাশিত হৈছে । তেখেতৰ 'দ্বিতীয় ব্যক্তি' (১৯৯১) নামৰ গ্ৰন্থখন বিজ্ঞানভিত্তিক কাহিনীৰ এক উল্লেখযোগ্য সংকলন । লেখিকাৰ বিজ্ঞান-কাহিনীসমূহ বৰ্তমান আৰু ভৱিষ্যত, পৃথিৱী আৰু মহাকাশ, নক্ষত্ৰজগত, ৰবট আদি বিভিন্ন পটভূমিত ৰচিত হৈছে । শেহতীয়াকৈ তেখেতৰ কেবাটাও কল্পবিজ্ঞান কাহিনী প্ৰকাশ পাইছে । 'দৃষ্টিদান' (অসমীয়া প্ৰতিদিন, ১৯৯৬) নামৰ বিজ্ঞানভিত্তিক গল্পত গোপন কাৰ্য্যকলাপ ৰেকৰ্ড কৰিবলৈ কিদৰে কম্পিউটাৰ মাইক্ৰচিপ কৃতকাৰ্য্যতাৰে ব্যৱহাৰ কৰিব পাৰি তাৰ সম্ভেদ দিছে । চৌবিছ শতিকাত প্ৰকৃতিৰ ধ্বংসপ্ৰাপ্ত ৰূপৰ কল্পনাৰে ৰচিত হৈছে 'ওলগ' (অসমীয়া প্ৰতিদিন, শৰৎ সমগ্ৰ, ১৯৯৭) ৰ কাহিনী । আন এগৰাকী প্ৰতিষ্ঠিত বিজ্ঞানলেখক শান্তনু তামুলীৰ প্ৰথম কল্পবিজ্ঞান গল্প 'হে চন্দ্ৰ বিদায়' (অসম বাণী, ১৯৬৪) চন্দ্ৰ অভিযানৰপৰা উভতি অহা মহাকাশচাৰীৰ দুৰ্ঘটনাৰ এটি কাহিনী । এই লেখকৰ ডেৰকুৰিৰো অধিক বিজ্ঞান-কাহিনী আৰু উপন্যাসিকা 'বিস্ময়', 'মনোৰঞ্জন', 'আমাৰ প্ৰতিনিধি' আদি বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ পাইছে । লেখকৰ ৰচনাসমূহৰ বিষয়বস্তু হ'ল মহাকাশ অভিযান, অন্য গ্ৰহৰ জীৱ ইত্যাদি । অন্যগ্ৰহৰ জীৱৰ পটভূমিতে ৰচিত হৈছে ৰঞ্জু হাজৰিকাৰ কল্পবিজ্ঞান উপন্যাস 'সূৰ্য্য সন্ধান' (১৯৯৬) । অসমীয়া ভাষাত ৰথীন্দ্ৰনাথ গোস্বামী, চাকিল জামাল, ড° এ কে জিয়াউদ্দিন আহমেদ, অজন্তা দাস, ড° মিহিৰ কুমাৰ গোস্বামী, প্ৰভাত গোস্বামী আদি আন কেইবাগৰাকী লেখক-লেখিকাই কল্পবিজ্ঞান ৰচনা কৰিছে । জনপ্ৰিয় বিজ্ঞান লেখক ৰথীন্দ্ৰনাথ গোস্বামীৰ শেহতীয়া বিজ্ঞান কাহিনী 'নয়নমণি' (দৈনিক জনমভূমি, ১৯৯৬) ৰ বিষয়বস্তু হ'ল 'কম্পিউটাৰ ভাইৰাছ' । কম্পিউটাৰত চেট্ কৰা প্ৰ'গ্ৰেমবোৰ এই ভাইৰাছৰদ্বাৰা কেনেকৈ নষ্ট হয় আৰু তাকে উপজীব্য কৰি লেখকে কাহিনী ৰচনা কৰিছে । বৈজ্ঞানিক গৱেষণাই যে কেতিয়াবা একোটা সভ্যতা সম্পূৰ্ণৰূপে ধ্বংস কৰিব পাৰে সেই সম্ভাৱনাৰে ৰচিত হৈছে ড° এ কে জিয়াউদ্দিন আহমেদৰ কল্পবিজ্ঞান গল্প 'অনুঘটক' (বিজ্ঞান প্ৰৱাহ, ১৯৯৩) । আন এগৰাকী বিজ্ঞান লেখক চাকিল জামালৰ শেহতীয়া কল্পবিজ্ঞান উপন্যাস 'নীলা, নীলা বেদনা' (১৯৯৬)ৰ বিষয়বস্তু হ'ল জিনীয় অভিযন্ত্ৰণ । 'ডি-এন-এ পুনঃসংযোজন' প্ৰযুক্তিৰে প্ৰখৰ স্মৰণ শক্তি আৰু বুদ্ধিমত্তাৰ

অধিকাৰী জীৱসৃষ্টিৰ বাবে কৰা গৱেষণা আৰু সেই গৱেষণাৰ অপপ্ৰয়োগৰ ফলস্বৰূপে হোৱা কৰুণ পৰিণতি গ্ৰন্থখনত দাঙি ধৰা হৈছে। প্ৰভাত গোস্বামীৰ 'যন্ত্ৰ-মানৱ'খন এখন বিজ্ঞান-কাহিনীৰ নাটক ।

ওপৰত উল্লেখিত ৰচনাসমূহৰ উপৰিও কিছু সংখ্যক অনুবাদ গ্ৰন্থই অসমীয়া কল্পবিজ্ঞান-সাহিত্যক চহকী কৰিছে । এইচ, জি, ৱেলছৰ 'দা ইনভিজিবল মেন' অসমীয়া ভাষালৈ অনূদিত প্ৰথম কল্পবিজ্ঞান। 'অদৃশ্য মানৱ' (১৯৫৬) নামেৰে গ্ৰন্থখন পুনৰ চমু অনুবাদ কৰে এম. এ. মজিদখানে (১৯৯৫)। জুল ভাৰ্নৰ মহৎ সৃষ্টি 'টুৱেন্টি থাউজেণ্ড লীগছ আণ্ডাৰ দা ছি' অনুবাদ কৰিছে ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে ('সাগৰৰ তলিয়েদি কুৰি হাজাৰ লীগ',১৯৮৮)। 'নটিলাছ' নামৰ ছাবমেৰিনখনৰ সাগৰতলিৰ অভিযানৰ কাহিনীৰে এই গ্ৰন্থ ৰচিত হৈছে । ড° গোস্বামীৰ আনখন অনূদিত গ্ৰন্থ হ'ল পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ বিজ্ঞান-কাহিনী লেখকৰূপে সমাদৃত আৰ্থাৰ ছি. ক্লাৰ্কৰ অনুপম কল্পবিজ্ঞান কাহিনী '২০০১ ঃ এখন মহাকাশ অ'ডিছি' (১৯৯৬) । অলপতে ড° গোস্বামীয়ে ভাৰতীয় কল্পবিজ্ঞান গল্পৰ সংকলন 'কাইলৈ এনে ঘটিছিল' অনুবাদ কৰিছে । নেছনেল বুক ট্ৰাষ্টে এই পুথিখন প্ৰকাশ কৰিছে । জুল ভাৰ্নৰ আন এখন বিজ্ঞানভিত্তিক উপন্যাস 'এ জাৰ্নি টুদি চেন্টাৰ অৱ দা আৰ্থ' অসমীয়ালৈ সংক্ষিপ্ত অনুবাদ কৰে এম. এ. মজিদখানে (পৃথিৱীৰ কেন্দ্ৰলৈ অভিযান, ১৯৮৮)। ক্ষীৰেন ৰায় অনূদিত জুল ভাৰ্ন, এইচ. জি. ৱেলছ, আৰু আৰ. এল. ষ্টিভেনচনৰ বাৰখন গ্ৰন্থৰ চমু অনুবাদ সংকলন 'দুৰ্গম অভিযান' প্ৰকাশ পাইছিল ১৯৭৩ চনত । আলেক্সি টলষ্টয়ৰ ৰুছ বিজ্ঞান-কাহিনী 'আএলিতা' অনুবাদ কৰিছে সদা শইকীয়াই । ৰুছ মহাকাশচাৰীৰ এটা দলৰ মংগলগ্ৰহ অভিযানৰ পটভূমিত 'আএলিতা'ৰ কাহিনীভাগ ৰচিত হৈছে । এইচ. জি. ৱেলছৰ আন এখন গ্ৰন্থ 'ৱাৰ অৱ ৱাৰ্ল্ডছ'ৰ চমু অনুবাদ কৰিছে চৈয়দ আজিজুল হুছেইনে (মহাজাগতিক যুদ্ধ, ১৯৯৬)। ৰঞ্জু হাজৰিকাৰ 'বিশ্বৰ শ্ৰেষ্ঠ কল্পবিজ্ঞান কাহিনী' (১৯৯৩) এখন অনূদিত গল্পৰ সংকলন। ইয়াত ৰে' ব্ৰেডবেৰি, এইচ. জি. ৱেলছ, আৰ্থাৰ. ছি. ক্লাৰ্ক আৰু ছাৰ আৰ্থাৰ কোনান ডয়লৰ কেইটিমান কল্পবিজ্ঞান গল্প সন্নিবিষ্ট কৰা হৈছে।

শিশু উপযোগী কেবাখনো বিজ্ঞান-কাহিনী অসমীয়ালৈ অনুবাদ কৰা হৈছে । এইবোৰৰ ভিতৰত হেম শৰ্মা অনূদিত আনাতোলি মিত্যায়েভৰ 'গ্ৰিস্কা আৰু মহাকাশচাৰী' (১৯৮৪), শান্তনু তামুলীয়ে কৰা য়েভগেনি ভেলটিষ্টভৰ 'ইলেকট্ৰনিক মালচিক ইঝ চেমোডানা'ৰ অসমীয়াৰ ৰূপান্তৰ 'ইলেকট্ৰনিক নামৰ ল'ৰাটো' (১৯৯৩) উল্লেখযোগ্য । শান্তনু তামুলীৰ 'মহাকাশৰ তাৰকা' নামৰ গ্ৰন্থখন মাৰ্তা বাবানোভা আৰু য়েভগেনি ভেলটিষ্টভৰ 'তিয়াকা, বোৰকা ঈ ৰাকেটা'ৰ



অৱলম্বনত ৰচিত হৈছে ।

বৰ্তমান সময়ত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই উন্নতিৰ জখলাত দোপদদোপে আগ বাঢ়ি গৈছে । ভৱিষ্যতে বিজ্ঞান আৰু প্ৰযুক্তিৰ বিকাশ কেনেভাৱে ঘটিব আৰু আমাৰ সমাজত কেনে পৰিৱৰ্তনৰ সূচনা কৰিব সেই সীমাহীন সম্ভাৱনাক উপজীব্য কৰি কল্পবিজ্ঞান ৰচনা কৰাৰ দায়িত্ব আমাৰ বিজ্ঞান লেখকসকলৰ । এই ক্ষেত্ৰত সৰহ সংখ্যক লেখক-লেখিকা আগ বাঢ়ি আহিলেহে অসমীয়া কল্পবিজ্ঞান জগতখনৰ পৰিসৰ বৃদ্ধি পাব । সেইটো হৈ উঠিলে অসমীয়া ভাষা-সাহিত্যক চহকী কৰাৰ উপৰিও কল্পবিজ্ঞানে আমাৰ সমাজৰপৰা কুসংস্কাৰ আৰু অন্ধবিশ্বাস আঁতৰ কৰাত ভালেখিনি অৰিহণা যোগাব ।

---

সম্পাদকৰ টোকা ঃ কুমুদেশ্বৰ বৰঠাকুৰ ৰচিত গোলাই চিৰিজৰ 'এট'ম বোমা' (১৯৪৬) নামৰ এখন পুথিত অসমীয়া ভাষাত প্ৰথম কল্পবিজ্ঞান ৰচনাৰ প্ৰয়াস দেখা গৈছিল । কিন্তু প্ৰকৃত অৰ্থত প্ৰথম অসমীয়া কল্পবিজ্ঞান ৰচনা হ'ল সৌৰভ কুমাৰ চলিহাৰ গল্প 'মিনি নয়ন্জ'। ১৯৫০ চনত ৰচিত আৰু প্ৰকাশিত এই গল্পটো ১৯৬৬ চনত 'অসম বাতৰি'ত 'মিনি নয়ন্জ' নামেৰে আৰু পাছত 'গোলাম' নামৰ সংকলনত 'আৱাজ' নামেৰে প্ৰকাশিত হৈছিল । উৎস ঃ অসমীয়া বিজ্ঞান-কাহিনী ঃ শান্তনু তামুলী, প্ৰজ্ঞা, ১৯৯৫)

---

প্ৰসংগ ঃ

(১) 'অসমীয়া বিজ্ঞান সাহিত্য' - ডিম্বেশ্বৰ চলিহা, অসম সাহিত্য সভা, অক্টোবৰ, ১৯৯৪।
(২) 'কল্পবিজ্ঞান সাহিত্য ঃ ইও বাৰু সাহিত্যৰ ভিতৰুৱা নে ?' - দীনেশ চন্দ্ৰ গোস্বামী, সূত্ৰধাৰ, ফেব্ৰুৱাৰী, ১৯৯৫ ।
(৩) 'অসমীয়া বিজ্ঞান-কাহিনী' - শান্তনু তামুলী, স্মৃতিগ্ৰন্থ 'প্ৰজ্ঞা' যোৰহাট গ্ৰন্থমেলা, ডিচেম্বৰ, ১৯৯৫ ।
(৪) 'Science Fiction In Assamese Literature' - A. K. Ziauddin Ahmed, Souvenir 'Grantha Chetana', Sibsagar Book-Fair, December, 1996.

## পৰিশিষ্ট - ১

# অসমীয়া বিজ্ঞান-সাহিত্য সম্পৰ্কে

ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

বিজ্ঞান মানুহৰ লগৰীয়া ! মানৱ-নিৰপেক্ষ বিশ্ব আৰু প্ৰকৃতিৰ মাজতো বিজ্ঞানৰ কাৰ্য্য-কলাপ অনুভূত হয় । মানৱ-দেহো এই কাৰ্য্য-কলাপৰ এক সুন্দৰ নিদৰ্শন । মানৱ সভ্যতাৰ বিকাশতো ইয়াৰ বৰঙণিয়েই বাই । এই কাৰণে বিজ্ঞান মানুহৰ আত্ম-জ্ঞান আৰু আত্মোন্নতিৰ আহিলা হৈ পৰিছে । অৱশ্যে আজি আমি যাক বিজ্ঞান বোলোঁ, সি সচেতন মানৱ-বুদ্ধি আৰু মনৰ অনুশীলনৰ ফল । গতিকে বস্তুৰ যি সহজাত 'বিজ্ঞান', তাৰ লগত এই সচেতন বিজ্ঞানৰ পাৰ্থক্য স্পষ্ট । আজি কালি সচেতন বিজ্ঞান বিভিন্ন বিষয়ত বিভক্ত, আৰু এইবিলাক শিক্ষা-ব্যৱস্থাৰ অন্তৰ্ভুক্ত । প্ৰকৃতি-বিজ্ঞান আৰু মানৱ-বিজ্ঞান এই দুটা শ্ৰেণীত বিষয়সমূহ বিভক্ত কৰিব পাৰি । কিন্তু লাহে লাহে ন ন বিষয়ৰ সৃষ্টি হৈছে । এই বিষয়বোৰৰ প্ৰত্যেকৰে সূত্ৰ, অনুশীলনৰ প্ৰকাৰ আৰু ক্ষেত্ৰ কৃত্ৰিমভাৱে ভাগ কৰি লোৱা হৈছে চৰ্চাৰ আৰু প্ৰয়োগৰ সুবিধাৰ্থে । পদ্ধতি কিন্তু সকলোৰে একে । প্ৰত্যেক বিষয়ৰ বিশিষ্ট জ্ঞান আৰু বিজ্ঞানৰ সাধাৰণ সুসমন্বিত জ্ঞানৰ মাজত দৃশ্যতঃ এটা দুৰত্ব আহি পৰা দেখা গৈছে । এই দূৰত্ব গুচাই সুসমন্বয় স্থাপনৰ বাবে সাধাৰণ মানুহ, দাৰ্শনিক আৰু সাহিত্যিক-শিল্পী আদি উদগ্ৰীৱ। এই হেঁপাহ মানৱ-মনৰ বৈশিষ্ট্যই নহয়, ই মানৱ প্ৰগতিৰ আৰু প্ৰকৃত আত্মজ্ঞানৰ বাবেও আৱশ্যকীয় । বিজ্ঞান অহংকাৰ বা ইয়াৰ বিকাশৰ বিকৃতিসাধন দুয়োটাই বিপদজনক । মানৱ-সভ্যতা আৰু মানুহৰ ধাৰাবাহিকস্থিতি আমাৰ ক্ষুদ্ৰ পৃথিৱীৰ পৰিৱেশ ৰক্ষাৰ ওপৰত যেনেকৈ নিৰ্ভৰশীল, ঠিক তেনেকৈ আমাৰ ধ্বংসাত্মক কাৰ্য্য-কলাপৰ নিয়ন্ত্ৰণৰ ওপৰতো নিৰ্ভৰশীল । এই পৃথিৱীত জীৱহীন বস্তু কিমান দিন থাকিব ? পৃথিৱীত জীৱই বা কিমান দিন থাকিব ? এনেবিলাক প্ৰশ্নই সাধাৰণ মানুহক উদ্বিগ্ন নকৰিলেও, দাৰ্শনিকক কৰে । কাৰণ তেওঁৰ কালৰ ধাৰণা সুকীয়া । সাহিত্যিক-শিল্পীসকলৰ কল্পনায়ো পৃথিৱীত জীৱৰ কাল কিমান তাৰ কথা চিন্তা কৰিবলৈ ভাল পায়, ঈশ্বৰ-ভিত্তিক চিন্তাবোৰত জীৱৰ ক্ষণস্থায়িত্বৰ কথা যি দৰে ৰূপ পায়, বৈজ্ঞানিক চিন্তাত নেপায় ! কিন্তু ৩০০০ নিযুত বছৰৰ আগত পৃথিৱীত আবিৰ্ভাৱ আৰু সিমান নিযুত বছৰৰ পিছত জীৱৰ বিলুপ্তিৰ ধাৰণাই সমূহ মানৱ বা জীৱৰ ক্ষণস্থায়িত্বৰে ভাৱ জগায় । এই মহাকালিক চেতনাৰ উপলব্ধিৰ তুলনাত সমাজতাত্ত্বিক, ঐতিহাসিক বা দৈনন্দিন কাল-চেতনাৰ উপলব্ধি সাধাৰণ মানুহৰ বাবে গুৰুত্বপূৰ্ণ । কাৰণ এনে ধৰণৰ উপলব্ধিবোৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰ বাবে তাৎকালিকভাৱে অধিক তাৎপৰ্য্যপূৰ্ণ । বিজ্ঞান আৰু টেকন'লজিৰ উৎকৰ্ষই মানুহৰ জীৱন-যাত্ৰা প্ৰণালীত যেনেকৈ অধিক বৈচিত্ৰ্য আনিছে, ঠিক সেইদৰে সমূহীয়া ধ্বংসৰ আশাংকাও ওপজাইছে । আণৱিক বোমা তেনে এটা বৈজ্ঞানিক আৱিষ্কাৰ । সামাজিক মানুহে সেইবাবে বিজ্ঞান আৰু টেকন'লজিৰ বিকাশ আৰু মানুহৰ সামাজিক মংগল সাধনৰ মাজত তাল মিলাব পৰাকৈ এটা নৈতিকতাৰ বান্ধোন বিচাৰিছে ।

এই নৈতিকতাৰ আধাৰ অনুসন্ধান কৰিলে আমি বহল অৰ্থত সৎ সাহিত্যৰ কাষ চাপিব



লগা হয় । কালিদাসে কৈছিল, "আৰ্ত্তত্ৰাণায় বঃ শস্ত্ৰম্ ন প্ৰহৰ্তুমনাগসি"। অস্ত্ৰ আৱিষ্কাৰক বিজ্ঞানীয়ে বা কাৰিকৰে এই কথা মনত ৰাখিলে আণৱিক অস্ত্ৰ তৈয়াৰ কৰিবলৈ নেযায় । নিৰ্দোষক ধ্বংস কৰিবলৈ অস্ত্ৰ নিৰ্মাণ কৰা অনুচিত ।

সাহিত্যই বিজ্ঞানীক মৌলিক গৱেষণা কৰিবলৈও প্ৰেৰণা দি আহিছে । জগদীশ চন্দ্ৰ বসুৱে লিখিছে, "কবিয়ে এই বিশ্ব জগতখন হৃদয়েৰে চাই অৰূপক প্ৰত্যক্ষ কৰে, আৰু তাক ৰূপত প্ৰকাশ কৰিবলৈ বিচাৰে । আনৰ দৃষ্টি য'ত শেষ হয়, তাতো কবিৰ দৃষ্টি ৰুদ্ধ নহয় । অপৰূপ দেশৰ বাৰ্তা কবিতাৰ ছন্দে ছন্দে নানা আবাসেৰে বাজি থাকে । বিজ্ঞানীৰ পন্থা স্বতন্ত্ৰ হ'ব পাৰে, কিন্তু কবিত্ব সাধনাৰ সৈতে তেওঁৰ সাধনাৰ মিল আছে । দৃষ্টিৰ পোহৰ য'ত শেষ হয়, তাতো তেওঁ পোহৰ বিচাৰি যায় । শ্ৰুতিৰ শক্তি সুৰৰ শেষ সীমাত বৈ গ'লে তেওঁ কম্পমান বাণী আহৰণ কৰিবলৈ নেৰে । প্ৰকাশৰ অতীত যি ৰহস্যই প্ৰকাশৰ অন্তৰালত বৈ কাম কৰি থাকে সেই ৰহস্যকে প্ৰশ্ন কৰি বিজ্ঞানীয়ে দুৰ্বোধ উত্তৰ উলিয়ায় । এই উত্তৰকেই তেওঁ মানৱ ভাষাত যথা-যথ ব্যক্ত কৰে ।" বিভিন্ন বিজ্ঞান বেলেগ বেলেগ যোগ সূত্ৰবিহীন কক্ষ নহয় । সেই বিভিন্ন বিজ্ঞানে আপোন সীমা চেৰাই এক মহা সত্যৰ অভিমুখে আগবাঢ়ে। কবি আৰু বিজ্ঞানীৰ অনুভূতি একৰ অনুভূতি, বহুৰ মাজত একৰ । পথ খালি বেলেগ । কালিদাসৰ আশ্ৰমবাসিনী শকুন্তলাৰ বনবাস বন্ধু তৰু-লতাবোৰে তেওঁক পতিগৃহলৈ কোকিল-ৰৱেৰে বিদায় দিছে । মহাভাৰতৰ শান্তি পৰ্বত গছে দেখে আৰু শুনে বুলি কোৱা হৈছে । সাহিত্যৰ এই বাণীয়ে জগদীশ চন্দ্ৰক জড় আৰু উদ্ভিদৰ জীৱন আছে বুলি প্ৰমাণ কৰিবলৈ উদগাইছিল । আইনষ্টাইনেও হেনো Unified Field theory আৱিষ্কাৰ কৰাৰ আগতে বিশ্বব্ৰহ্মাণ্ডৰ অন্তৰ্নিৰ্হিত ঐক্যৰ অনুভূতিৰপৰা প্ৰেৰণা লাভ কৰিছিল।

ব্যাপক আৰু সামগ্ৰিক দৃষ্টিৰে চালে সাহিত্যও বিজ্ঞানৰদ্বাৰা অনুপ্ৰাণিত নোহোৱাকৈ থকা নাই । কোনো মহৎ সাহিত্যিকে বিজ্ঞানে আৱিষ্কাৰ কৰা সত্যসমূহ গ্ৰহণ নকৰাকৈ থকা নাই । অৱশ্যে ই সাহিত্যিকজনৰ শিক্ষা, কৌতূহল আৰু জ্ঞানানুৰাগৰ ওপৰত নিৰ্ভৰ কৰে। জ্যোতিৰ্বিজ্ঞান, জীৱ-বিজ্ঞান, নৃতত্ত্ব, অন্যান্য সমাজ বিজ্ঞান আৰু প্ৰাকৃতিক বিজ্ঞানসমূহে সামগ্ৰিক যি জ্ঞান আমাক দিয়ে, তাৰে প্ৰকৃতি আৰু মানুহক নকৈ চাবলৈ শিকাইছে । এক অৰ্থত আমাক বিজ্ঞানে এক নতুন বিশ্ব-বীক্ষা গ্ৰহণ কৰিবলৈ উদগাইছে । এই বিশ্ব-বীক্ষা কবি আৰু সাহিত্যিকৰ অন্তৰ্দৃষ্টিৰ অঙ্গ হৈ পৰিছে । বিজ্ঞানে অনন্ত আৰু অসীমক সীমাবদ্ধ জ্ঞানৰ ভিতৰলৈ আনিব পাৰিছে বুলি ক'ব নোৱাৰি । প্ৰকৃতি এতিয়াও বহুত অনাৱিষ্কৃত ৰহস্যৰ আধাৰ । অন্তৰ্দৃষ্টিৰ উপলব্ধিৰ মূল্য বিজ্ঞানে অস্বীকাৰ নকৰে । কলা এটা বিশিষ্ট পদ্ধতি । মানুহক জনাৰ বাবে, প্ৰকৃতিৰ অনাৱিষ্কৃত ৰহস্য বুজাৰ বাবে, সত্য আৰু সৌন্দৰ্য্যৰ সমন্বয় সাধি সুকুমাৰ কলা সৃষ্টিৰ বাবে মানুহৰ যি অবিৰাম সাধনা, তাত বিজ্ঞানে সহায় কৰিছে বুলিয়েই মোৰ বিশ্বাস । কালৰ বুকুত প্ৰকৃতি আৰু মানুহৰ যি লীলা, তাক বিজ্ঞানীয়ে সম্পূৰ্ণ ভাৱে ব্যাখ্যা কৰিব নোৱাৰে । মানৱ-প্ৰগতিৰ গূঢ় তাৎপৰ্য্য মানুহে এক অনিৰ্বচনীয় সৃষ্টিৰ প্ৰক্ৰিয়াৰে নিজ কল্পনাৰ সামৰ্থ্য অনুসৰি ব্যাখ্যা কৰি আহিছে । সেই বাবে ডাঙৰ বিজ্ঞানীয়েও গ্ৰীক ট্ৰেজেডী, শেক্সপীয়েৰ নাটক, টলষ্টয়ৰ উপন্যাস আৰু ৰবি ঠাকুৰৰ কবিতা পঢ়ি তন্ময় হয়, আৰু সৌন্দৰ্য্যৰ মোহনীয় আৰু সন্তুলিত মানৱীয় দৃষ্টিৰে নিজৰ সত্তা আৰু খন্তেকীয়া জীৱন-লীলাৰ মহিমা উপলব্ধি কৰে । প্ৰকৃতপক্ষে বিজ্ঞান আৰু কলা দুয়োটা পৰিপূৰক মানৱীয় প্ৰক্ৰিয়া ।

মোৰ ধাৰণা হয় সাহিত্য আৰু কলাৰ মাজত বিধৃত মানৱ স্বৰূপ মানুহৰ সকলোতকৈ

সত্য স্বৰূপ । বিজ্ঞান গৱেষণাগাৰৰপৰা ওলালেই কলা-সাহিত্যৰ সকীয়নি শুনিব লাগে । অকল গভীৰ মনস্তাত্ত্বিক সত্যৰ বাবেই নহয়, চুটি ব্যক্তি জীৱন আৰু দীঘলীয়া সামাজিক জীৱনৰ চৰম সাৰ্থকতা যে সৌন্দৰ্য্যমণ্ডিত সৃষ্টিত, এই গভীৰ মানৱীয় সত্যৰ বাবে সাহিত্য আৰু কলাৰ আৱশ্যকতা কোনেও নুই কৰিব নোৱাৰে । প্ৰকৃতিৰো এই আৱশ্যকতা আছে । মানুহে সৌন্দৰ্য্যৰ প্ৰথম পাঠ প্ৰকৃতিৰপৰাই পাইছে । ন্যায়, সমতা, মুক্তি আদি সমাজবিজ্ঞানত সমাজ পুনৰ গঠনৰ আৱশ্যকীয় প্ৰমূল্যৰূপে স্বীকৃত হৈছে । কিন্তু সুন্দৰ কবিতা, চিত্ৰ, নাট, সঙ্গীতৰ অবিহনে অৰ্থাৎ সৌন্দৰ্য্যৰ অবিহনে পুনৰগঠিত সমাজত এটা সন্তুলন অনুভূত হ'ব নে ? এইবোৰ অন্তৰ সৌন্দৰ্য্যৰ বাহিৰেও পুনৰ গঠিত সমাজত মানুহৰ ঘৰ, কাপোৰ, গাঁও, নগৰ আৰু বিবিধ আৱশ্যকীয় বস্তুকো সুন্দৰ কৰি লৈ এটা সুন্দৰ আৰু সন্তুলিত জীৱন যাপন কৰিবলৈও মানুহৰ এটা হেঁপাহ আছে । এই বহিৰ্প্ৰয়োজন পূৰণ কৰে আৰ্কিটেক্সাৰ, ব্যৱহাৰিক লোক-শিল্প আৰু ব্যৱহাৰিক সংস্কৃতিয়ে । এই বাবে সৌন্দৰ্য্যৰ সূক্ষ্ম আৰু স্থূল উভয় ধাৰণাৰে প্ৰয়োজন । সৌন্দৰ্য্যবোধ সভ্য মানুহৰ সহজাত বস্তু । খন্তেকীয়া হ'লেও মানুহে জীৱনটো নিজৰ সৃষ্টি শক্তিৰে ধুনীয়া কৰি অননুতপ্তভাৱে যাপন কৰিব খোজে । সেই কাৰণে মৃত্যু নিশ্চিত বুলি জানিও মানুহে অমৃতৰ অনুসন্ধান কৰে । মানুহে সত্যক সুন্দৰ ৰূপত জীৱনত অভিষেক কৰি নিজৰ শ্ৰেষ্ঠ সৃষ্টিসমূহ পৃথিৱীক দি যাব খোজে । সেই কাৰণেই সুন্দৰ সৃষ্টি মানুহৰ চকুত ইমান মূল্যৱান ।

অসম বিজ্ঞান সমিতিৰ কিছুমান নিৰ্দিষ্ট উদ্দেশ্য আছে । বসু বিজ্ঞান মন্দিৰ প্ৰতিষ্ঠাৰ সময়ত জগদীশ বসুৱে কৈছিল, "আজি যিটো প্ৰতিষ্ঠা কৰিলোঁ সি মন্দিৰ কেৱল পৰীক্ষাগাৰ নহয় । ইন্দ্ৰিয়গ্ৰাহ্য সত্য পৰীক্ষাৰদ্বাৰা নিৰ্ধাৰিত হয়, কিন্তু ইন্দ্ৰিয়াতীত দুই এটি মহাসত্য আছে, যাক লাভ কৰিবলৈ বিশ্বাসৰ প্ৰয়োজন ।... কেৱল বিশ্বাস বুলিয়েই লাভ নাই । বিশ্বাসৰ সত্যতা সম্বন্ধেও পৰীক্ষা কৰিব লাগিব । দুই-এটি ঘটনাৰ দ্বাৰা নহয়, তাৰ পৰীক্ষাৰ বাবে সমগ্ৰ জীৱনব্যাপী সাধনাৰ আৱশ্যক । সেই সত্য প্ৰতিষ্ঠাৰ বাবে মন্দিৰ সজা হয় ।" অসম বিজ্ঞান সমিতিৰ হাতত বুজন গৱেষণাগাৰো নাই, মন্দিৰো নাই । সম্ভৱতঃ বিজ্ঞান সাহিত্য প্ৰকাশ আৰু বিজ্ঞানৰ পৰিৱেশ গঠনতে সমিতিয়ে সীমাবদ্ধ শক্তি নিয়োজিত কৰিব লগা হৈছে ।

বিজ্ঞান-সাহিত্য ৰচনা আৰু বিজ্ঞান পত্ৰিকা প্ৰকাশত বংগদেশত অধ্যাপক সত্যেন্দ্ৰ নাথ বসুৱে যি আৰম্ভণি কৰি গৈছে, সেই আৰম্ভণি আমাৰ পথ প্ৰদৰ্শক । মাতৃভাষা অৰ্থাৎ বঙালী ভাষাক তেওঁ বিজ্ঞানৰ সাৰ্থক বাহন কৰিবলৈ উঠি-পৰি লাগিছিল । তেওঁৰ মতে জাপানীসকলে বিজ্ঞানত দ্ৰুত উন্নতি কৰাৰ এটা কাৰণ তেওঁলোকৰ জাপানী ভাষাৰ প্ৰতি শ্ৰদ্ধা আৰু ইটো কাৰণ দেশ প্ৰেম । অসম বিজ্ঞান সমিতিয়ে বসুৰ আদৰ্শ মনে-প্ৰাণে গ্ৰহণ কৰিলে অসমত বিজ্ঞানৰ উন্নতি দ্ৰুত হ'ব । স্থানীয় অৱস্থা, পৰিৱেশ আৰু পৃষ্ঠপোষকতা বিজ্ঞানৰ উন্নতিৰ কিমান অনুকূল তাক নক'লেও হ'ব । এনে সময়ত দেশপ্ৰেম আৰু একান্ত সত্যানুসন্ধানৰ প্ৰবৃত্তিৰ বৰ আৱশ্যক । এই দুটা থকা বাবে জগদীশ বসু আৰু ছি ভি ৰামণে বিশ্ব বিজ্ঞানলৈ মৌলিক বৰঙণি যোগাই যাবলৈ সমৰ্থ হ'ল । তেওঁলোকে গৱেষণাগাৰ বা গৱেষণাৰ আৱশ্যকীয় সুবিধা পোৱা নাছিল । আজি সেই সময়তকৈ পৰিৱেশ ভাল । দেশত এটা বিজ্ঞান নীতিও আছে । কিন্তু অসমলৈ ৰাষ্ট্ৰই বিশেষ সা-সুবিধা আগবঢ়োৱা নাই, মৌলিক গৱেষণাৰ বাবে পৃষ্ঠপোষকতা বৰ দুৰ্বল আৰু অপৰিকল্পিত । মই আশা কৰোঁ অসম বিজ্ঞান সমিতিয়ে এই দুৰৱস্থাৰপৰা মুক্তি পাব আৰু অসমত মৌলিক গৱেষণাৰ ক্ষেত্ৰ বৃদ্ধি পাব ।



বিজ্ঞান সাহিত্য সম্পৰ্কে কেইটামান কথা মনলৈ আহিছে, তাকে কওঁ । অসমীয়াত এটা চালুকীয়া বিজ্ঞান সাহিত্য গঢ় লৈ উঠিছে । অসমীয়াত পাঠ্যপুথি আৰু সাধাৰণ পুস্তকো প্ৰকাশ পাইছে । এখন বিজ্ঞান বিশ্বকোষৰো প্ৰথম খণ্ড ওলাইছে । সমিতিয়ে চলাই থকা বিজ্ঞান আলোচনীখনো চলি আছে । ইয়াৰ উপৰিও সমিতিৰদ্বাৰা সংগঠিত আলোচনাচক্ৰৰ নিবন্ধ আৰু বক্তৃতামালাৰ লিখিত ৰূপ প্ৰকাশ কৰাৰ পৰিকল্পনাও বোধহয় সমিতিৰ আছে ।

এইবিলাক প্ৰচেষ্টা প্ৰশংসনীয় । লগতে অসমীয়া বিজ্ঞানী আৰু গুণী বিজ্ঞান শিক্ষকসকলৰ জীৱনী প্ৰকাশ কৰাৰ চিন্তাও সমিতিয়ে কৰিব পাৰে ।

এইবিলাক কাম কৰোঁতে এটা কথালৈ বিশেষভাৱে চকু দিয়া আৱশ্যক । সেইটো হৈছে ভাষা । সাধাৰণ বিজ্ঞানৰ ভাষা সহজ আৰু পোনপটীয়া হোৱা উচিত । শুদ্ধ পৰিভাষা গ্ৰহণ কৰি সেইবোৰৰ সাৰ্বজনীন প্ৰয়োগৰ বাবে যত্ন চলোৱা সমিতিৰ বিশেষ কৰ্তব্য । অসমীয়া ভাষাত পঠিত্যবতা (readability) সম্বন্ধে লেখকসকল বৰ কম সচেতন । বিজ্ঞান-সাহিত্যৰ লেখকসকলে এই কথালৈ বিশেষ ভাৱে মন কৰা উচিত । প্ৰকৃতপক্ষে আধুনিক জ্ঞানৰ ৰচনা সৰববহী নহ'লে বহল পাঠক সমাজ আৰু পৰিৱেশ গঢ়ি তোলা টান হ'ব ।

মই অসমীয়া ভাষাক প্ৰকৃতপক্ষে আধুনিক জ্ঞানৰ বাহন কৰি তুলিবলৈ প্ৰতিশ্ৰুত। ইয়াৰ বাবে আৱশ্যক এটা বুজন অনুবাদ প্ৰকল্প । তাৰ বাবে অসম সাহিত্য সভা, অসম বিজ্ঞান সমিতি, বিশ্ববিদ্যালয় আৰু প্ৰকাশন সংস্থাসমূহে যুটীয়াভাৱে এটা পৰিকল্পনা গ্ৰহণ কৰি ভাৰত চৰকাৰৰপৰা বুজন পৰিমাণৰ এটা অনুদান খুজিব পাৰে। এনে পৰিকল্পনাত পৃথিৱীৰ ক্লাছিকসমূহ অনুবাদৰ যেনে স্থান থাকিব, জনপ্ৰিয় সাহিত্য, প্ৰসংগকোষ আদি আৰু শিশু সাহিত্যৰো স্থান থাকিব লাগিব ।

মই ভাবোঁ বিজ্ঞানৰ মূল গ্ৰন্থসমূহ অসমীয়ালৈ অনুবাদ হ'ব লাগে। তাৰ বাবে যি সময় লাগে লাগক । কিন্তু আমি তাক অনুবাদ প্ৰকল্প এটা ঘাই অংগৰূপে গ্ৰহণ কৰা উচিত হ'ব। ক্লাছিকসমূহৰ অনুবাদ হ'লে অসমত বিজ্ঞান শিক্ষা আৰু গৱেষণাৰ এটা নিৰ্ভৰযোগ্য পৰিৱেশ হ'ব । আশাকৰোঁ সমিতিয়ে এই কথা বিবেচনা কৰি চাব ।

মই এসময়ত বিজ্ঞানৰ ছাত্ৰ আছিলোঁ । তেতিয়াই অনুভৱ কৰিছিলোঁ বিজ্ঞানৰ চৰ্চা আৰু গৱেষণাৰ অবিহনে আধুনিক জাতি আৰু আধুনিক মানুহ হোৱা টান । তাকে কৰিবলৈ বিজ্ঞানৰ প্ৰয়োগৰ সাৰ্থক কৌশলো আমি আয়ত্ত কৰিব লাগিব । অকল পৰীক্ষাগাৰৰ মাজত থকা বিজ্ঞানে জীৱনত তাৰ মংগলময় প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে । আধুনিক বিশ্ব-বীক্ষা গঠনত বিজ্ঞানৰ ভূমিকা কিমান প্ৰয়োজনীয় তাক অনুভৱ কৰি ছেগা-চোৰোকাকৈ বিজ্ঞানৰ চৰ্চাও কৰি আছিলোঁ । আপোনালোকৰ সাধনাৰ তুলনাত এইবোৰ একোৱেই নহয় । তথাপি আপোনালোকক আজি প্ৰতিশ্ৰুতি দিছোঁ, বিজ্ঞান-সাহিত্যৰ প্ৰসাৰ কৰাত মই যদি কিবা সহায় কৰিব পাৰোঁ, তেন্তে তাক কৰিবলৈ সদায় সাজু থাকিম ।

(অসম বিজ্ঞান সমিতিৰদ্বাৰা প্ৰকাশিত 'অসমীয়া বিজ্ঞান সাহিত্য'ৰপৰা)

## পৰিশিষ্ট - ২

('বিজ্ঞান সাহিত্যৰ বিষয় বস্তু' প্ৰবন্ধৰ কিয়দাংশ)

**অসমীয়া সমাজত বিজ্ঞানৰ স্থান :** জীৱন, চিন্তা, সমাজ বা পাৰিপাৰ্শ্বিকতাৰ বহিৰ্ভূত বিষয় সু-সাহিত্য-চৰ্চাৰ বাহন হ'ব নোৱাৰে। অসমীয়া সাহিত্যত বিজ্ঞানভিত্তিক বিষয় বস্তুৰ বিষয়ে আলোচনা কৰাৰ আগতে অসমীয়া মানুহৰ সামাজিক, বৌদ্ধিক, দৈনন্দিন আৰু ব্যাৱহাৰিক জীৱনত বিজ্ঞানৰ প্ৰভাৱ সম্পৰ্কে আলোচনাৰ প্ৰয়োজন আছে। অতি সংক্ষিপ্ত ভাৱে ক'ব পাৰি যে কৃষি ভিত্তিক অসমীয়া জীৱন সৌ সিদিনালৈকে জনজাতীয় সুলভ সৰলতা আৰু পৰম প্ৰকৃতি নিৰ্ভৰশীলতাৰে পৰিপূৰ্ণ আছিল। পাশ্চাত্য সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ পিছত শিক্ষিত ব্যক্তিসকলে পাৰ্থিৱ উন্নতিৰ বাবে শিল্প, উদ্যোগ, বিজ্ঞান-শিক্ষা আদি প্ৰয়োজনীয় বুলি বুজিছিল যদিও বিজ্ঞান-ভিত্তিক চিন্তা আৰু আধুনিক প্ৰযুক্তিভিত্তিক উদ্যোগে অসমীয়া জাতীয় জীৱনত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। প্ৰাক্‌স্বাধীনতা আৰু স্বাধীনোত্তৰ কালৰ বিজ্ঞান সম্পৰ্কীয় ৰচনাসমূহ অধ্যয়ন কৰিলে আমি থূলমূলকৈ কি লক্ষ্য কৰোঁ? বিজ্ঞানৰ জনপ্ৰিয় বিষয় আৰু কিছুমান প্ৰায়োগিক দিশত কিছু পুথি বা প্ৰবন্ধ ৰচিত হৈছে যদিও বিজ্ঞান চিন্তা সম্পৰ্কে বা বৈজ্ঞানিক তত্ত্ব আৰু প্ৰক্ৰিয়া সম্পৰ্কে লিখিত প্ৰবন্ধপাতিৰ পৰিমাণ বৰ কম। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সুফলসমূহ আমাৰ সুবিধাভোগী শ্ৰেণীটোৱে পাইছে যদিও বিজ্ঞান সম্পৰ্কে এওঁলোকৰ বিশেষ আগ্ৰহ থকাৰ নিদৰ্শন কম।

**বুদ্ধিজীৱীৰ মানসত বিজ্ঞান :** C.P. Snow এজন বিখ্যাত সাহিত্যিক আৰু বিজ্ঞানী। ইংলণ্ডৰ বুদ্ধিজীৱী সমাজবিজ্ঞান আৰু কলা (সাহিত্য) এই দুই শিবিৰত দ্বিধা বিভক্ত বুলি তেখেতে ষাঠি দশকৰ আৰম্ভণিতে Two culture তত্ত্ব আগবঢ়ায়। উল্লেখযোগ্য যে বৈজ্ঞানিক-গৱেষণা আৰু সাহিত্যিক-সৃষ্টিকৰ্মৰ লগত স্নোৰ নিবিড় পৰিচয়। দুয়ো শিবিৰতে তেওঁৰ বন্ধু আছিল। তেওঁ লিখিছে :

For constantly I felt I was moving among two groups -- comparable in intelligence, identical in race (English), not grossly different in social origin, earning about the same income who had almost ceased to communicate at all, who in intellectual, moral and psychological climate had so little in common.

স্নোৰ দ্বিধা-বিভক্ত সংস্কৃতিৰ তত্ত্ব মানি ল'ব নোৱাৰি কাৰণ বিভিন্ন বিশ্লেষণৰদ্বাৰা দেখুৱাব পাৰি যে বিজ্ঞানভিত্তিক আৰু সাহিত্যভিত্তিক বুলি সংস্কৃতিৰ দুটা বিভাগ থাকিব নোৱাৰে। বৰং কলা, বিজ্ঞান আৰু সাহিত্যৰ সমন্বয়েৰেহে আধুনিক সংস্কৃতি গঢ়ি উঠে। অসমীয়া সমাজৰ বৌদ্ধিক পৰিবেশ আৰু আধুনিক ইংলণ্ডৰ বৌদ্ধিক পৰিবেশ তুলনা কৰিব নোৱাৰিলেও এই কথা সহজে ক'ব পাৰি যে বিজ্ঞানসম্মত চিন্তা আৰু বৈজ্ঞানিক মনোবৃত্তিয়ে অসমৰ বৌদ্ধিক জগতলৈ বৈপ্লৱিক পৰিৱৰ্তনৰ সোঁত এতিয়াও বোৱাই আনিব পৰা নাই। এই বিষয়ে বহল আলোচনাৰ প্ৰয়োজন আছে; আমি মাথোন নিম্ন লিখিত কথাখিনিলৈ দৃষ্টি আকৰ্ষণ কৰিব খুজিছোঁ।

(১) আধুনিক অসমীয়া শিক্ষা ব্যৱস্থাই উনবিংশ শতিকাৰ ঔপনিবেশিক ব্ৰিটিছ শিক্ষাৰ মনোভাৱ আৰু 'কাঠামো' ত্যাগ কৰি নতুন পদ্ধতি (পাঠ্যক্ৰম সলনি কৰা সত্বেও) এটা গ্ৰহণ কৰিব পৰা নাই।

(২) অসমীয়া সমাজত বিজ্ঞানী বা বিজ্ঞানৰ গৱেষকে বুদ্ধিজীৱীৰ ভূমিকা গ্ৰহণ নকৰে। ব্যতিক্ৰম থকা সত্বেও এই কথাষাৰ সামগ্ৰিকভাৱে সঁচা।

(৩) ইংৰাজী সাহিত্যৰ লগত বহলভাৱে পৰিচিত আৰু বিশেষ সামাজিক দৰ্শনত বিশ্বাসী অলপ সংখ্যক শিক্ষিত মানুহৰ বাহিৰে বেছি ভাগ শিক্ষিত মানুহৰে বিজ্ঞানৰ ইতিহাস আৰু দৰ্শন সম্পৰ্কে অধ্যয়ন-পুষ্ট ধাৰণা গঢ়ি উঠা দেখা নাযায়। আনকি বিজ্ঞানৰ উচ্চ ডিগ্ৰীধাৰী আৰু সুসাহিত্য সৃষ্টিকাৰী লেখকসকলেও অসমীয়া বিজ্ঞান-সাহিত্য সৃষ্টিত অৱদান দিয়াৰ উদাহৰণ কম।

(৪) বিজ্ঞান এটা বিশিষ্ট প্ৰক্ৰম (Process) আৰু জ্ঞানৰ সকলো শাখাতে এই প্ৰক্ৰম প্ৰয়োগ কৰিব পাৰি। কিন্তু বৈজ্ঞানিক প্ৰক্ৰমৰ যথাযথ প্ৰয়োগৰ উদাহৰণ অসমীয়া সাহিত্যত বেছি দেখা পোৱা নাযায়।

(৫) প্ৰযুক্তিভিত্তিক সমাজ ব্যৱস্থাত বিজ্ঞান কাহিনী ৰচনাৰ সমল বেছি পোৱা যায়। বিজ্ঞানভিত্তিক সফল ৰহস্য কাহিনী বা উপন্যাস ৰচনাৰ বাবে দুৰ কল্পনাৰ লগতে ন্যূনতম পৰিবেশৰ প্ৰয়োজন। টেলিফ'ন নেদেখা আৰু টেলিপ্ৰিণ্টাৰৰ নাম নুশুনা ভদাইৰ মনত ভাষা সংশ্লেষক যন্ত্ৰৰ ধাৰণাই বা কেলকুলেটৰ নেদেখা মঘাইৰ মনত কম্পিউটাৰ নিয়ন্ত্ৰিত মানৱৰ ধাৰণাই বিশেষ আলোড়নৰ সৃষ্টি কৰা টান।

উল্লিখিত কথাখিনিৰপৰা এটা সিদ্ধান্ত কৰিব পাৰি। ছাই-ফিৰ (Scientific Fiction = Si-Fi) জৰিয়তে অসমীয়া বিজ্ঞান সাহিত্যৰ ভিতৰ চ'ৰালৈ সোমাই অহাৰ সম্ভাৱনা কম। দুই-এজন শক্তিশালী লেখকে এনে দিশত অৱদান আগ নবঢ়াৱ বুলি ক'ব নোৱাৰি। তথাপিতো বৈজ্ঞানিক তথ্যৰ সহজ বাস্তৱানুগ ব্যাখ্যা, প্ৰয়োজনীয় প্ৰযুক্তিৰ বৰ্ণনা, বৈজ্ঞানিক চিন্তা আৰু বিপ্লৱ সম্পৰ্কে প্ৰামাণ্য ৰচনাৰ প্ৰয়োজন আমাৰ ভাষাত বেছি।

**কালোত্তীৰ্ণ সাহিত্যৰ বিষয় বস্তু হিচাপে বৈজ্ঞানিক চিন্তা আৰু তথ্য :** ইংৰাজী তথা পাশ্চাত্য সাহিত্যৰ লগত বিজ্ঞান চিন্তাৰ সম্পৰ্ক স্থাপন কৰা টান নহয়। বিশেষকৈ অতি উচ্চমানৰ ইংৰাজী গদ্য-ৰচনা বিজ্ঞান চিন্তাৰ সাৰ্থক বাহন হোৱাৰ বহুতো নিদৰ্শন আছে। নিজে বিশিষ্ট বিজ্ঞানী নোহোৱা সত্বেও ফ্ৰান্সিছ বেকনৰ শক্তিশালী লিখনীয়ে (Novum Organum, New Atlantis) সপ্তদশ শতিকা আৰু পৰৱৰ্তী কালৰ গদ্য ৰচনা আৰু বিজ্ঞান চৰ্চাৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। দেকাৰ্ট (Le monde, Discourse on methods) গেলিলিঅ' (Dialogue concerning two chief world systems, Dialogue on two New Sciences) আদি বিখ্যাত দাৰ্শনিক, বিজ্ঞানী তথা শক্তিশালী লিখকৰ ৰচনাই ষোড়শ আৰু সপ্তদশ শতিকাৰ ইউৰোপীয় সাহিত্য তথা সংস্কৃতিক বিশেষভাৱে সমৃদ্ধ কৰে।

উপন্যাসৰ ক্ষেত্ৰতো বৈজ্ঞানিক তথা প্ৰযুক্তিমূলক-বিষয় বস্তুৱে ইউৰোপীয় সাহিত্যত গুৰুত্ব লাভ কৰিছে। জুল ভাৰ্নৰ সময়ৰপৰা বহুতো বিখ্যাত সাহিত্যিকে পাশ্চাত্য ভাষাত ৰসোত্তীৰ্ণ, বিজ্ঞানভিত্তিক উপন্যাস আৰু গল্প ৰচনা কৰিছে। বৰ্তমানে পাশ্চাত্য উপন্যাস আৰু চিনেমা জগতত ছাইফিৰ বিশিষ্ট স্থান আছে। তদুপৰি বৈজ্ঞানিক গৱেষণা-ৰীতি অনুধাৱন কৰি লিখা বহুতো কাহিনীয়ে জনপ্ৰিয়তা লাভ কৰা দেখা যায়। কবিতা আৰু কাব্য নতুন বিজ্ঞানৰ বাহন নহ'লেও ক'পাৰ্নিকাছ, গেলিলিঅ' আৰু নিউটনে যি নতুন বিশ্ব ধাৰণা সৃষ্টি কৰিলে তাৰ প্ৰভাৱ কবিতাতো পৰিছিল। টলেমীয় বিশ্বতত্ত্বৰ বন্ধনমুক্ত হোৱাৰ ভয়, আনন্দ

আৰু মুগ্ধতাৰ নিদৰ্শন ইংৰাজী কাব্যত বিচাৰিলে বহুত ওলাব । মিল্টনৰ 'Paradise Lost' অৰ নিম্ন লিখিত পংক্তিত সমসাময়িক বৈজ্ঞানিক দ্বন্দ্ব ভালদৰে ফুটি উঠিছে ।

Hereafter, when they come to mould Heaven
and calculate the stars, how they will weild.
The mighty frame, how build, unbuild contrive
To save appearances, how grid the sphere
with centric and eccentric scribbled over
Cycle and epicycle, orb in orb......

নিউটনীয় সংশ্লেষণৰ পূৰ্ববৰ্তী কালছোৱাত জ্যোতির্বিজ্ঞান, পদাৰ্থবিজ্ঞান আৰু বিজ্ঞানত 'পৰিঘটনাৰ বাহ্যিক ৰূপ সংৰক্ষণ (Saving appearances of phenomena) মতবাদে বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল । ব্যংগাত্মভাৱে উল্লেখ কৰিলেও সমসাময়িক বিজ্ঞানজগতত চলি থকা টলেমীয় (Cycles and epicycles) আৰু কোপাৰ্নিকাছীয় মতবাদৰ (Orbit within orbit) বক্তব্য আৰু দ্বন্দ্ব সম্পৰ্কে কবিৰ গভীৰ জ্ঞানৰ পৰিচয় সুন্দৰভাৱে পংক্তিটোত ফুটি উঠিছে।

গেলিলিৱে দুৰবীণৰদ্বাৰা বৃহস্পতিৰ চাৰিটা উপগ্ৰহ আৱিষ্কাৰ কৰে । বিজ্ঞান তথা মানৱ ইতিহাসৰ যুগান্তকাৰী এই ঘটনাৰ খলকনি Donne অৰ কবিতাত শুনা যায় ঃ

And new philosophy calls all in doubt
The element of fire is quite put out
The sun is lost and the earth and no man's wit
Can woll direct him, where to look for it.

কুলেন্দু পাঠক
(অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত 'অসমীয়া বিজ্ঞান সাহিত্য'ৰপৰা )



পৰিশিষ্ট - ৩
## লেখক-লেখিকাৰ চমু পৰিচয়

### ড° দীনেশ চন্দ্ৰ গোস্বামী ঃ



ড° গোস্বামীয়ে ১৯৬৭ চনত গুৱাহাটীৰ কটন কলেজৰপৰা বি. এছ. চি আৰু ১৯৬৯ চনত এম. এছ. চি. (পদাৰ্থবিজ্ঞান) ডিগ্ৰি লাভ কৰে। তেখেতে ১৯৭০ চনত কলিকতাৰ সাহা ইন্‌ষ্টিটিউট্ অব নিউক্লিয়াৰ ফিজিক্সৰপৰা এছ'ছিয়েটশ্বিপ আৰু ১৯৭৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা পি. এইচ. ডি. ডিগ্ৰি লাভ কৰে । গুৱাহাটীৰ বি. বৰুৱা কলেজ (১৯৭০-৭২) আৰু কটন কলেজৰ (১৯৭২-৭৬) পদাৰ্থবিজ্ঞানৰ প্ৰবক্তা হিচাপে কাম কৰাৰ পাছত তেখেতে বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণা পৰিষদৰ (CSIR), প্ৰকাশন আৰু সূচনা নিৰ্দেশালয়ত সহকাৰী সম্পাদক (১৯৭৬-৭৯), আৰু পৰিষদৰ মূল কাৰ্য্যালয়ৰ পৰিকল্পনা বিভাগৰ বিজ্ঞানী হিচাপে (১৯৭৯-৮২) কাম কৰে । জনপ্ৰিয় বিজ্ঞানৰ বহুতো লেখা প্ৰকাশ কৰা ড° গোস্বামীয়ে ইতিমধ্যে ৩০ খন জনপ্ৰিয় বিজ্ঞান আৰু কল্পবিজ্ঞানৰ পুথি প্ৰকাশ কৰাৰ বাহিৰেও ১২ খন পুথি অনুবাদ কৰিছে । বিজ্ঞানৰ কথিকা, ৰূপক, আলোচনা আদিৰ বাহিৰেও বিজ্ঞানভিত্তিক গল্প আৰু অনাতাঁৰ নাটিকাৰে তেখেতে জনসাধাৰণৰ ওপৰত বিজ্ঞান মানসিকতাৰ প্ৰভাৱ পেলাবলৈ সক্ষম হৈছে ।

তেখেত অসম বিজ্ঞান সমিতিৰদ্বাৰা প্ৰকাশিত 'বিজ্ঞান অভিধান'ৰো প্ৰধান সম্পাদক আছিল । জনপ্ৰিয় বিজ্ঞান পুথিৰ বাবে ড° গোস্বামীয়ে তিনিবাৰ অসম সাহিত্য সভাৰপৰা বঁটা পাইছে আৰু এবাৰ শিশু সাহিত্যৰ ৰাষ্ট্ৰীয় বঁটাও পাইছে । 'দৃষ্টি' নামৰ দুমহীয়া বিজ্ঞান আলোচনীৰ সম্পাদক ড° গোস্বামীয়ে বিজ্ঞান জনপ্ৰিয় কৰাত বিশিষ্ট বৰঙণি আগবঢ়োৱা বাবে ভাৰত চৰকাৰৰ ১৯৯৭ ৰাষ্ট্ৰীয় বঁটা লাভ কৰে। শিশু সাহিত্যৰ প্ৰায় ৫০০ ৰো অধিক বিজ্ঞানৰ লেখা আৰু বিজ্ঞানভিত্তিক নটক আকাশবাণীৰ যোগেদি প্ৰচাৰ হৈছে । তেখেতে ইতিমধ্যে বাতৰিকাকত-আলোচনীত ৫০০ ৰো অধিক জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ প্ৰকাশ কৰিছে।

ড° গোস্বামী যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰৰ পৰিকল্পনা বিভাগৰ মুৰব্বী ।

### শান্তনু তামুলী ঃ



অসমীয়া জনপ্ৰিয় মাহেকীয়া শিশু আলোচনী 'মৌচাক' আৰু মাহেকীয়া জনপ্ৰিয় বিজ্ঞান আলোচনী 'নতুন আৱিষ্কাৰ'ৰ সম্পাদক শ্ৰীতামুলীয়ে ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ভূ-বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰি, ১৯৭৪ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা পেট্ৰ'লিয়াম প্ৰযুক্তি বিদ্যা আৰু ১৯৭৭ চনত ব্যৱসায় পৰিচালনা বিষয়ত ডিপ্ল'মা লোৱাৰ উপৰিও শ্ৰীতামুলীয়ে জন-সংযোগ বিষয়ক কেইবাটাও উচ্চ পৰ্য্যায়ৰ প্ৰশিক্ষণ লয় । শ্ৰীতামুলী এজন বিজ্ঞান কাহিনী আৰু

বিজ্ঞান সাহিত্যৰ সু-প্ৰতিষ্ঠিত লেখক ।বিজ্ঞান বিষয়ৰ নিয়মীয়া লেখক তামূলীৰ প্ৰকাশিত বিজ্ঞান সাহিত্যৰ কিতাপ ১০ খন । 'মায়ামৃগ' তেখেতৰ শেহতীয়া বিজ্ঞান-কাহিনীৰ সংকলন। 'মানী, বাণী আৰু এখন ফুলনি' আৰু 'সৰীসৃপ' নামৰ কিতাপ দুখনৰ বাবে শ্ৰীতামূলীয়ে ১৯৬৭ আৰু ১৯৭৩ চনত ৰাষ্ট্ৰীয় শিশু সাহিত্যৰ পুৰস্কাৰ লাভ কৰে । শ্ৰীতামূলী এজন নিয়মীয়া অনাতাঁৰ নাট্যকাৰ আৰু প্ৰবন্ধকাৰ ।

**ড° পৰমানন্দ মহন্ত ঃ**



অধ্যাপক মহন্তই ১৯৬১ চনত কটন কলেজৰপৰা পদাৰ্থবিদ্যাৰ সন্মানসহ স্নাতক, দিল্লী বিশ্ববিদ্যালয়ৰপৰা পদাৰ্থবিদ্যাত স্নাতকোত্তৰ আৰু ১৯৬৭ চনত লণ্ডনৰ ইম্পেৰিয়েল কলেজৰপৰা পি. এইচ. ডি. আৰু ১৮৬৮ চনত ডি. আই. চি. লাভ কৰে। ইম্পেৰিয়েল কলেজত এবছৰৰ পষ্টডক্টৰেল গৱেষণা আৰু ১৯৭০ চনত ইটালীৰ ট্ৰিয়েষ্টিত ইণ্টাৰনেশ্যনেল চেণ্টাৰ ফৰ থিঅ'ৰিটিকেল ফিজিক্সত (ICTP) গৱেষণাৰ বাবে ইউনেস্কো ফেলোশ্বিপ লাভ কৰে। মুম্বাইৰ টাটা ইন্সটিটিউট অব ফাণ্ডামেণ্টেল ৰিছাৰ্চ আৰু বেংগালোৰৰ ইণ্ডিয়ান ইন্সটিটিউট অব ছাইন্সতো বিশ্ববিদ্যালয়ৰ আয়োগ সমিতিৰ নেছনেল এছ'ছিয়েট হৈ কেইমাহমান আছিল । 'জনবিজ্ঞান' নামৰ দুমহীয়া বিজ্ঞান বাতৰি কাকতখনৰ সম্পাদনা (১৯৮২-৮৫) কৰা অধ্যাপক মহন্ত ১৯৮৯ চনৰপৰাই অসম বিজ্ঞান সমিতিৰ লগত জড়িত। ১৯৬৩ চনত কটন কলেজত আৰু ১৯৬৮ চনৰপৰা ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অধ্যাপনা কৰা ড° মহন্তৰ বহু গৱেষণা পত্ৰৰ বাহিৰেও বিজ্ঞান-সাহিত্য, সমাজত বিজ্ঞানৰ ভূমিকা আদি বিষয়ৰ এশমান প্ৰবন্ধ প্ৰকাশিত হৈছে ।

ড° মহন্ত বৰ্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ মুৰব্বী । ১৯৬২ চনৰ কটন কলেজৰ স্নাতক, ১৯৬৪ চনৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞানৰ স্নাতকোত্তৰ আৰু বামিংহাম বিশ্ববিদ্যালয়ৰপৰা ১৯৬৯চনত পি. এইচ. ডি লাভ কৰে।

**ড° কুলেন্দু পাঠক ঃ**

ড° পাঠক অসমীয়া বিজ্ঞান সাহিত্যৰ এজন একনিষ্ঠ সেৱক ।ছাত্ৰাৱস্থাৰেপৰা বিজ্ঞান বিষয়ৰ প্ৰবন্ধ লিখা ড° পাঠকে বিজ্ঞান বিষয়ক বহুতো মূল্যবান প্ৰবন্ধ লিখি অসমীয়া বিজ্ঞান সাহিত্যৰ ভঁৰাল টনকীয়াল কৰিছে ।উচ্চ শিক্ষাৰ্থে বিদেশত থকা কালত (১৯৬৬-৬৯) চিঠিৰ আকাৰত লিখা ড° পাঠকৰ প্ৰবন্ধসমূহ অসমীয়া সাহিত্যৰ উজ্জ্বল সংযোজন । 'সাগৰিকা' নামৰ এখন অনুবাদ পুথিৰদ্বাৰা ড° পাঠকে অসমীয়া বিজ্ঞান সাহিত্যৰ পাঠকৰপৰা প্ৰসংশা লাভ কৰিবলৈ সমৰ্থ হৈছে । অধ্যাপক জীৱনৰ আৰম্ভণিৰেপৰা অসম বিজ্ঞান সমিতিৰ লগত নিবিড়ভাৱে জড়িত হৈ বৰ্তমান ড° পাঠকে অসম বিজ্ঞান সমিতিৰ সভাপতিৰ পদ অলংকৃত কৰিছে । বিজ্ঞান-সাহিত্যৰ তাত্ত্বিক দিশত আলোকপাত কৰি লিখা ড° পাঠকৰ কেইবাটাও প্ৰবন্ধ অসমীয়া সাহিত্যৰ প্ৰথম শ্ৰেণীৰ আলোচনী কেইখনত প্ৰকাশ পাইছে । এই প্ৰবন্ধসমূহ বিজ্ঞান সাহিত্যৰ সচেতন মহলৰ বাবে এক নতুন বাৰ্তাবাহক হৈছে । অলপতে 'বিজ্ঞান আৰু মানৱ সভ্যতা' নামৰ তেখেতৰ এখন বিশিষ্ট গ্ৰন্থ প্ৰকাশিত হৈছে । বাৰ্তালোচনী 'জিজ্ঞাস'ৰ সম্পাদক আৰু 'আজৰিপৰৰ জিলিঙণি'ৰ মুখ্য উপদেষ্টা ড° পাঠকে কেবাখনো বিজ্ঞান বিষয়ক পুথি ৰচনা আৰু অনুবাদ কৰিছে। তেখেত বহু বৈজ্ঞানিক প্ৰতিষ্ঠানৰ সদস্য।

ড° পাঠক বৰ্তমান গুৱাহাটী কটন কলেজৰ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক।



**ড° ৰমেশ চন্দ্ৰ গোস্বামী ঃ**



ড° গোস্বামীয়ে ১৯৭০ চনত কটন কলেজৰপৰা বি. এছ. চি., ১৯৭২ চনত এম. এছ. চি. (পদাৰ্থ বিজ্ঞান), ১৯৭৭ চনত গুৱাহাটী ল কলেজৰপৰা আইনৰ স্নাতক আৰু ১৯৮৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা পি. এইচ. ডি ডিগ্ৰি লাভ কৰে ।

বিভিন্ন আলোচনী আৰু বাতৰিকাকতত ৩০০ ৰো অধিক বিজ্ঞানৰ আৰু অন্যান্য লেখা অসমীয়া আৰু ইংৰাজীত প্ৰকাশ হোৱাৰ বাদেও আকাশবাণী গুৱাহাটী কেন্দ্ৰৰপৰা ১৫০ ৰো অধিক বিজ্ঞানৰ ৰূপক আৰু অন্যান্য কথিকা প্ৰচাৰ হৈছে । শিশু বিজ্ঞান-সাহিত্য, অন্যান্য বিজ্ঞান-সাহিত্য আৰু অনুবাদ গ্ৰন্থসহ ১৩ খন পুথি প্ৰকাশ পাইছে। তদুপৰি 'অসমীয়া বিশ্বকোষ', 'শিশু জ্ঞানকোষ', 'প্ৰাথমিক জ্ঞানকোষ', 'বিজ্ঞান অভিধান' আদিত ড° গোস্বামীৰ বিভিন্ন লেখনীয়ে স্থান পাইছে । শিশু সাহিত্য পুথি 'সাগৰৰ কথা' আৰু 'চিনাকি বস্তুৰ ভিতৰৰ কথা'ৰ বাবে যথাক্ৰমে ১৯৭২ আৰু ১৯৮৫ চনত অসম সাহিত্য সভাৰ বঁটা, 'ৰং ৰং নানা ৰং'ৰ বাবে অসম শিশু সাহিত্য ন্যাসৰ বঁটা, ১৯৭৫ চনত ন-সাক্ষৰৰ বাবে লেখা 'হাঁহি' গ্ৰন্থৰ বাবে ভাৰত চৰকাৰৰ মানৱ সম্পদ উন্নয়ন বিভাগৰ বঁটা আৰু ১৯৯৫ চনত গজেন্দ্ৰনাথ চহৰীয়া শিশু সাহিত্য বঁটা (দৰং জিলা সাহিত্য সভাৰ সৌজন্যত) লাভ কৰিছে। ড° গোস্বামী কেবাবছৰো 'বিজ্ঞান জেউতি'ৰ সহযোগী সম্পাদক আছিল, অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা 'বিজ্ঞান অভিধান'ৰো এগৰাকী সম্পাদক । ১৯৮০ চনৰপৰা তেজপুৰ সাহিত্য চ'ৰাৰ দুবছৰীয়া আলোচনী 'চয়নিকা' সম্পাদনা কৰি আহিছে ।

ড° গোস্বামীয়ে ছাত্ৰাৱস্থাৰেপৰা 'বিজ্ঞান জেউতি' প্ৰমুখ্যে বিভিন্ন আলোচনী আৰু বাতৰিকাকতত জনপ্ৰিয় বিজ্ঞানৰ বহুতো লেখনী প্ৰকাশ কৰি আহিছে আৰু এজন বিশিষ্ট বিজ্ঞান লেখক হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে ।

ড° গোস্বামী বৰ্তমান তেজপুৰৰ দৰং কলেজৰ পদাৰ্থবিজ্ঞানৰ অধ্যাপক ।

**ক্ষীৰধৰ বৰুৱা ঃ**



ক্ষীৰধৰ বৰুৱাই ১৯৬৭ চনত কটন কলেজৰপৰা বি. এছ. চি., ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা এম. এছ. চি. (ৰসায়ন বিজ্ঞান) আৰু ১৯৮৮ চনত পৰিৱেশ বিজ্ঞানৰ এম. ফিল. ডিগ্ৰি লাভ কৰে । ১৯৬৮ চনৰেপৰা বিজ্ঞান-সাহিত্য চৰ্চা কৰা অধ্যাপক বৰুৱাৰ ১৬০ টাৰো অধিক প্ৰবন্ধ বিজ্ঞান জেউতি আৰু বিভিন্ন কাকত-আলোচনীত নিয়মীয়াকৈ প্ৰকাশ পাই আহিছে। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰযোগে ২খন বিজ্ঞানভিত্তিক ৰূপক আৰু ২৫ টা কথিকা প্ৰচাৰ হৈছে । বিজ্ঞান জেউতিত ১৯৬৮ চনত প্ৰথম কাৰ্টুন প্ৰকাশ হোৱাৰ উপৰিও শেহতীয়া ভাৱে অসমবাণী, সাদিন, বিজ্ঞান জেউতিত প্ৰকাশ হৈ আছে । বিজ্ঞান সাহিত্যৰ ১২ খন কিতাপ আৰু এখন অনুবাদ গ্ৰন্থ প্ৰকাশ কৰা অধ্যাপক বৰুৱাই উচ্চ মাধ্যমিকৰপৰা স্নাতক পৰ্য্যায়ৰ বাবে ৫খন পাঠ্যপুথি ৰচনা কৰিছে । উচ্চ প্ৰাথমিক আৰু মাধ্যমিক স্তৰৰ বিজ্ঞান শিক্ষাৰ বাবে দুটা 'ৰসায়ন সঁজুলি বাকচ' উদ্ভাৱন কৰি বিজ্ঞান শিক্ষা সম্প্ৰসাৰণত অভিনৱত্ব কঢ়িয়াই আনিবলৈ

সক্ষম হৈছে। এইজনা বিজ্ঞান-সাহিত্যৰ আশাগুধীয়া লেখক কেবাখনো অসমীয়া বিজ্ঞান অভিধান প্ৰণয়নৰ লগতো জড়িত।

অধ্যাপক বৰুৱা বৰ্তমান বিশ্বনাথ কলেজৰ ৰসায়ন বিজ্ঞান বিভাগৰ মুৰব্বী।

**ড° এ. কে. জিয়াউদ্দিন আহমেদ ঃ**



১৯৮৪ চনত শ্বিলঙৰ উ. পূ. পাৰ্বত্য বিশ্ববিদ্যালয়ৰপৰা পি. এইচ. ডি. লাভ কৰা ড° আহমেদৰ এৰুকিমান বিজ্ঞানৰ প্ৰবন্ধ-পাতি বিভিন্ন আলোচনী, বাতৰি কাকতত প্ৰকাশিত আৰু আকাশবাণীযোগে প্ৰচাৰিত হৈছে। ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় জাৰ্নেলত ১০ খনমান গৱেষণা-পত্ৰ প্ৰকাশ হৈছে।

বৰ্তমান শিৱসাগৰ কলেজৰ প্ৰাণী বিজ্ঞান বিভাগৰ জ্যেষ্ঠ প্ৰবক্তা।

**অধ্যাপক ডিম্বেশ্বৰ চলিহা ঃ**



অধ্যাপক ডিম্বেশ্বৰ চলিহাই ১৯৫৮ চনত কটন কলেজৰপৰা বি. এছ. চি., ১৯৬৯ চনত কাশী হিন্দু বিশ্ববিদ্যালয়ৰপৰা এম. এছ. চি (প্ৰাণী বিজ্ঞান) ডিগ্ৰি লাভ কৰি সেই বছৰেই ডিব্ৰুগড় কানৈ কলেজত যোগদান কৰে। তেখেত অসম কলেজ শিক্ষক সন্থা আৰু অসম বিজ্ঞান সমিতিৰ উপ-সভাপতি, অসমীয়া ডাইজেষ্ট পত্ৰিকা 'সংগম'ৰ সহযোগী সম্পাদকৰ উপৰিও ডিব্ৰুগড় বিজ্ঞান সমিতিৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। অধ্যাপক চলিহাই ২১ খন বিজ্ঞান সাহিত্যৰ পুথি ৰচনা আৰু অনুবাদ কৰিছে। ১৯৭৯ চনত 'প্ৰাণী জগতৰ বিস্ময়' শীৰ্ষক গ্ৰন্থৰ বাবে তেখেতে অসম সাহিত্য সভাৰ পুৰস্কাৰ লাভ কৰে। একাধিক প্ৰবন্ধৰ লেখক অধ্যাপক চলিহাই ১৯৯৪ চনত অসম সাহিত্য সভাৰ 'অসমীয়া বিজ্ঞান সাহিত্য' প্ৰবন্ধ সংকলনখনি সম্পাদনা কৰে।

অধ্যাপক চলিহাই ডিব্ৰুগড়ৰ কানৈ কলেজৰ অধ্যক্ষ পদৰপৰা ১৯৯৭ চনত অৱসৰ গ্ৰহণ কৰিছে।

**ডা° নগেন দত্ত ঃ**



১৫৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা এম. বি. বি. এছ., ১৯৬৫ চনত ডিগ্ৰি বিশ্ববিদ্যালয়ৰপৰা ডি. টি. চি. ডি. পাছ কৰে। ১৯৮০ চনত আমেৰিকাৰ জৰ্জিয়া বিশ্ববিদ্যালয়ৰপৰা আৰু ১৯৯৫ চনত এছ'ছিয়েছন অৱ কলেজ ছেষ্টফিজিছিয়ানৰপৰা দুবাৰকৈ পি. এইচ. ডি সন্মান লাভ কৰে। ৮ বছৰ চাহ বাগানত, ২৭ বছৰ অসম চৰকাৰৰ চাকৰিত সেৱা আগবঢ়ায়। অতিৰিক্ত মুখ্য স্বাস্থ্য বিষায়াৰ পদৰপৰা অৱসৰ লৈ ২ বছৰ নামৰূপ ফাৰ্টিলাইজাৰত চিকিৎসক উপদেষ্টা পদত সেৱা আগবঢ়াই চাকৰি জীৱন শেষ কৰে। বিগত ১০ বছৰ ডা° দত্তই জনপ্ৰিয় বুকুৰ ৰোগৰ চিকিৎসক বিশেষজ্ঞ হিচাপে গ্ৰাম্য চিকিৎসা সেৱাত আত্ম নিয়োগ কৰি আছে। ডা° দত্ত এজন শিশু-সাহিত্যিক আৰু বিজ্ঞান সাহিত্যিক। ডা° দত্ত অসমৰ শিশুৰ মাজত 'এণ্ডিখুৰা' নামে সুপৰিচিত। ১৩ খন গ্ৰন্থ প্ৰকাশ আৰু শতাধিক প্ৰবন্ধ প্ৰকাশেৰে সাহিত্য মঞ্চতো তেখেত সুপৰিচিত। তেখেতৰ শিশুগ্ৰন্থ 'ভাল ভাল মানুহ আৰু ভাল ভাল কাহিনী' শিশু সাহিত্যত ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। নানা সাহিত্য, ধৰ্ম আৰু বিজ্ঞান বিষয়ৰ প্ৰবন্ধৰ মাজত ডা° দত্তৰ বিশেষকৈ স্বাস্থ্যবিজ্ঞান বিষয়ৰ প্ৰবন্ধই সৰহ। তেখেতৰ স্বাস্থ্য বিজ্ঞানৰ বিচিত্ৰ কাহিনী 'জীয়াই থকাৰ আশাৰে', 'বৰ বৰ বেমাৰৰ সৰু সৰু কথা', 'মা সোণ বতৰা' আদি ভালেকেইখন জনপ্ৰিয় গ্ৰন্থ প্ৰকাশ পাইছে। ইয়াৰ উপৰিও ছাত্ৰ-ছাত্ৰীৰ বিজ্ঞান আলোচনী 'নতুন আৱিষ্কাৰ'ত তেখেতৰ এলানি বিজ্ঞান বিষয়ক প্ৰবন্ধ আৰু বিশিষ্ট বিজ্ঞানীসকলৰ জীৱনালেখ্য একেৰাহে প্ৰকাশ পাই আহিছে। বিজ্ঞানৰ কঠিন ভাষাক সহজ সৰল কৰি অসমীয়া ভাষা-সাহিত্যৰ মঞ্চলৈ নিয়াত তেখেতে কৃতিত্ব লাভ কৰিছে। সমাজকৰ্মী ডা° দত্ত অসমৰ মহাপুৰুষীয়া ধৰ্ম চৰ্চাৰ দিশতো সুপৰিচিত।

**বন্দিতা ফুকন ঃ**



১৯৭১ চনত গুৱাহাটীৰ অসম ইঞ্জিনীয়াৰিং কলেজৰপৰা ডিগ্ৰি লাভ কৰা বন্দিতা ফুকন অসমৰ প্ৰথম মহিলা মেকানিকেল ইঞ্জিনিয়াৰ আৰু বিজ্ঞানভিত্তিক কাহিনী ৰচনা কৰা প্ৰথম অসমীয়া লেখিকা। শিশু ঔপন্যাসিকাৰ ৰূপত আত্মপ্ৰকাশ কৰা শ্ৰীমতী ফুকনৰ আঠখন উপন্যাস প্ৰকাশ হৈছে ইয়াৰ তিনিখন শিশু উপন্যাস অসমৰ বিভিন্ন প্ৰতিযোগিতাত পুৰস্কৃত হৈছে। ইংৰাজী ভাষাত ৰচনা কৰা 'জয়মতী' ভাৰতৰ বিভিন্ন ভাষালৈ অনূদিত হৈছে। এশতকৈও অধিক চুটি গল্পৰ লগতে অন্য বিভিন্ন ধৰণৰ বিজ্ঞান আৰু আন লেখনী নিয়মিত ৰূপত বাতৰিকাকত আৰু আলোচনীত প্ৰকাশ পাইছে। তেওঁৰ ৰচিত বিজ্ঞানভিত্তিক কাহিনী বাংলা ভাষালৈকো অনূদিত হৈছে। তেওঁ নিজেও তিনিখন ইংৰাজীৰপৰা অসমীয়ালৈ অনুবাদ কৰিছে। শ্ৰীমতী ফুকনৰ ইতিমধ্যে ২১ জন বিজ্ঞানীৰ জীৱনী পুথি, দুখন বিজ্ঞানভিত্তিক কাহিনী সংকলন, দুখন কাৰিকৰী পুথি আৰু এখন চুটি গল্পৰ সংকলন প্ৰকাশ পাইছে।

শ্ৰীমতী ফুকন অসম ঔদ্যোগিক উন্নয়ন নিগমৰ কাৰিকৰী বিভাগৰ মেনেজাৰ।

**ড° সোণেশ্বৰ শৰ্মা ঃ**

ড° সোণেশ্বৰ শৰ্মাই ১৯৬৬ চনত গুৱাহাটীৰ কটন কলেজৰপৰা বি. এছ. চি., ১৯৬৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা এম. এছ. চি আৰু ১৯৮১ চনত পি. এইছ. ডি. ডিগ্ৰি লাভ কৰে। এসময়ৰ 'বিজ্ঞান জেউতি'ৰ সহযোগী সম্পাদক ড° শৰ্মাই পাছৰ কেইবাবছৰো এই আলোচনীৰ সম্পাদকৰ দায়িত্বও বহন কৰে। ছপা আৰু অনাতাঁৰ মাধ্যমসমূহৰ জৰিয়তে অসমীয়া বিজ্ঞান-সাহিত্যলৈ বিশিষ্ট অৱদান আগবঢ়োৱা ড° শৰ্মা জনপ্ৰিয় বিজ্ঞানৰ এগৰাকী বিশিষ্ট বক্তাও। ইতিমধ্যে প্ৰকাশিত চাৰিখন পুথিৰ 'নীলিম সুনীল ৰাশি' আৰু 'নিলয় বিধে বিধে' ড° শৰ্মাৰ দুখন উল্লেখযোগ্য জনপ্ৰিয় বিজ্ঞানৰ পুথি।

ড° শৰ্মা বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ জীৱ-প্ৰযুক্তিবিজ্ঞান বিভাগৰ অধ্যাপক।

**যোগেন চেতিয়া ঃ**



অধ্যাপক যোগেন চেতিয়া একেধাৰে নাট্যকাৰ, মঞ্চ আৰু অনাতাঁৰ নাট্য শিল্পী, নাট পৰিচালক, নাট্য সমালোচক আৰু প্ৰবন্ধিক। অসমীয়া একাঙ্কিকা নাটকৰ গতি-প্ৰকৃতি দান কৰোঁতাসকলৰ ভিতৰত বাটকীয়া। চেতিয়াৰ 'এক কথা' নামৰ নাটকখন কলিকতা দূৰদৰ্শনৰ পৰা প্ৰচাৰিত প্ৰথমখন অসমীয়া নাটক। সাহিত্য একাডেমিয়েও এখেতৰ নাটক প্ৰকাশ কৰিছে । এখেতে কুৰিখনৰো অধিক নাটক ৰচনা কৰাৰ উপৰিও এৰিষ্টফেনিছ, মলিয়ৰ, ছাৰভেন্টিছ, ল'প ডি ভেগা আৰু ষ্টেন্‌লি হগ্‌টনৰ ক্ৰমে গ্ৰিক ফৰাচী, স্পেইন আৰু ইংৰাজী ক্লাছিক নাটকসমূহৰ অসমীয়া অভিযোজনা কৰিছে। এখেতে কেইবাখনো পুথিৰ সম্পাদনা আৰু কথাছবিৰ সংলাপো ৰচনা কৰিছে । নাট্যকলা বিষয়ৰ বিভিন্ন আলোচনী, বাতৰি কাকত আৰু পুথিত এখেতৰ পাঁচশবো অধিক প্ৰবন্ধ প্ৰকাশ হৈছে। চেতিয়াই নাটকৰ বিভিন্ন দিশৰ ওপৰত প্ৰায় ডেৰকুৰি বছৰ ধৰি অধ্যয়ন আৰু গৱেষণা কৰি অসমীয়া সাহিত্য-সংস্কৃতিলৈ অৰদান যোগাই আহিছে। চেতিয়াৰ 'আধুনিক নাট্যকলা' এখন বহু প্ৰশংসিত সমালোচনা গ্ৰন্থ ।

অধ্যাপক চেতিয়াই শিৱসাগৰ কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰিছে ।

**ৰথীন্দ্ৰনাথ গোস্বামী ঃ**



ৰথীন্দ্ৰনাথ গোস্বামীয়ে ১৯৯১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ভূতত্ত্ব বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰি আৰু সাংবাদিকতাৰ স্নাতকোত্তৰ ডিপ্লমা লাভ কৰে । অ'. এন. জি. চি. ত কিছুদিন চাকৰি কৰাৰ পাছত ১৯৯২ চনত অসম প্ৰশাসনিক সেৱাৰ প্ৰথম শ্ৰেণীৰ বিষয়া হিচাপে যোগদান কৰে । ১৯৯৩ চনত প্ৰশাসনিক সেৱাৰ পদ ইস্তফা দি পুনৰ অ'. এন. জি. চি.ত ভূতত্ত্ববিদ হিচাপে যোগদান কৰে । সম্প্ৰতি যোৰহাট ধনশিৰী উপত্যকা প্ৰকল্পৰ জেষ্ঠ ভূতত্ত্ববিদ ।

গল্প, বিজ্ঞানভিত্তিক কাহিনী, জনপ্ৰিয় বিজ্ঞান, শিশু সাহিত্য, ভ্ৰমণ কাহিনীকে ধৰি নানা বিষয়ত লেখা প্ৰকাশ হৈছে । সম্পাদনা, সাংবাদিকতা আদিৰ লগতো তেখেত জড়িত হৈ আহিছে । শ্ৰীগোস্বামীৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল — 'মহাসমুদ্ৰৰ সিপাৰে', 'বিদেশী বন্ধুৰ দেশত', 'অংক জংক পংক', 'তেলৰ কাহিনী' আৰু 'হবি' ।

অচলা গোস্বামী ঃ

শ্ৰীমতী অচলা গোস্বামীয়ে গুৱাহাটীৰ কটন কলেজৰপৰা বি. এছ. চি. ডিগ্ৰি লাভ কৰে । সত্তৰৰ দশকৰপৰাই ছপা মাধ্যম আৰু অনাতাঁৰ মাধ্যমৰ যোগেদি তেখেতে অসমীয়া বিজ্ঞান-সাহিত্যলৈ অৰদান আগবঢ়াই আহিছে । আকাশবাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ যোগেদি প্ৰচাৰ হোৱা তেখেতৰ লেখনীসমূহ শিশু আৰু কিশোৰসকলৰ বৰ প্ৰিয়। তেখেতে নেশ্যনেল বুক ট্ৰাষ্টৰ হৈ 'কাছ আৰু কুম্ভীৰ' নামৰ এখন পুথি অনুবাদ কৰাৰ উপৰিও জ্ঞান-বিজ্ঞান সমিতি, অসমৰ হৈ তিনিখন পুস্তিকা প্ৰকাশ কৰিছে । 'দৃষ্টি' আলোচনীৰ কেইবাটাও সংখ্যাৰ মূল প্ৰবন্ধ লেখাৰ উপৰিও তেখেতে অসম বিজ্ঞান সমিতিৰদ্বাৰা প্ৰকাশিত 'বিজ্ঞান অভিধান'ৰ এগৰাকী সহকাৰী সম্পাদিকা হিচাপেও সেৱা আগবঢ়াইছিল ।

শ্ৰীমতী গোস্বামী ভাৰতীয় ষ্টেট বেংকৰ নিউ গুৱাহাটী শাখাৰ এগৰাকী জ্যেষ্ঠ বিষয়া।



**ড' বিজয়কৃষ্ণ দেৱশৰ্মা ঃ**



ড' বিজয়কৃষ্ণ শৰ্মাই কাশী হিন্দু বিশ্ববিদ্যালয়ৰপৰা গণিত শাস্ত্ৰত ডিগ্ৰি লাভ কৰে। খড়গপুৰ আই. আই. টি.ৰপৰা পি. এইছ. ডি ডিগ্ৰি লাভ কৰে ।

আধুনিক অসমীয়া বিজ্ঞান-সাহিত্যৰ বিশিষ্ট লেখক ড' বিজয়কৃষ্ণ দেৱশৰ্মা অসমীয়া কল্পবিজ্ঞান গল্প আৰু উপন্যাস সাহিত্যৰো অগ্ৰণী লেখক । ১৯৬০ চনৰপৰা বিজ্ঞানক জনমানসৰ ওচৰ চপাই নিবলৈ বুলি বিজ্ঞান লেখনী আৰম্ভ কৰে ৰামধেনু (বিজ্ঞানস্তম্ভৰ লেখক), আমাৰ প্ৰতিনিধি (বিজ্ঞান সম্পাদক), আৱাহন, দৈনিক-অসম (বিজ্ঞানস্তম্ভ লেখক), মনিদীপ, নৱযুগ (বিজ্ঞানস্তম্ভ লেখক), জোনবাই, জনমভূমি, অসমবাণী আদিৰদৰে বিভিন্ন বাতৰিকাকত আৰু আলোচনীৰ যোগেৰে। তেতিয়াৰেপৰা আজিলৈ ড' শৰ্মাই জনপ্ৰিয় বিজ্ঞানৰ, বিজ্ঞানভিত্তিক গল্প আৰু উপন্যাস নিৰবিচ্ছিন্নভাৱে ৰচনা কৰি অসমীয়া বিজ্ঞান-সাহিত্যৰ ভঁৰাল চহকী কৰি আহিছে। 'চন্দ্ৰলোকত প্ৰথম মানুহ' (১৯৬৯) ড' শৰ্মাৰ প্ৰথম কল্পবিজ্ঞান উপন্যাসিকা। সেইদৰে 'সূৰ্য্যৰ সোণালী আপেল' (১৯৭৬) ড' শৰ্মাৰ প্ৰথম কল্পবিজ্ঞান গল্প-সংকলন । তাৰ পাছৰপৰা এতিয়ালৈ মুঠতে ডেৰকুৰিৰো অধিক জনপ্ৰিয় বিজ্ঞান আৰু গণিতৰ গ্ৰন্থৰ লগতে ড' শৰ্মাই গণিত-শিক্ষা বিজ্ঞান সম্পৰ্কীয় গ্ৰন্থ এলানি প্ৰকাশ কৰিছে ; লগতে তেখেতৰ বাৰখনৰো অধিক গণিতৰ পাঠ্যপুথি প্ৰকাশিত হৈছে । ড' শৰ্মাৰ সদ্যপ্ৰকাশিত ইংৰাজীত লিখা জনপ্ৰিয় বিজ্ঞানৰ গ্ৰন্থ Mr. Why, the Mr. Wise, In Quest of white Bear, I am a computer - কেইখনে ইতিমধ্যে সৰ্বভাৰতীয় স্তৰত জনপ্ৰিয় বজাৰ দখল কৰিবলৈ সক্ষম হৈছে ।

ড' শৰ্মা বহুতো দেশী-বিদেশী বিজ্ঞান সস্থাৰ সভ্য ।

ড' শৰ্মা বৰ্তমান শ্বিলঙৰ উত্তৰ-পূৱ পাৰ্বত্য বিশ্ববিদ্যালয়ৰ মহাবিদ্যালয় উন্নয়ন পৰিষদৰ সঞ্চালক । ❒




প্ৰাচীন ঐতিহ্যেৰে মহিমামণ্ডিত অসমীয়া
বিজ্ঞান-সাহিত্যই যোৱা কেইটামান দশকত প্ৰভূত
উন্নতিলাভ কৰিছে আৰু অসমীয়া সাহিত্যৰ জগতখনত
এক স্বকীয় ধাৰা হিচাপে প্ৰতিষ্ঠিত হৈছে ।
আমাৰ ভাষাটোত বুদ্ধিজীৱী, ছাত্ৰ-শিক্ষক,
শিশু-কিশোৰ, গাঁৱলীয়া ৰাইজ আৰু সৰ্বসাধাৰণক
উদ্দেশ্যি বিশিষ্ট বিজ্ঞান সাহিত্যৰ সৃষ্টি হৈছে।
আকাশবাণী, দূৰদৰ্শন, বাতৰিকাকত আৰু
আলোচনীবোৰে এই দিশত উল্লেখনীয় অৱদান
আগবঢ়াইছে। গৌৰৱৰ কথা যে অসমীয়া ভাষাত
অতি উচ্চ পৰ্য্যায়ৰ কল্পবিজ্ঞান, গল্প-উপন্যাস আদি
ৰচিত হৈছে । এই সংকলনত অসমীয়া বিজ্ঞান-সাহিত্যৰ
বিভিন্ন ধাৰাৰ বিষয়ে সুচিন্তিত আৰু অন্তৰ্দৃষ্টিসম্পন্ন
প্ৰবন্ধ আগবঢ়াইছে অসমীয়া বিজ্ঞান-সাহিত্যৰ
এইসকল বিশিষ্ট লেখকে ঃ ড° কুলেন্দু পাঠক,
ড° বিজয়কৃষ্ণ দেৱশৰ্মা, ড° পৰমানন্দ মহন্ত,
ড° দীনেশ চন্দ্ৰ গোস্বামী, ড° সোণেশ্বৰ শৰ্মা,
শান্তনু তামুলী, ডিম্বেশ্বৰ চলিহা, ক্ষীৰধৰ বৰুৱা,
ড° ৰমেশ চন্দ্ৰ গোস্বামী, ডা° নগেন দত্ত,
যোগেন চেতিয়া, বন্দিতা ফুকন, অচলা গোস্বামী,
ড° এ. কে. জিয়াউদ্দিন আহমেদ আৰু
ৰথীন্দ্ৰনাথ গোস্বামী ।

অসম সাহিত্য সভা